# প্ৰসঙ্গ ঃ মুনীন বৰকটকী

সম্পাদনা

উপেন্দ্ৰ বৰকটকী



নতুন অসম

ভাষা-সাহিত্যৰ বিশিষ্ট প্ৰকাশক

উদ্যোগপাম ★ ৰামুণীমৈদাম ★ গুৱাহাটী ২১

**PRASANGHA : Munin Barkotoki** : A Collection of Articles on the literary contribution of Munin Barkotoki towards Assamese literature edited by Upendra Barkotoki and published by Jyotipada Dev Choudhury Natun Assam, Industrial Estate, Bamunimaidam, Guwahati- 781021 : Assam
1st Edition - 2007. ***Price Rs.* Two hundred only.**

---

প্ৰকাশক : **শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী**
**নতুন অসম**
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী- ২১

প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী ২০০৭

বেটুপাত : বেণু মিশ্ৰ

বেচ : ২০০ (দুশ) টকা মাথোন

ছপা : বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগ পাম বামুণীমৈদাম
গুৱাহাটী- ২১

# আগকথা

বিস্তৃত ব্যতিক্ৰম (১৯৮১) নামৰ একমাত্ৰ জীৱনীগ্ৰন্থ আৰু ভিন্নধৰ্মী ভাবগধুৰ, চিন্তাশীল প্ৰবন্ধ আৰু অন্যান্য লেখাৰে পাঠকৰ মনত প্ৰভাৱ পেলোৱা সু-প্ৰসিদ্ধ সাহিত্যিক-সমালোচক মুনীন বৰকটকীদেৱৰ মৃত্যু (৬ নৱেম্বৰ ১৯৯৩)ৰ পাছত তেখেতৰ পুণ্য স্মৃতিত পৰিয়ালে ১৯৯৪ চনত **মুনীন বৰকটকী স্মাৰক ন্যাস** গঠন কৰে। বৰকটকীদেৱৰ সঞ্চিত ধনেৰে গঠন কৰা এই ন্যাসে ১৯৯৫ চনৰপৰা প্ৰতিবছৰে চল্লিছ বছৰৰ অনুৰ্ধৰ শ্ৰেষ্ঠ হিচাপে বিবেচিত হোৱা লেখক-লেখিকাক ২৫ হাজাৰ টকাৰ মুনীন বৰকটকী বঁটা আগবঢ়াই আহিছে। বৰকটকীদেৱৰ ইচ্ছা অনুসৰি সাহিত্যকৰ্মত কৃতিত্ব দেখুওৱা লেখক-লেখিকাক প্ৰেৰণা যোগোৱাৰ উদ্দেশ্যে এই বঁটা আগবঢ়োৱা হয়। কোনো কোনো বছৰত যুটীয়াভাৱেও বঁটা আগবঢ়োৱা হৈছে।

মুনীন বৰকটকী বঁটাৰ উপৰি ন্যাসে বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত তেখেতৰ ৰচনাৰাজি গ্ৰন্থ আকাৰে প্ৰকাশ কৰাৰ আঁচনি হাতত লয়। সেই আঁচনি অনুসৰি তেখেতৰ প্ৰকাশিত-অপ্ৰকাশিত প্ৰৱন্ধ, সমালোচনা, গল্প, কবিতা, জীৱনী আদি 'প্ৰসঙ্গ-সমালোচনা', 'অন্তৰ আৰু অন্তৰীক্ষ', 'সৃষ্টি ত্ৰিবিধা', 'বন্দিত বৰেণ্য', A MUNIN BARKOTOKI MISCEL-LANY গ্ৰন্থকেইখনত অন্তৰ্ভুক্ত কৰা হৈছে। গ্ৰন্থকেইখন সম্পাদনা কৰিছে সাহিত্য জগতত খ্যাতিমন্ত ক্ৰমে নলিনীধৰ ভট্টাচাৰ্য, ড° হীৰেন গোহাঁই, ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা, ড° শিৱনাথ বৰ্মন আৰু অধ্যাপক ৰঞ্জিৎকুমাৰ দেৱ গোস্বামীয়ে। তদুপৰি বৰকটকীদেৱৰ জীৱন আৰু কৰ্মৰ আধাৰত আমি সম্পাদনা কৰা **বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী** গ্ৰন্থখন তেখেতৰ প্ৰথম মৃত্যু দিৱসত (১৯৯৪) উন্মোচন কৰা হয়।

উল্লিখিত গ্ৰন্থকেইখনত সন্নিৱিষ্ট নোহোৱা কেইটিমান প্ৰবন্ধ, কিতাপৰ পাতনি, বাতৰিকাকত, আলোচনীত প্ৰকাশ পোৱা নিৰ্বাচিত চিঠি কেইখনমান আৰু বিভিন্নজনলৈ লিখা তেখেতৰ ব্যক্তিগত ভালেসংখ্যক চিঠি **প্ৰসংগ ঃ মুনীন বৰকটকী** গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে।

অধ্যয়নশীল আৰু চিন্তাশীল লেখক হিচাপে সুপৰিচিত মুনীন বৰকটকীয়ে বিভিন্ন সমস্যা লৈ বাতৰিকাকতত নিয়মীয়াকৈ চিঠি লিখিছিল। তেখেত যে সমাজৰ প্ৰতি দায়বদ্ধ, এই চিঠিসমূহত প্ৰকাশ পাইছে। সকলো চিঠি গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হোৱা নাই। তেনে চিঠিৰ উপৰি তেখেতৰ সংস্পৰ্শলৈ অহা ব্যক্তিসকললৈ মাজে-সময়ে দিয়া আন ভালেমান চিঠিও **প্ৰসঙ্গ : মুনীন বৰকটকী** গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। এই চিঠিসমূহৰদ্বাৰা মুনীন বৰকটকী মানুহগৰাকীৰ বিষয়ে বহু কথা উপলব্ধি কৰিব পাৰি। সকলো সৎ কামত উৎসাহ-উদগনি যোগোৱা বৰকটকীদেৱৰ উদাৰতা আৰু মহানতা ভালেসংখ্যক চিঠিত প্ৰকাশ পাইছে। এই চিঠিসমূহত কেৱল ব্যক্তিগত কথাই ঠাই পোৱা নাই। আমি বাতৰিকাকতৰ যোগেদি আৰু ব্যক্তিগতভাৱে তেখেতৰ লগত ঘনিষ্ঠতা থকাসকলক চিঠি পঠাবলৈ অনুৰোধ কৰিছিলো। যিসকলে আমাৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই চিঠি দিছে, সেই চিঠিসমূহ গ্ৰন্থখনত অন্তৰ্ভুক্ত কৰা হৈছে। আনহাতে বিভিন্ন সময়ত বিভিন্ন উপলক্ষত তেখেতলৈ দিয়া কেইগৰাকীমান ব্যক্তিৰ চিঠি কেইখনমানো গ্ৰন্থখনত প্ৰকাশ কৰা হৈছে। বৰকটকীদেৱৰ প্ৰতি থকা তেখেতসকলৰ ধাৰণা, মানুহগৰাকীৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ আভাস চিঠিকেইখনত প্ৰকাশ পাইছে। তেখেতক লোৱা সাক্ষাৎকাৰো গ্ৰন্থখনত দিয়া হৈছে। কোনো কোনো প্ৰবন্ধৰ প্ৰতিবাদ কৰি তেখেতে লিখা চিঠি এই গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হোৱা নাই। অৱশ্যে তেনে ধৰণৰ কেইখনমান চিঠি আমি প্ৰকাশন পৰিষদকে ধৰি কেইবা ঠাইতো অনুসন্ধান কৰি নাপালো। তেখেতেও সকলো চিঠি সংৰক্ষণ কৰা নাছিল।

**প্ৰসঙ্গ : মুনীন বৰকটকী** গ্ৰন্থখনত আমি তেখেতৰ গ্ৰন্থকেইখনৰ বিষয়ে প্ৰবন্ধকেইটা অন্তৰ্ভুক্ত কৰিবলৈ পাই সন্তোষ পাইছো। গ্ৰন্থখনৰ সম্পাদনাৰ দায়িত্ব লৈ আমি সেই কথাত বিশেষ গুৰুত্ব দিছিলো। এই ভাগটিয়ে গ্ৰন্থখনৰ বিশেষ মৰ্যাদা বহন কৰিব বুলি আমি ভাবো। আমাৰ অনুৰোধ ৰক্ষা কৰি সু-প্ৰতিষ্ঠিত সাহিত্যিক-সমালোচককেইগৰাকীয়ে মূল্যবান প্ৰবন্ধকেইটি দি আমাক কৃতাৰ্থ কৰিলে। তেখেতৰ বিষয়ে লিখা প্ৰবন্ধকেইটা সন্নিৱিষ্ট কৰিবলৈ পায়ো আমি ধন্য হৈছো। এইসকল লেখক-লেখিকালৈ যাচিছোঁ আমাৰ আন্তৰিক কৃতজ্ঞতা।

গ্ৰন্থখনৰ সম্পাদনা কাৰ্যত বিশেষভাৱে উৎসাহিত হৈছিলোঁ ভাতিজীসম মীনাক্ষীৰপৰা। মুনীন বৰকটকী-ৰেণুকাদেৱী বৰকটকীৰ বিদুষী জীয়ৰী মীনাক্ষীৰ পিতৃদেৱতাৰ প্ৰতি অচলা ভক্তি দেখি অভিভূত হৈছো। আমাৰ পিতৃ-শ্ৰাদ্ধত আওৰোৱা- 'পিতা স্বৰ্গ, পিতা ধৰ্ম, পিতাহি পৰমং তপঃ পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্বদেৱতা'– এই মন্ত্ৰষাৰ মীনাক্ষীয়ে কাৰ্যৰদ্বাৰা দেখুৱাইছে আৰু ৰেণুকাদেৱী বৰকটকী বাইদেৱে এই ক্ষেত্ৰত তেওঁলৈ সম্পূৰ্ণ সহযোগিতা আগবঢ়াইছে। বৈষয়িক জীৱনত সংসাৰখনৰ একো আওভাও নোপোৱা আৰু নোলোৱা মুনীন বৰকটকীদেৱক সকলো চিন্তাৰপৰা ৰেহাই দিছিল বাইদেৱে।

গ্ৰন্থখনৰ পৰিশিষ্টত ন্যাসৰ কাম-কাজৰ এটি চমু খতিয়ান দাঙি ধৰা হৈছে।

**প্ৰসঙ্গ ঃ মুনীন বৰকটকী** গ্ৰন্থৰ প্ৰবন্ধ আদিৰ প্ৰতিলিপি কৰা আৰু আন কামত সহায় পাইছিলো মোৰ প্ৰিয় ছাত্ৰী, বৰ্তমান লামডিং কলেজৰ প্ৰবক্তা বিনীতা ভূঞা, গৃহিণী ভাৰতী বৰকটকী আৰু অৰিন্দম বেদান্তী, শৰ্মিষ্ঠাৰূপৰা। এওঁলোকৰ শলাগ লৈছো।

সু-প্ৰসিদ্ধ চিত্ৰকৰ, ভাস্কৰ বেণু মিশ্ৰই **প্ৰচ্ছদপট** আঁকি গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। বন্ধুবৰ গল্পকাৰ বীৰেন্দ্ৰকুমাৰ লহকৰ, গুৰুপদ চৌধুৰী আৰু ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য্যই আৰ্হি কাকত চাই সহায় কৰিছে। নতুন অসম প্ৰকাশন গোষ্ঠীৰ উদ্যোগী প্ৰকাশক, সাহিত্যসেৱী শ্ৰীজ্যোতিপদ দেৱ চৌধুৰীয়ে উদাৰচিত্তে গ্ৰন্থখন প্ৰকাশ কৰাৰ দায়িত্ব লৈ মুনীন বৰকটকী ন্যাসৰ কৰ্মকৰ্তাসকলক ধন্য কৰিছে। আটাইকেইগৰাকীলৈকে জনাইছো আমাৰ কৃতজ্ঞতা।

শেষত সহৃদয় পাঠক সমাজলৈ আমাৰ নিবেদন এয়ে যে অনিচ্ছাকৃতভাৱে তথা অজানিতে যদি গ্ৰন্থখনত কিবা ভুল-ত্ৰুটি ৰৈ গৈছে, তাৰ বাবে যেন মাৰ্জনা কৰে।

২৬ জানুৱাৰী, ২০০৭

**উপেন্দ্ৰ বৰকটকী**

# সূচীপত্ৰ

**তৃতীয় খণ্ড : নিৰ্বাচিত চিঠি-পত্ৰ**

# মুনীন বৰকটকী ঃ এজন প্ৰাণবান ৰসিক

**নলিনীধৰ ভট্টাচাৰ্য**

আধুনিক অসমীয়া সাহিত্য-সংস্কৃতি জগতৰ এজন লেখৰ মানুহ হ'ল স্বৰ্গীয় মুনীন বৰকটকী। নিতান্ত কম লেখাৰেই তেওঁ অসমীয়া সাহিত্যৰ বুৰঞ্জীত সমালোচক হিচাপে উচ্চ স্থান লাভ কৰিছে। সাংবাদিকতাও তেওঁ কৰিছিল, কিন্তু সাংবাদিকতাতকৈও তেওঁ সাহিত্যৰ বিভিন্ন সংৰূপৰ (genre) যিবোৰ সমালোচনা কৰি গৈছে, সেইবোৰত তেওঁৰ বৌদ্ধিক জিজ্ঞাসা, অধ্যয়নশীলতা, বিভিন্ন বিষয়ৰ জ্ঞান, অন্তৰ্দৃষ্টি আৰু নিৰপেক্ষতা ফুটি উঠিছে। তেওঁ চল্লিশৰ দশকৰপৰা আশীৰ দশকৰ আৰম্ভণিলৈকে লিখা-মেলা কৰি অসমৰ বৌদ্ধিক চিন্তা-চৰ্চালৈ অৰিহণা যোগাইছিল যদিও, তেওঁ ছেগা-চোৰোকাকৈহে লিখিছিল। মানুহজনৰ জ্ঞান-আহৰণৰ হেঁপাহ যিমান আছিল, সেই অনুপাতে তেওঁ আত্ম-প্ৰকাশ নকৰিলে। কৰাহেঁতেন অসমীয়া সাহিত্য আৰু অধিক সমৃদ্ধ হ'লহেঁতেন। জীৱিতকালত তেওঁ লেখাখিনিও প্ৰকাশ কৰা নাছিল, তেওঁৰ মৃত্যুৰ পাছত সেইবোৰ তেওঁৰ পৰিয়ালেহে পোহৰলৈ আনিলে। তেওঁ জীয়াই থকা কালত 'বিস্মৃত ব্যতিক্ৰম' নামৰ যিখন কিতাপ প্ৰকাশিত হৈছিল, সেইখনো চাৰু মহন্ত নোহোৱা হ'লে হয়তো নোলালহেঁতেন। সম্পূৰ্ণ প্ৰচাৰবিমুখ এইজনা জ্ঞান-তপস্বীৰ পুথি প্ৰকাশৰ অনীহা একো অস্বাভাৱিক যেন নেলাগে; কিন্তু কাকতসমূহে তাগিদা দিবই, আৰু এনে তাগিদাৰ বাবেই তেওঁ সমালোচনাত প্ৰবৃত্ত হ'ব লগা হৈছিল। তাৰ ফলতেই সাহিত্য-সংস্কৃতিৰ বিচাৰ ক্ষমতাৰ উৎকৃষ্ট নিদৰ্শন থকা কিছুমান লেখা আমি পাইছোঁ। তাকৰীয়া হ'লেও সি ষোড়শোপচাৰ, মূল্যবান অৰিহণা। তেওঁৰ সাৰস্বত সাধনা অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্মৰণীয় হৈ থাকিব।

সহৃদয় পাঠক আৰু ৰসিক সমালোচকসকলেই সাহিত্যৰ প্ৰকৃত চমজদাৰ, তেওঁবিলাকৰ মূল্যায়নেই সাহিত্যক প্ৰাণ দিয়ে, তাৰ শ্ৰীবৃদ্ধিও কৰে। অৱশ্যে সাহিত্যৰ বুৰঞ্জীত সমালোচকৰ উন্নাসিকতাই কবি-সাহিত্যিকক নিৰাশ কৰাৰো উদাহৰণ আছে। কীট্‌ছৰ সম্পৰ্কত শ্যেলীয়ে বেজাৰ কৰি গৈছে। বিশ্বসাহিত্যৰ দিক্‌পাল গ্যেটে, শ্বেইক্সপীয়েৰ, টলষ্টয় আদিয়েও সমালোচক সম্পৰ্কে বিৰূপ

মন্তব্য দিছে। তথাপি সাহিত্য-নিৰ্মাণত সমালোচকৰ ভূমিকা অস্বীকাৰ কৰিব নোৱাৰি। ভূয়োদৰ্শিতা, ৰুচিবোধ, জীৱন-দৃষ্টি, বস্তুনিষ্ঠতা আদি গুণেৰে সমৃদ্ধ সমালোচকৰপৰা সাহিত্য উপকৃত হয় আৰু তাৰ বিকাশ ঘটে।

অসমীয়া প্ৰাচীন সাহিত্যত শংকৰদেৱেই সমালোচকৰ ভূমিকা লৈছিল। মাধৱ কন্দলিক তেওঁ অপ্ৰমাদী আখ্যা দিছে। পীতাম্বৰ কবি, অনন্ত কন্দলি আদিক তেওঁ সমালোচনা কৰাৰ প্ৰমাণ পোৱা যায়। অৱশ্যে তাক আমি প্ৰকৃত সমালোচনা বুলি ধৰিব নোৱাৰো। আধুনিক সাহিত্য-সমালোচনা প্ৰকৃতাৰ্থত পাশ্চাত্যৰ দান। আমাৰ 'জোনাকী' যুগত সমালোচনা আৰম্ভ হৈছিল, ক্ৰমান্বয়ে ইয়াৰ বিকাশ হ'বলৈ ধৰে। উনবিংশ শতিকাৰ পৰা কুৰি শতিকাৰ আগভাগলৈকে – এই কালছোৱাত প্ৰাচীন ধ্ৰুপদী সাহিত্য, আহোম যুগৰ বুৰঞ্জী সাহিত্য আদিক পোহৰলৈ অনা আৰু তাৰ আধুনিক মূল্যায়নৰ চেষ্টা চলি থকাৰ উপৰি সাহিত্যৰ বিভিন্ন সংৰূপৰো আলোচনা হ'বলৈ ধৰে। লক্ষ্মীনাথ বেজবৰুৱাই ভাল-বেয়া দেখুৱাই আস্বাদনৰ (appreciation) পন্থা লৈছিল বুলিব পাৰি। তেওঁ বিচাৰিছিল অসমীয়া সাহিত্যৰ উন্নতি, সেইবাবে তেওঁ সাহিত্য সভাৰ অভিভাষণত সাহিত্য-তত্ত্বলৈও আঙুলিয়াই দিছিল।

বেজবৰুৱা আছিল বাটকটীয়া, তেওঁৰ পাছত ৰোমান্টিক সাহিত্যৰ কৃতী সমালোচক হিচাপে ড' বাণীকান্ত কাকতিৰ নাম উল্লেখযোগ্য। কাকতিৰ পাণ্ডিত্য, মননশীলতা, পৰ্যবেক্ষণ শক্তি আৰু সূক্ষ্ম বিশ্লেষণ ক্ষমতাই অসমীয়া সমালোচনা সাহিত্যৰ ভেটি গজগজীয়া কৰি থৈ গ'ল। ইংৰাজ সমালোচক ৱাল্টাৰ পেটাৰৰ সমালোচনা ৰীতি মন্ময় (subjective) আছিল যদিও, মেথু আৰ্নল্ডৰ তন্ময়তাকো (objectivity) উপেক্ষা কৰা নাছিল। আৰ্নল্ডে সাহিত্যকৰ্মক বিশ্বসাহিত্যৰ শ্ৰেষ্ঠ প্ৰকাশভংগীৰ লগত তুলনা কৰিছিল আৰু তাকপৰাই সাহিত্যৰ মান নিৰ্ণয় কৰিছিল। পেটাৰে ইম্প্ৰেছনৰ ওপৰত গুৰুত্ব দিছিল। এই দুইজন সমালোচকেই কাকতিক প্ৰভাৱান্বিত কৰিছিল যদিও তেওঁৰ স্বকীয়তাও আছিল। ভাৰতীয় অলংকাৰশাস্ত্ৰৰ জ্ঞানো তেওঁ আহৰণ কৰিছিল। 'ৰস', 'ব্যঞ্জনা' আদি শব্দৰো তেওঁ উচিত ব্যৱহাৰ কৰিছিল। তেওঁৰ প্ৰদৰ্শিত পথটোকে কম-বেছি পৰিমাণে, পৰৱৰ্তী সমালোচকসকলে ব্যৱহাৰ কৰিছিল। ৰোমান্টিক যুগৰ সমালোচকসকলে ইম্প্ৰেছনৰ ওপৰতে ঘাইকৈ গুৰুত্ব দিছিল বুলিব পাৰি। চল্লিশৰ দশকত ৰোমান্টিক যুগৰ অন্ত পৰিল, আৰু আধুনিক যুগ আৰম্ভ হ'ল। এই সময়ত অসমীয়া সাহিত্যত, উদাৰ নৈতিকতাবাদী সমাজবাদী আৰু সাম্যবাদী চিন্তাৰ প্ৰভাৱ পৰিছিল আৰু দ্বিতীয় মহাসমৰে অনা বিপৰ্যয়েই লেখক-লেখিকাসকলৰ মনৰ গতি সলনি কৰিছিল। এই সন্ধিক্ষণতে মুনীন বৰকটকীদেৱে লিখা-মেলা কৰিছিল. তেওঁ এলিয়ট যেনেকৈ পঢ়িছিল, সেইদৰে

ব্ৰেখটো অধ্যয়ন কৰিছিল। অৱশ্যে তেওঁৰ সাহিত্য-দৃষ্টি ঘাইকৈ এলিয়টিক আছিল বুলিহে ক'ব পাৰি, যদিও মাৰ্ক্সো তেওঁ অধ্যয়ন নকৰাকৈ থকা নাছিল। ভাৰ্জিনিয়া উলফ্, জেমছ জয়েছৰ চেতনা-শ্ৰোত, ৱেইটিং ফৰ গডো'ৰ দৰে এবছাৰ্ড ড্ৰামা, ফ্ৰয়েডৰ মনস্তাত্ত্বিক বিশ্লেষণ, নৈতিক ধাৰাৰ সমালোচক লীৱিছ, সাম্যবাদী লুকাছ — এই আটাইবোৰৰ লগত তেওঁৰ পৰিচয় আছিল যেন ধাৰণা হয়। তাৰ ইঙ্গিত তেওঁৰ সমালোচকমূলক ৰচনাত পোৱা যায়। এটা নিৰ্দিষ্ট ধাৰাত তেওঁ মূল্যায়ন কৰিছিল বুলি কোৱা টান, পুথিৰ প্ৰসঙ্গৰ আঁত ধৰি, তাৰ ভাল-বেয়া ক'ব পৰা শক্তি তেওঁ অৰ্জন কৰিছিল। এইটো সম্ভৱ হৈছিল ইউৰোপত হোৱা আধুনিক সাহিত্য সম্পৰ্কীয় আন্দোলনবোৰৰ সম্যক জ্ঞানৰপৰা। জ্ঞানৰ বিভিন্ন ক্ষেত্ৰত তেওঁৰ অনায়াস বিচৰণেই তেওঁৰ সমালোচনাৰ মূল ভেটি, সেয়ে তেওঁ আছিল নিৰ্ভীক আৰু নিৰপেক্ষ। বৰকটকী সমালোচনাৰ ক্ষেত্ৰত, ৰোমাণ্টিক আৰু আধুনিক যুগৰ সংযোগ-সেতু। তেওঁতকৈ বয়সত ডাঙৰ ডিম্বেশ্বৰ নেওগ, যজ্ঞেশ্বৰ শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰভৃতিয়ে সমালোচনাত হাত দিছিল। হেম বৰুৱা, ভবানন্দ দত্ত, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা তেওঁৰ সমসাময়িক সমালোচক। তেওঁতকৈ বয়সত সৰু মহেন্দ্ৰ বৰা, হোমেন বৰগোহাঞি, ললিত বৰুৱা, জ্ঞানানন্দ শৰ্মা পাঠক, দিলীপ বৰুৱা, উপেন শৰ্মা আদিৰ অৱদান উপেক্ষনীয় নহয়। এইসকলৰ পাছৰ চামৰ ভিতৰত ড° হীৰেন গোহাঁই, ভবেন বৰুৱা, নগেন শইকীয়া, গোবিন্দ প্ৰসাদ শৰ্মা, ৰঞ্জিৎ দেৱ গোস্বামী, হীৰেন দত্ত আদিয়ে সমালোচনাৰ শ্ৰীবৃদ্ধি কৰিছে। ইম্প্ৰেছনধৰ্মী ধাৰাৰপৰা অসমীয়া সমালোচনা সাহিত্যত ক্ৰমান্বয়ে নৈতিক, মনস্তাত্ত্বিক, সমাজতাত্ত্বিক, ৰূপবাদী আদি নানা ধাৰা সন্নিবিষ্ট হৈছে। উত্তৰ-আধুনিকতাবাদ সম্পৰ্কেও ইতিমধ্যে আলোচনা আৰম্ভ হৈছে। শেহতীয়াকৈ ড° হীৰেন গোহাঁইয়ে পদ্ধতিগতভাৱে জীৱন-ঘনিষ্ঠ দৃষ্টিকোণ এটাৰে সমালোচনা সাহিত্যৰ বিকাশ সাধন কৰিছে।

বৰকটকীয়ে যে ছেগা-চোৰোকাকৈহে লিখিছিল তাৰ কাৰণ কি? তেওঁৰ জ্ঞান আহৰণৰ হেঁপাহ যিমান আছিল, লিখাৰ আগ্ৰহ সিমান নাছিল। তেওঁ মনপুতি লিখা হ'লে অসমীয়া সাহিত্যৰ ভঁৰাল আৰু অধিক চহকী হ'লহেঁতেন নিশ্চয়। কিতাপ তেওঁৰ এখনহে মাত্ৰ, পুথি-সমালোচনাবোৰো কাকত-আলোচনীৰ তাগিদাতহে লিখিছিল বুলিব পাৰি। তেওঁ সাংবাদিকতাৰ পিনে ঢাল খাইছিল সঁচা, তাতো তেওঁ সম্পূৰ্ণভাৱে আত্ম-নিয়োগ নকৰিলে। অসমৰ সমকালীন কিছুমান সমস্যা সম্বন্ধে ইংৰাজী কাকতলৈ লিখা চিঠিবোৰেই তেওঁৰ সাংবাদিকতাৰ উল্লেখযোগ্য প্ৰমাণ হৈ আছে; কিন্তু তাৰো সংখ্যা তাকৰীয়া। যৌৱনত তেওঁৰ উৎসাহ আছিল বেছি,

পাশ্চাত্যৰ ধ্যান-ধাৰণাৰ জৰিয়তে অসমীয়া সাহিত্যৰ ন-দিগন্ত সৃষ্টিৰ স্বপ্ন তেওঁ দেখিছিল। ৰোমাণ্টিক ভাবনাৰ শেষ পৰ্য্যায়ত তেওঁৰ এই উদ্বিগ্নতা আছিল স্বাভাৱিক, কিয়নো, তেওঁ অসমীয়া সাহিত্যত আধুনিক মননশীলতাৰ উদ্বোধন আশা কৰিছিল। এই সম্পৰ্কে বহুতকে উদ্বুদ্ধও কৰিছিল। বিশেষকৈ তেওঁৰ প্ৰায় সমবয়সী বন্ধু হেম বৰুৱাক 'আধুনিক সাহিত্য' নামৰ পুথিখন লিখিবলৈ প্ৰেৰণা যোগাইছিল। আনহাতে, কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষত প্ৰাণ হেৰুওৱা কবি অমূল্য আৰু তেওঁৰ সহপাঠীসকলৰ মানসিক দিগন্ত বিস্তৃত কৰাত তেওঁ সহায় কৰিছিল। তেওঁ নিজেও 'আবাহন'ত 'কনফেছনছ্' নামৰ এটা প্ৰবন্ধ লিখিছিল। বহুতৰ মতে ই ৰম্য ৰচনাৰ নিদৰ্শন হ'লেও, প্ৰকৃততে সেইটো খুহুটীয়া ভাষাত আধুনিক পাশ্চাত্য সাহিত্য আৰু সাহিত্য-তত্ত্বৰ সপক্ষে লিখা এটা ৰসাল প্ৰবন্ধ। তাত ফ্ৰয়েডীয় দেহবাদৰূপৰা আৰম্ভ কৰি জেমছ্ জয়েছৰ দুৰূহ ৰীতিলৈকে ভালেখিনি কথাৰ পৰোক্ষ ইংগিত আছে। তাত তেওঁ মাৰ্ক্সৰ 'first change, then interpret' নীতিৰো আভাস দিছে। ৰস-ৰচনা, ৰম্য-ৰচনা, loose sally of the mind,- যিহকে আমি নকওঁ, প্ৰবন্ধটোক অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটা মাইলৰ খুটি বুলিলে অত্যুক্তি নহয়, কিয়নো, বৰকটকীয়ে সেই সন্ধিক্ষণত অসমীয়া সাহিত্যত শতফুল ফুলাৰ সপোন দেখিছিল। তেওঁ কৈছিল, — 'জ্ঞান-মালিনী', 'মনোমতী'য়েই শ্ৰেষ্ঠ লিখনি বুলি নাভাবি আমি আৰু আগুৱাই যোৱা উচিত। প্ৰবন্ধটোক তেওঁৰ সাহিত্য-বিচাৰৰ প্ৰথম প্ৰতিশ্ৰুতিসম্পন্ন ৰচনা বুলিও ধৰিব পাৰি। অৱশ্যে প্ৰবন্ধটোত মাত্ৰাধিকভাৱে ইংৰাজী শব্দৰ ব্যৱহাৰ দৃষ্টিকটু যেন হ'ল — ইংৰাজী নজনা পাঠকৰ বাবে দুৰ্বোধ্যও হৈ পৰিল। কৃষ্ণ ভূঞাৰ মতে তেওঁ চুটি গল্প লিখিবলৈও লৈছিল, কিন্তু পিছলৈ তেওঁ গল্প-ৰচনাও ত্যাগ কৰিলে। প্ৰৌঢ়াৱস্থাত সমালোচনাত প্ৰবৃত্ত হৈছিল তেওঁ,— কিন্তু সিও পৰ্য্যাপ্ত নহয়। তেওঁৰ একমাত্ৰ পুথি 'বিস্মৃত ব্যতিক্ৰম' অৱশ্যে সফল ব্যতিক্ৰম ৰচনা। এই পুথিখনত বিখ্যাতসকলৰ লগতে অল্পখ্যাতসকলকো জাতীয় জীৱনলৈ দিয়া বৰঙণিৰ বাবে যি অকুণ্ঠ শ্ৰদ্ধা জনাইছে, তাৰপৰা বুজিব পাৰি, আন্তৰ্জাতিক জিজ্ঞাসাৰ মাজতো জাতীয় জীৱন আৰু সংস্কৃতিৰ সুস্থ উদ্বোধন তেওঁ আন্তৰিকভাৱে বিচাৰিছিল। প্ৰচাৰবিমুখ চিন্তাশীল, সংবেদনশীল অন্তৰ্মুখী চৰিত্ৰৰ বাবে তেওঁৰ সাৰস্বত সাধনা যদিও নীৰৱ আছিল, তথাপি সেই মৌনতাও মননশীল জীৱন-বীক্ষাৰে মুখৰ আছিল। 'বিস্মৃত ব্যতিক্ৰম' জীৱনী-সাহিত্য নহয়, বীৰপূজাও নহয়, দৰাচলতে পুথিখন স্বনামধন্য পুৰুষ কেইজনমানৰ জীৱনৰ আদৰ্শগত সংঘাত আৰু সংশ্লেষণৰ আলোচনা থকা ৰেখা-চিত্ৰহে মাথোন। লিয়ন ষ্ট্ৰেছিৰ অধ্যয়ন পুথিখনৰ উৎস যদিও, তেওঁ পশ্চিমীয়া আৰ্হি সম্পূৰ্ণৰূপে

গ্ৰহণ কৰা নাই। পৰলোকগত পুৰুষৰ দোষ খুচৰি থকাতকৈ গুণখিনি আত্মসাৎ কৰাহে বিধেয় — এনে এক ধাৰণা পুথিখনৰ মূল ভেটি। এই শ্ৰদ্ধাঞ্জলি জাতীয় জীৱন নিৰ্মাণ কৰাত সহায়ক হ'ব। সম্ভৱতঃ এইবাবেই পুথিখন ইতিমধ্যে অসমীয়া সাহিত্যত এটা মূল্যবান সংযোজন বুলি বিবেচিত হৈছে।

বৰকটকীৰ সমালোচনাৰ এটা প্ৰধান বৈশিষ্ট্য হৈছে, নানা তৰহৰ বিষয়বস্তু সম্পৰ্কে তেওঁ এটা সুচিন্তিত অভিমত দিব পাৰিছিল। ইয়াৰপৰা বুজিব পাৰি, তেওঁৰ অধ্যয়নৰ ক্ষেত্ৰ বিশাল আছিল। গল্প, উপন্যাস, নাটক, কবিতা, প্ৰবন্ধ-সংকলনৰ আলোচনা কৰাৰ উপৰি কথাছবি, নাট্যাভিনয়, অনাতাঁৰ নাট, ভ্ৰাম্যমান থিয়েটাৰ, লোককৃষ্টি, ৰাজনীতি, প্ৰাচ্যতত্ত্ব আদি বিষয়কো তেওঁ সামৰি লৈছিল। কলা-সংস্কৃতি সম্পৰ্কীয় আধুনিক দৃষ্টিকোণ এটাৰ তেওঁ অধিকাৰী হৈছিল আৰু সমালোচনাৰ ক্ষেত্ৰত তেওঁ যুক্তিনিৰ্ভৰ চিন্তাৰে আগবাঢ়িছিল। তেওঁৰ বিচাৰ আছিল সূক্ষ্ম আৰু নিৰপেক্ষ। সমাজতান্ত্ৰিক চেতনাক তেওঁ যেনেকৈ উপযুক্ত ক্ষেত্ৰত আদৰিছে, সেইদৰে সাৰ্থক চেতনা-স্ৰোতী ৰচনাকো তেওঁ উপেক্ষা কৰা নাই। আনহাতে, সমাজতান্ত্ৰিক বাস্তৱতা আৰু পূৰ্বৰ আদৰ্শবাদী সমাজমুখিতাৰ পাৰ্থক্যও তেওঁৰ চকুত ধৰা পৰিছে। তেওঁ ৰচনাৰ দোষ-গুণ ভালকৈ ফঁহিয়াই চাইছিল। অৱশ্যে, মৃতসকলৰ ক্ষেত্ৰত দোষ খোচৰা নাই, গুণসমূহলৈহে বেছিকৈ চকু দিছে। তেওঁৰ সমালোচনাৰ এটা উদ্দেশ্য আছিল। সেইটো হ'ল, অসমীয়া সংস্কৃতিৰ বিকাশ আৰু তাৰ জৰিয়তে অসমীয়া জাতিৰ বৌদ্ধিক আৰু মানসিক দিগন্তৰ প্ৰসাৰ। ছলঝেনিটচিনৰ 'গুলাগ' প্ৰসঙ্গত তেওঁ সাহিত্য আৰু ৰাজনীতিৰ সম্পৰ্কেও কিছু কথা কৈছে। তেওঁৰ মতে 'মানুহ যদি সামুহিকভাৱে ৰাজনৈতিক জন্তুৱেই, তেনেহ'লে ৰাজনীতিৰ পঙ্কত লেও লোৱা মানুহৰ আচৰণ লৈ সাহিত্য কৰাৰ দোষ কোনখিনিত?' আজিৰ সাৰ্বিক ৰাজনীতি (total politics) ৰ যুগত লেখক অধিক বাস্তৱমুখী আৰু মানৱীয় হোৱাটোকে বৰকটকীয়ে কামনা কৰিছে। আয়ুব খাঁৰ 'ফ্ৰেণ্ডছ, নট মাষ্টাৰছ' নামৰ গ্ৰন্থৰ কিছু গুণ থাকিলেও তেওঁ আত্মপ্ৰচাৰৰ বাহন হিচাপেই গণ্য কৰিছে। আৰু দুখন ইংৰাজী কিতাপৰ সম্পৰ্কে তেওঁ মনোজ্ঞ বিশ্লেষণ কৰিছে। এখন ময়নিহামৰ 'এ ডেনজাৰাছ প্লেচ' আৰু মাথাইৰ 'মাই ডেইজ উইথ নেহৰু'- এই দুয়োখন গ্ৰন্থৰ প্ৰসঙ্গৰ বিষয়ে মতামত দি তেওঁ কৈছে যে প্ৰথমখন মাৰ্কিন বোজাৰ (হোৱাইট মেনছ বাৰ্ডেনৰ দৰে) প্ৰচাৰ আৰু দ্বিতীয়খন নিম্নমানৰ, ৰুচিহীন মুখৰোচক তথ্যৰে ভৰপূৰ।

অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'লক্ষ্মীনাথ বেজবৰুৱা' নামৰ গ্ৰন্থখনৰ আলোচনা কৰি তেওঁ দেখুৱাইছে যে অসমীয়া সাহিত্যৰ এই প্ৰাণপুৰুষজনৰ জীৱনৰ

কেইটামান দিশ আলোচিত হোৱা নাই। সেইদৰে জ্ঞাননাথ বৰা, মৌলানা তৈয়বুল্লা, হেম বৰুৱা, দেবেন্দ্ৰ নাথ শৰ্মা, নবকান্ত বৰুৱা, মহিম বৰা, শীলভদ্ৰ, হেৰম্বকান্ত বৰপূজাৰী, চৈয়দ আব্দুল মালিক, নগেন শইকীয়া, অৰুণ শৰ্মা, ড° শিৱনাথ বৰ্মন আদিৰ গ্ৰন্থ সম্পৰ্কে তেওঁ কৰা আলোচনাবোৰত তেওঁৰ জ্ঞান আৰু অভিজ্ঞতাৰ উমান পোৱাৰ উপৰি বিচাৰশীল মনোবৃত্তিৰো আভাস পোৱা যায়। ড° মছউদ্দিন আহমদৰ 'মুছলমানৰ সমস্যা, পটভূমি আৰু সমাধান' নামৰ পুথিখনৰ মৌলবাদ বিৰোধী ধাৰণাক বৰকটকীয়ে প্ৰশংসা কৰিছে। এই সময়ৰ তৰুণ লেখক কুমুদ গোস্বামী, ৰাজেন হাজৰিকা আদিকো তেওঁ উৎসাহ দিছে। কামৰূপ অনুসন্ধান সমিতিৰ তৰফৰপৰা কৃষ্ণকান্ত সন্দিকৈৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্য হিচাপে উলিওৱা প্ৰাচ্যতত্ত্ব বিষয়ক 'অভিনন্দন ভাৰতী' নামৰ গ্ৰন্থ সম্পৰ্কে তেওঁ দিয়া সুচিন্তিত অভিমত নিশ্চয় স্মৰণীয় হৈ ৰ'ব। অখ্যাত, অল্পখ্যাত শিল্পীৰ প্ৰতি তেওঁৰ মৰম আছিল। 'লুইতপৰীয়া শিল্পী' নামৰ পুথিত যিসকলৰ জীৱন-বৃত্ত কোৱা হৈছে, তাৰ ভিতৰত অল্পখ্যাতৰ সংখ্যাই অধিক। পুথিখনৰ লেখক কিশোৰী মোহন পাঠকক বৰকটকীয়ে প্ৰশংসা কৰিছে আৰু অন্যান্য অখ্যাত- অল্পখ্যাত শিল্পীৰ জীৱন-কাহিনী লিখি প্ৰকল্পটো সম্পূৰ্ণ কৰিবলৈ অনুৰোধ কৰিছে। পৰাগ চলিহাৰ 'চাৰি হেজাৰ বছৰৰ অসম' নামৰ অভিনৱ নাট্যবস্তুক সম্পাদিত ৰূপত ৰাষ্ট্ৰীয় পৰ্য্যায়লৈ নি পৰিবেশন কৰাৰ পৰামৰ্শ দাঙি ধৰিছে। চলিহাৰ এই সম্পৰীক্ষা সঁচাই অভিনৱ আছিল, বৰকটকীয়ে তাৰ সম্পৰ্কত দিয়া পৰামৰ্শসমূহ সফল নাট্যবুদ্ধিৰ পৰিচায়ক। নাটক সম্পৰ্কে তেওঁৰ এটা বিশেষ অনুৰাগ আছিল যেন লাগে। শৌভিক, প্ৰগতিশীল শিল্পী সংঘ, কামৰূপ নাট্যসংঘ, ভ্ৰাম্যমান নাট্য গোষ্ঠীৰদ্বাৰা আয়োজিত নাট্যাভিনয়ৰ সাৰ্থক আলোচনাৰ উপৰি জাহ্নু বৰুৱাৰ কথাছবি, এখন বিশেষ তথ্যচিত্ৰৰো তেওঁ সমীক্ষা কৰিছে।

বৰকটকীদেৱৰ সমালোচনামূলক সৰু-বৰ প্ৰবন্ধবোৰৰ বিষয় বৈচিত্ৰ্যই আমাক চমক খুৱায়। তেওঁৰ আলোচনা তীক্ষ্ণ, তেজস্বী, প্ৰাণৱান। কাঠনিবাৰী ঘাটৰ পাতনি, ড° শিৱনাথ বৰ্মনৰ 'লোককৃষ্টিৰ উৎস', ছলঝেনিটচিনৰ 'গুলাগ', নৱকান্ত বৰুৱাৰ কবিতা আদিৰ আলোচনা পঢ়িলেই আমি তাৰ প্ৰমাণ পাম। বৰকটকীয়ে কম লিখিছিল, কিন্তু যিখিনি লিখি গৈছে, তাৰ মাজত এজন প্ৰকৃত ৰসিকৰ ৰসজ্ঞান আৰু লিখনী-বিক্ৰম ফুটি উঠিছে।◆◆

# গ্ৰন্থ সমালোচনা ঃ মুনীন বৰকটকীৰ 'প্ৰসঙ্গ সমালোচনা'

**হীৰেন্দ্ৰ নাথ দত্ত**

মুনীন বৰকটকীৰ এটা সৰ্বতোগামী মন আছিল। এই প্ৰতিভাশালী ব্যক্তিগৰাকীৰ অবাৰিত জ্ঞান-তৃষ্ণাৰ যি পৰিক্ৰমা, সি আজিৰ দিনত বিৰল। বৰ্তমানকালৰ দিক্‌নিৰ্ণায়ক ৰাজনৈতিক তথা সমাজতাত্ত্বিক মতবাদসমূহ আৰু সাহিত্য-সংস্কৃতিৰ প্ৰতি তেখেতৰ নিৰলস ঔৎসুক্যৰ কথা লক্ষ্য কৰিলে এই ব্যক্তিগৰাকীৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই যায়। একাধাৰে তেখেতৰ চৰিত্ৰ-সৌৰভৰ কথা তেখেতৰ সংস্পৰ্শলৈ অহা প্ৰতিজন লোকেই সহৃদয়তাৰে স্মৰণ কৰি আহিছে। বিনয়, আনৰ প্ৰতি সুবিবেচনাসম্পন্ন সহানুভূতি, হিতৈষণা গুণ সৎসাহসৰপৰা সম্ভূত স্পষ্টবাদিতা — এইখিনি গুণ এই সুপুৰুষগৰাকীৰ চাৰিত্ৰিক বৈশিষ্ট্য আছিল। তেখেত একাধাৰে এজন জ্ঞানপিপাসু নীৰৱ সাধক আৰু সামাজিক দায়িত্ববোধসম্পন্ন নাগৰিক আছিল। বৰেণ্য সাহিতিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ডাঙৰীয়াই "সৰহভাগ নীৰৱতা, অলপ সৰৱতা" নামৰ প্ৰবন্ধ এটাত বৰকটকী ডাঙৰীয়াৰ "সৰহভাগ নীৰৱতা, অলপ সৰৱতাৰ কথা কৈছে *(দ্ৰষ্টব্যঃ উপেন্দ্ৰ বৰকটকীৰদ্বাৰা সম্পাদিত 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী')*। এনে নীৰৱতাযে নীৰৱ সাধকৰ নীৰৱতা, সেই বিষয়ে সন্দেহ নাই। নীৰৱ সাধকৰ তন্ময়তা তেখেতৰ ব্যক্তিত্বৰ বৈশিষ্ট্য আছিল বাবেই বৰকটকী ডাঙৰীয়া প্ৰচাৰ আৰু খ্যাতিৰ প্ৰতি বিমুখ আছিল। কিজানি নিজৰ সত্যনিষ্ঠতা আৰু স্পষ্টবাদিতা তেতিয়াহে ঠিকে-ঠাকে ৰাখিব পৰা যাব বুলি তেখেতে বিশ্বাস কৰিছিল।

আৰম্ভণিতে এইখিনি কথা কোৱাৰ উপলক্ষ্য হৈছে, শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্য্য ডাঙৰীয়াৰদ্বাৰা সম্পাদিত বৰকটকী ডাঙৰীয়াৰ গোটাদিয়েক প্ৰবন্ধৰ সংকলন, 'প্ৰসঙ্গঃ সমালোচনা' নামশীৰ্ষক কিতাপখনৰ এটা মূল্যায়ন আগবঢ়োৱাৰ প্ৰয়াস। সংকলনটোৰ সম্পাদকে তেখেতৰ সুলিখিত পাতনিখনত পাঠকসকলক জনাইছে যে শ্ৰী যুত ৰেণুকাদেৱী বৰকটকীৰ শ্ৰম আৰু উদ্যমৰ বাবেহে সংকলনখন যুগুতোৱা সম্ভৱপৰ হ'ল, তেখেতসকলৰ বিদুষী কন্যা মীনাক্ষী বৰকটকীৰ নিষ্ঠাৰ কথাও উল্লেখ কৰা হৈছে।

অ'ত ত'ত বিক্ষিপ্ত হৈ থকা বৰকটকীৰ লেখাবোৰ থুপাই অনা কাৰ্য্যৰ বাবে অধ্যাপক উপেন্দ্ৰ বৰকটকীকো সম্পাদকে প্ৰশংসা কৰিছে। জীৱিতকালত মুনীন বৰকটকীৰ এনে এখন সংকলন প্ৰস্তুত কৰাৰ পৰিকল্পনা নাছিল। তেখেতৰ অন্যমনস্কতাৰ এই দিশটো বৰকটকীদেৱৰ গুণগ্ৰাহী প্ৰতিজন সাহিত্যৰসিকৰ বাবে যে আক্ষেপৰ কাৰণ, এই কথাটো সংকলনখনৰ সম্পাদক ভট্টাচাৰ্য্য ডাঙৰীয়াই উত্থাপন কৰিছে। সি যি কি নহওক, বৰ্তমানত বৰকটকী ডাঙৰীয়াৰ যিখিনি ৰচনা আমি পালোহঁক, সেইখিনিৰ অন্তৰালত স্ফুট তেখেতৰ ব্যক্তিত্বৰ প্ৰতি সন্মান জনোৱাটোৱেই বিধেয় হ'ব।

আলোচ্য পুথিখনৰ আকাৰ সৰু যদিও লেখকৰ মননৰ বিস্তৃতি চমৎকাৰ। ইতিপূৰ্বে উল্লেখ কৰি অহা মন্তব্য এটাৰ আঁত ধৰি কওঁ যে বৰকটকী ডাঙৰীয়াৰ পাণ্ডিত্যই সাহিত্য, সংস্কৃতি, সাংবাদিকতা আৰু ৰাজনীতিৰ মাজত থকা ভেদৰেখাবোৰ অতিক্ৰমি ইচ্ছানুসৰি অহা-যোৱা কৰিব পাৰিছিল। তাকে মনত ৰাখি আলোচনাৰ সুবিধাৰ বাবে পুথিখনত সন্বলিত লেখাবোৰ কেইটামান থূলত ভাগ কৰিব খোজো। অৱশ্যে এনে বিভাজন কপকপীয়া বিভাজন কদাপি হ'ব নোৱাৰে। প্ৰথমটো থূলত গল্প, কবিতা আৰু উপন্যাসৰ আলোচনাই প্ৰাধান্য পোৱা ৰচনাখিনি অন্তৰ্ভুক্ত কৰা হৈছে। দ্বিতীয়টো থূলত নাটক, নাট্যশিল্প আৰু ৰঙ্গমঞ্চ বিষয়ক আলোচনাখিনিক স্থান দিয়া হৈছে। শেষত, অৰ্থাৎ তৃতীয় থূলটোত জ্ঞানৰ আনকেইটামান ভাগ আৰু সাংবাদিকতামূলক আৰু অন্যান্য ৰচনা পৰ্য্যবেক্ষণৰ বাবে লোৱা হৈছে। এই আটাইবোৰ ৰচনাতে বৰকটকীৰ ঐকান্তিকতা আৰু তেখেতৰ স্বভাৱসুলভ উদাৰতা অনুভূত হৈছে। কোনটো থূলত কোনকিখন ৰচনা অন্তৰ্ভুক্ত হৈছে, সেইটো কথা পুথিখনৰ পাঠকসকলে সহজেই নিৰ্ণয় কৰিব পাৰিব বুলি ঠাৱৰাই তাৰ লেখ নিদিলো। মাত্ৰ প্ৰতিটো থূলৰে বিশেষভাৱে লেখতল'বলগীয়া ৰচনা খনদিয়েকৰ ওপৰত যথাসাধ্য মতামতহে আগবঢ়াম।

সাহিত্য সমালোচনামূলক ৰচনাৰ থূলটোৰ ভিতৰত সৰ্বোৎকৃষ্ট লেখাটো হৈছে “চুলঝেনিটচিনৰ গুলাগ”। প্ৰবন্ধটো ১৯৭৫ চনত ৰচনা কৰা হৈছিল। বৰকটকী ডাঙৰীয়াৰ পাণ্ডিত্য আৰু মেধাই এই ক্ষেত্ৰত যথোপযুক্ত বিচৰণভূমি পাইছে। বিশ্বসাহিত্যৰ পটভূমিৰ বিষয়ে তেখেতৰ সম্যক জ্ঞান আলোচনাটোত প্ৰতিভাত হৈছে। ১৯৩৩ চনতেই বৰকটকী ডাঙৰীয়াই জোছেফ কনৰাড্‌ৰ বিষয়ে এটা সুন্দৰ পৰিচয়মূলক প্ৰবন্ধ লিখিছিল। পুনৰ ১৯৩৬ চনত মাৰ্কিন সভ্যতাৰ বাৰ্তাবাহক হিচাপে তেওঁৰ অৱদানৰ বিষয়ে তেখেতে এটা মূল্যবান প্ৰবন্ধ ৰচনা কৰিছিল। এই দুটা দৃষ্টান্তৰ দ্বাৰা এইটো কথাকে সূচনা কৰিবলৈ বিচৰা হৈছে যে আধুনিক যুগৰ

উপন্যাস সাহিত্যৰ ধাৰাবাহিকতাৰ বিষয়ে এনেকুৱা সুবিস্তৃত অধ্যয়ন আৰু মৰ্মভেদী বিশ্লেষণৰ দৃষ্টান্ত অসমীয়া সাহিত্য জগতত বিৰল। অৱশ্যে আক্ষেপেৰে সৈতে ক'বলগীয়া হৈছে যে আমি তেখেতৰপৰা এনে পৰ্য্যায়ৰ আলোচনা আৰু পাব লাগিছিল। বৰকটকীৰ বিশ্লেষণ ক্ষমতাৰ বলিষ্ঠতাৰ চানেকি হিচাপে এটা দৃষ্টান্ত দাঙি ধৰিলোঁ ঃ

মানুহৰ নৈতিক সত্তাত আলোড়ন তোলা মানুহৰ মনুষ্যত্বক জাগ্রত কৰাটোও যদি মহৎ সাহিত্যৰ এটা লক্ষণ আৰু ধৰ্ম হয়, তেনেহ'লে ছলঝেনিটচিনৰ গুলাগ উদ্দেশ্যধৰ্মী হ'লেও, তথ্যনিৰ্ভৰ হ'লেও, বুৰঞ্জীসুলভ হ'লেও, এক মহান সাহিত্য সৃষ্টি, ডষ্টয়েভস্কি আৰু টলষ্টয়ৰ পৰ্য্যায়ৰ নৈতিক শক্তিসম্পন্ন কলাকৰ্ম। এই প্ৰামাণ্য, বস্তুনিষ্ঠ সত্যান্বেষণৰ দিশটোৰ বাহিৰেও 'গুলাগ'ৰ অতুলনীয় সম্পদ হ'ল তীব্ৰ মানৱিকতাবোধেৰে অনুৰঞ্জিত অসংখ্য নিঃকিন, অথচ মহান মানৱ চৰিত্ৰৰ মিছিল, মানুহৰূপী দুৰ্ভগীয়া। *(প্ৰসঙ্গ ঃ সমালোচনা, পৃষ্ঠা ১৫৯)*। আলোচিত থূলটোৰ সাৰ্থকতাৰ আন এটা দৃষ্টান্ত হৈছে গল্প-সাহিত্যৰ বিষয়ে তাত্ত্বিক আলোচনা আৰু আধুনিক অসমীয়া গল্পকাৰ জনদিয়েকৰ বিষয়ে আগবঢ়োৱা যথাযথ মন্তব্য। অনুমান কৰিব পাৰি যে বৰকটকী ডাঙৰীয়াৰ মতে মহিম বৰা আধুনিক কালৰ শীৰ্ষস্থানীয় গল্পকাৰ। এই সংক্ৰান্তত "কাঠনিবাৰী ঘাট"ৰ বিষয়ে তেখেতৰ এটা মন্তব্য এনেধৰণৰঃ বৰাৰ একডজন গল্পৰ প্ৰত্যেকটোৱেই একো একো টুকুৰা হীৰাৰ দৰে। ডগমগীয়া আৰু মনোমোহা *(প্ৰ. স. পৃ. ২৬)*। উক্ত মন্তব্য সমীচীন হৈছে। মহিম বৰাৰ উপৰিও সৌৰভ চলিহা, ভবেন শইকীয়া, লক্ষ্মীনন্দন বৰা আৰু নগেন শইকীয়াৰ গল্পৰ বিষয়ে বৰকটকীয়ে তাৎপৰ্য্যপূৰ্ণ সিদ্ধান্ত আগবঢ়াইছে। তাৰ উপৰিও অন্য জনদিয়েক গল্পকাৰ সম্পৰ্কেও বৰকটকী ডাঙৰীয়াই আলোচনা কৰিছে। অৱশ্যে তেখেতে আশা কৰা অনুপাতে সকলোকেইজন গল্প লেখকে তেওঁলোকৰ প্ৰতিশ্ৰুতি পূৰণ নকৰিলে। নতুন আংগিক আৰু নতুন ধাৰাৰ আৰম্ভণিৰ সূচনা কৰা লেখকসকলে তেখেতক আকৃষ্ট কৰিছিল। সেয়ে তেখেতে তেনে সম্ভাৱনাৰ স্বাক্ষৰ দেখিলেই তেনে লেখকক উদগনি দিছিল। অসমীয়া গল্প-সাহিত্যৰ বিষয়ে কৰা আলোচনাখিনিৰ এঠাইত বৰকটকীয়ে এজন শীৰ্ষস্থানীয় কথাশিল্পী বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ বিষয়ে এটা বিশেষ ভাবোদ্দীপক মন্তব্য দিছে ঃ একমাত্ৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ বাহিৰে আন কোনেও অসমীয়া গল্পৰ আধুনিক সমাজতান্ত্ৰিক আইডিঅ'লজি বা মতাদৰ্শেৰে সঞ্চাৰিত কৰিববলৈ বা সমষ্টিগত দৃষ্টিকোণৰপৰা জীৱন আৰু আবেগৰ মূল্যাংকন কৰিববলৈ প্ৰয়াস কৰা চকুত নপৰে। কোৱা নিষ্প্ৰয়োজন যে এইবিধ নতুন সমাজতান্ত্ৰিক চেতনা আৰু পূৰ্বৰ আদৰ্শবাদী সমাজমুখিতা একে গুণ নহয়। কিন্তু মোৰ বোধেৰে

বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ প্ৰতিষ্ঠা দৰাচলতে চুটিগল্পৰ সীমিত, ঘনীভূত পৰিসৰতকৈ উপন্যাসৰ বিস্তৃততৰ শিথিল গাঁথনিৰহে বেছি উপযোগী। *(প্ৰসঙ্গঃ সমালোচনা, পৃ. ২৫)*। প্ৰসঙ্গ সমালোচনা পুথিখনত সন্নিৱিষ্ট ভালেকেইটা লেখাই হৈছে গ্ৰন্থ সমালোচনা। হয়তো তাৰ গোটাদিয়েক লেখা তেখেতে এৰাব নোৱাৰা অনুৰোধৰ ছাপত লিখিবলগীয়া হৈছিল। তৎসত্ত্বেও তেখেতে তেখেতৰ মজ্জাগত ন্যায়নিষ্ঠ দৃষ্টিভঙ্গী পৰিহাৰ কৰা নাছিল। অৱশ্যে এনে ন্যায়নিষ্ঠতাৰ সৈতে গ্ৰন্থ সমালোচনাৰ ক্ষেত্ৰত ঠাইবিশেষে পাৰ্য্যমানে উদাৰ দৃষ্টিভঙ্গী সংযোগ কৰিছিল। ড° হীৰেন গোহাঁয়ে মুনীন বৰকটকীৰ "অন্তৰ আৰু অন্তৰীক্ষ" গ্ৰন্থখনৰ পাতনিত উল্লেখ কৰিছে যে বৰকটকীৰ সাহিত্য আলোচনাৰ বৈশিষ্ট হৈছে এক উদাৰ কিন্তু ন্যায়নিষ্ঠ দৃষ্টিভঙ্গী। লগতে আন এটা প্ৰবন্ধত ড° গোহাঁয়ে উল্লেখ কৰা আন এটা মন্তব্যও প্ৰণিধানযোগ্যঃ- তেখেতৰ প্ৰজন্মৰ লোকসকলৰ নিঃস্বাৰ্থ দেশসেৱাৰ মনোভাৱ তেখেতে সংস্কৃতি জগতলৈ বহঁন কৰি আনিছিল। *(দ্ৰষ্টব্যঃ 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী', পৃ.১৯, সম্পাদক উপেন্দ্ৰ বৰকটকী)*। উপেন্দ্ৰ বৰকটকীয়ে সম্পাদনা কৰা পূৰ্বোক্ত গ্ৰন্থখনত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই মুনীন বৰকটকীৰ কালজয়ী গ্ৰন্থ 'বিস্মৃত ব্যতিক্ৰম'ৰ প্ৰসঙ্গত মন্তব্য দিছেঃ মুনীন বৰকটকীয়ে বীৰসকলক এনেকৈ চিত্ৰিত কৰি গৈছে, যাতে তাৰপৰা অসমীয়াৰ মঙ্গল হয়। ব্যক্তিগত দৃষ্টিকোণক জাতীয় দৃষ্টিকোণৰপৰা বিচ্ছিন্ন কৰা তেওঁৰ পক্ষে সম্ভৱ নহ'লগৈ। *(পূৰ্বোক্ত গ্ৰন্থ)*

এই উদ্ধৃতিকেইটাৰ আলমত এটা সিদ্ধান্তলৈ আহিব খুজিছোঁ যে অসমীয়া সমাজখন তেখেতে অহৰহ অনুসন্ধান কৰিছিল আৰু তেখেত অসমীয়া জাতীয় বিকাশৰ এজন উপাসক আছিল। সেই প্ৰতীতি তেখেতৰ সাহিত্য সমালোচনাৰ দৃষ্টিকোণৰ সৈতে এক গ্ৰহণযোগ্য মাত্ৰাত জড়িত আছিল। গ্ৰন্থ সমালোচনাৰ ক্ষেত্ৰত সেই কথাটো প্ৰত্যক্ষ কৰিব পাৰি।

গ্ৰন্থ সমালোচনাৰ ক্ষেত্ৰত বৰকটকী ডাঙৰীয়াৰ দক্ষতা দৃষ্টিগোচৰ কৰিবৰ বাবে এটা স্তৱক তুলি দিছোঁ। ইয়াত মৌলানা তৈয়বুল্লা চাহাবৰ - 'কাৰাগাৰৰ চিঠি'ৰ বিষয়ে তেখেতে এটা পৰিচয়মূলক মন্তব্য দিছেঃ সাংগঠনিক আৰু সংসদী দুয়োখন ক্ষেত্ৰতে তৈয়বুল্লা চাহাব আমাৰ এজন elder Statesman, বয়োজ্যেষ্ঠ ৰাষ্ট্ৰবিদ, অক্লান্ত যুঁজাৰু, প্ৰকৃত অৰ্থত ৰাজনৈতিক নিৰ্য্যাতিত, চমুতে এজন অগ্ৰগণ্য ৰাজনৈতিক নেতা। এই অভিজ্ঞতা আৰু সক্ৰিয়তাৰ সৈতে সংযুক্ত হৈছে তেওঁৰ অধ্যয়নপুষ্ট তত্ত্বান্বেষী বিশ্লেষণ প্ৰিয় মন আৰু মননশীলতা। ভাৰতৰ আৰু আমাৰ আধা শতিকাৰ ৰাজনৈতিক বিবৰ্তনৰ ধাৰা আৰু সুঁতিৰ সৈতে তেখেতৰ ভিতৰৰপৰা হোৱা জ্ঞান আৰু ঘনিষ্ঠ পৰিচিতিয়ে এই ক্ষেত্ৰত তেখেতৰ মতামত ব্যাখ্যাক এটা

একক বৈশিষ্ট্য আৰু প্ৰামাণ্য দিছে। *(প্ৰসঙ্গ ঃ সমালোচনা, পৃ. ৩৩)*।

মেধা আৰু অনুভূতিৰ এনে আকৰ্ষণীয় সমন্বয়যুক্ত উদ্ধৃত পংক্তিটোৱে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ অন্য এটা মন্তব্যৰ মৰ্ম আমাৰ মনলৈ আনে। ভট্টাচাৰ্য্যৰ এই মন্তব্যটোত বৰকটকীৰ সমালোচনাৰ এটা বিশেষ গুণৰ কথা ব্যক্ত কৰা হৈছে ঃ বিষয়বস্তুলৈ দকৈ সোমোৱাৰ আগতে লেখকে অকোৱা-পকোৱা বাটেদি নি এনে এটি বৌদ্ধিক আৰু আনুভূতিক বাতাবৰণ সৃষ্টি কৰে যে তেতিয়া মোৰ প্ৰায়ে অংকীয়া ভাওনাৰ আগত দেখুওৱা গায়ন-বায়নলৈ মনত পৰে। *(বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী, পৃ. ১৩)*।

দেখদেখকৈ এজন চিন্তাশীল আৰু ব্যাপক অধ্যয়নপুষ্ট সমালোচকৰ পক্ষেহে এনেকুৱা পৰিচিতিমূলক মন্তব্য দিয়া সম্ভৱপৰ। পুনৰপি জনাওঁ যে তৈয়বুল্লাৰ কিতাপখনৰ বিষয়ে থকা আলোচনাটোতে হেম বৰুৱাৰ 'সাহিত্য আৰু সাহিত্য' কিতাপখনৰ বিষয়ে বৰকটকী ডাঙৰীয়াই চুটি আৰু অন্তৰ্ভেদী মন্তব্য আগবঢ়াইছে। সুৰুচিপূৰ্ণ আৰু সৌজন্যমূলক ভঙ্গীৰে কিতাপখনত পৰিদৃষ্ট ত্ৰুটিবোৰৰ প্ৰতিও তেখেতে আঙুলিয়াই দেখুৱাইছে। তাৰ এটা উদাহৰণ ঃ

'ৰোমাণ্টিক-সাহিত্য আৰু ব্যক্তিবাদ' বোলা ৰচনাখনত ব্যক্তিবাদক নিষ্ঠুৰ ভাৰসাম্যহীন আক্ৰমণ কৰা হৈছে যেন লাগে। সেইটো বৰ ন্যায়সঙ্গত হৈছে বুলি কোৱা টান। সমাজ সচেতন সাহিত্য আৰু ব্যক্তিকেন্দ্ৰিক সাহিত্যক দুটা পানী নসৰকা কোঠালিত আবদ্ধ কৰি লেখকে অবিচাৰ কৰিছে (প্ৰসঙ্গ ঃ সমালোচনা, প.৩৫)।

কিতাপ একোখনৰ মূল বৈশিষ্ট্যৰ বিষয়ে চমু মৰ্মভেদী মন্তব্যখিনি দি উঠি কিতাপখনত পৰিদৃষ্ট ত্ৰুটি আৰু অসম্পূৰ্ণতাখিনি বন্ধুত্বপূৰ্ণ ভঙ্গীৰে সুস্পষ্টকৈ ব্যক্ত কৰা ধৰণটো অনুকৰণীয়। বৰকটকীৰ সেই কথাটোৱে তেখেতক লেখকসকলৰ শ্ৰদ্ধাৰ আৰু আস্থাৰ পাত্ৰ কৰিছে। স্বৰূপাৰ্থত সংস্কৃতিপৰায়ণ এজন ব্যক্তি আছিল কাৰণেই বৰকটকীয়ে তুলনামূলকভাৱে কম গুণযুক্ত পুথি একোখনৰ লেখককো আন্তৰিকতাৰে সৈতে যথাসম্ভৱ উৎসাহ দিছিল। কিন্তু উৎসাহ পৰালৈকেহে দিছিল।

আলোচ্য থূলটোৰ আন দুখন উল্লেখযোগ্য গ্ৰন্থ সমালোচনা হ'ল 'লক্ষ্মীনাথ বেজবৰুৱা' আৰু 'সংস্কৃত সাহিত্য আৰু প্ৰাচ্যতত্ত্বমূলক গৱেষণা'। সংক্ষিপ্তকৈ দুয়োখন পুথিৰে কথাবস্তুৰ দক্ষ পৰ্য্যালোচনা আগবঢ়োৱাৰ উপৰিও দুই একোটা অন্তৰ্ভেদী সাৰগৰ্ভ মন্তব্য তেখেতে দি গৈছে। তাৰে দুটা দৃষ্টান্ত দিছোঁ —

(ক) 'কনছেন্সছাছ' যথাৰ্থ হ'ব লাগিলে বেজবৰুৱাৰ স্বীকৃতি শ্ৰেষ্ঠ সাহিত্যিক

হিচাপেই হ'ব লাগিব — জাতীয় বীৰ হিচাপে নহয় *(প্ৰসঙ্গ ঃ সমালোচনা, পৃ.৬৬)*।

(খ) তেওঁৰ (সন্দিকৈৰ) পাণ্ডিত্যৰ এটা 'এক্‌লেকটিক' বহুগ্ৰাহী দিশ আছিল। প্ৰবন্ধ সমূহত সন্দিকৈসুলভ প্ৰসাদ গুণ আৰু ঔদাৰ্যৰ অভাৱ অনুভৱ কৰা যায়। গৱেষণামূলক পাণ্ডিত্যপূৰ্ণ গ্ৰন্থত দীঘলীয়া পাদটীকা, টোকা আৰু প্ৰসঙ্গক্ৰম, গ্ৰন্থ তালিকা ইত্যাদি একপ্ৰকাৰ অপৰিহাৰ্য সঁচা; কিন্তু দুপতীয়া মূল প্ৰবন্ধ এটাৰ পিছত আৰু দুপতীয়া 'টোকা উল্লেখ' জুৰি দিয়াটো কেৰেলাতকৈ গুটি দীঘল হোৱাৰ দৰে কথা হৈ পৰে। *(প্ৰসঙ্গ ঃ সমালোচনা, পৃ. ৭৭)*।

আৰু এখন কিতাপৰ ওপৰত বৰকটকীৰ মতামত সম্পৰ্কে উল্লেখ কৰি প্ৰথম থূলটোৰ বিষয়ে আলোচনা সামৰি দ্বিতীয় থূলটোলৈ যাম। শেষৰ এই কিতাপখন হৈছে শীলভদ্ৰৰ 'মধুপুৰ বহুদূৰ'। বৰকটকীৰ লেখাটোৰপৰা এটা উদ্ধৃতি তুলি দিছোঁঃ

বিস্তৃত অধ্যয়ন আৰু পৰ্যবেক্ষণপুষ্ট এগৰাকী পৰিশীলিত, ঐতিহাসিক দূৰদৰ্শিতা সম্পন্ন কথা-সাহিত্যিকৰ এই লেখাটোত সামাজিক অৱক্ষয়, আধুনিকতা আৰু গ্ৰাম্য-সংস্কৃতিৰ সংঘাত, সুদূৰপ্ৰসাৰী বিশ্ববীক্ষা, মোহনীয় স্মৃতিচাৰণ বিচিত্ৰ কিমান কি যে ইয়াত পুঞ্জীভূত হোৱা নাই। পৰিৱৰ্তন আৰু স্থিতিস্থাপকতাৰ পটভূমিত চিৰন্তন সংঘাত, চৰিত্ৰ আৰু পটভূমিৰ আন্তঃক্ৰিয়া, এনেকুৱা অনেক গুণে অন্ততঃ মোৰ বাবে এই লেখাক অবিস্মৰণীয় কৰি তুলিছে' *(প্ৰসঙ্গ ঃ সমালোচনা, 'মধুপুৰ বহুদূৰ, পৃ. ১৩৪)*।

শীলভদ্ৰ যে এজন উচ্চস্তৰৰ কথাশিল্পী, কথাটো নিশ্চয় হয়। অৱশ্যে লগতে এই প্ৰসঙ্গত বৰকটকীৰ পৰ্য্যায়ৰ অধ্যয়নপুষ্ট সমালোচক এজনে আৰ. কে. নাৰায়ণৰ 'মালগুড়ি ডেইজ' কিতাপখনৰ কথা উল্লেখ কৰিব পাৰিলেহেঁতেন। প্ৰসঙ্গক্ৰমে উল্লেখ কৰি থব খোজো যে কবিতাৰ মূল্যায়নৰ ক্ষেত্ৰতো যে বৰকটকী ডাঙৰীয়া দক্ষ আছিল, তাৰ প্ৰমাণ নৱকান্তৰ 'যতি'ৰ বিষয়ে লেখাটোত পৰিদৃষ্ট হয়।

এতিয়া এই লেখাটোত আলোচনা কৰিবলগীয়া দ্বিতীয় থূলটোলৈ, অৰ্থাৎ নাটক, নাট্যশিল্প আৰু ৰঙ্গমঞ্চ বিষয়ক আলোচনা থকা থূলটোলৈ আহো। এইটো থূলৰ সবাতোকৈ দৰকাৰী ৰচনাখন হ'ল "নাটকত নৱধাৰা আৰু পুৰুষ"। বৰকটকীদেৱৰ লেখাৰপৰা এটা উদ্ধৃতি দিছো ঃ সচেতনভাৱে কোনোবা নাট্যকাৰৰ আৰ্হি মনৰ আগত থৈ অৰুণ শৰ্মা এই গভীৰ ব্যঞ্জনাসমৃদ্ধ নাট ৰচনাত প্ৰবৃত্ত হৈছে নে নাই জানিবৰ উপায় নেথাকিলেও 'পুৰুষ' যে নৱযুগৰ নাট্যশিল্পৰ আধাৰত কৰা এটা প্ৰকাশ্যভাৱে প্ৰতীকধৰ্মী মননশীল নাট্যসৃষ্টি তাক ধৰি পেলাবলৈ সৰহ সময়

নেলাগে (প্ৰসঙ্গ সমালোচনা, 'নাটকত নৰধাৰা আৰু পুৰুষ', পৃ. ৯৪)। এই মন্তব্যৰ লগতে বৰকটকীদেৱে আৰু জনাইছে যে আমাৰ আঞ্চলিক ভাষাত নতুন নাট্য-প্ৰচেষ্টাসমূহৰ নাটকৰ ফালটো যে এতিয়াও বহু পৰিমাণে বিদেশী নাটকৰ আমাৰ ইডিয়মলৈ ৰূপান্তৰৰ ওপৰতে নিৰ্ভৰশীল হৈ থাকিবলগীয়া হৈ আছে ,সেইটো অনস্বীকাৰ্য্য।

উপৰোক্ত মন্তব্য দুটা একত্ৰে লক্ষ্য কৰি ক'ব খুজিছোঁ যে এনে প্ৰত্যাহ্বানৰ বিষয়ে অৰুণ শৰ্মা নিঃসন্দেহে খুব সজাগ। তেওঁৰ অন্যবোৰ নাটক অধ্যয়ন কৰিলেও কথাটো পৰিস্ফুট হয়। দেখদেখকৈ অৰুণ শৰ্মা বৰ্তমান সময়ৰ সকলোতকৈ প্ৰতিভাশালী নাট্যকাৰ। তেওঁ আমাৰ সকলোৰে শ্ৰদ্ধা আৰু আদৰৰ পাত্ৰ। এই স্বীকৃতি আন্তৰিকতাৰে যাচি উঠি 'পুৰুষ' নাটকখনৰ সংক্ৰান্তত এটা কথা ব্যক্ত কৰিব খোজোঁ। কথাটো হ'ল এয়ে যে এবছাৰ্ড (উদ্ভট) নাটকৰ চৰিত্ৰ একোটাৰ সংলাপত উগ্ৰতাৰ আৰু অতিশয়োক্তিৰ চোক থাকে যদিও 'পুৰুষ'ৰ নায়ক সুকান্তৰ সংলাপে তেনে তীব্ৰতা পোৱা নাই। তেওঁৰ মনৰ সংঘাত প্ৰথাগত নাটকৰ নায়কৰ মনৰ সংঘাততকৈ গুণগতভাৱে বেছি ওপৰলৈ উধোৱা নাই। তুলনাত সেইবাবে অৰুণ শৰ্মাৰ আন এখন নাটকত লগ পোৱা 'নিবাৰণ ভট্টাচাৰ্যৰ সংলাপ' অনেকগুণে অধিক আকৰ্ষণীয়। 'পুৰুষ'ৰ আকৰ্ষণীয় দিশ হ'ল হীৰামণিৰ চৰিত্ৰটো। হীৰামণিৰ চাবুকৰ স্বৰ এটা প্ৰতীকী অৰ্থবহ নাটকীয় কাৰ্য্য (action)। হীৰামণিৰ চাবুকৰ স্বৰে নাটকখনক ঝংকৃত আৰু ব্যঞ্জনাক্ষম কৰি তুলিছে।

নাট্য সমালোচনাৰ এখন উল্লেখনীয় ৰচনা হ'ল 'চাৰি হেজাৰ বছৰৰ অসম'। এই ক্ষেত্ৰত তেওঁ চাৰি হেজাৰ বছৰৰ অসমৰ ইতিহাসৰ স্মৃতিচিহ্ন বহন কৰা ইতিহাসৰ হাতী মাৰি ভুৰুকাত ভৰোৱা পৰাগ চলিহাৰ এই শিল্পকৰ্মৰ ব্যঞ্জনাময় আপুৰুগীয়া সৃষ্টিৰ প্ৰতি শলাগ জনাই বৰকটকীয়ে শেষত আৰু ব্যক্ত কৰিছে যে প্ৰাচীন কালছোৱাৰ ওপৰত অত্যধিক মনোযোগ দিয়াৰ ফলত আধুনিক যুগৰ ঘাই ঘটনাৱলীৰ বিন্যাস আৰু বাছনিত খেলিমেলি লাগিল। এই মন্তব্যটো তাৎপৰ্য্যপূৰ্ণ।

নাটক আৰু ৰঙ্গমঞ্চৰ বিষয়ে বৰকটকীৰ উজ্জ্বল জ্ঞান আৰু পৰিচিতিৰ চানেকি হিচাপে 'প্ৰসঙ্গ সমালোচনা' পুথিখনত স্থানবিশেষে তেখেতে ব্যক্ত কৰা গোটাদিয়েক উক্তি উদ্ধৃত কৰোঁ ঃ

(ক) অভিনয় কাৰ বেছি ভাল লাগিল বা কম ভাল লাগিল ক'বলৈ গৈ সুন্দৰ প্ৰশংসনীয় দলবদ্ধ কাম- টীমৱৰ্কৰ ওপৰত চেকা পেলাবৰ মন নেযায়।

(খ) শুনা যায় ভ্ৰাম্যমান দলসমূহে বঙলা নাট মঞ্চায়ন কৰিবলৈ লোৱা বাবদ

সেই ভাষাৰ নাট্যকাৰ তথা প্ৰকাশকক 'ৰয়েলটি' হিচাপে হেজাৰ চেৰেক ধন দিয়ে। সেই ধন অসমীয়া দুঃস্থ অথচ উদ্যোগী নাট লেখোঁতা সকলক দিলেও আমাৰ বোধেৰে থলুৱা নাট্যকাৰে উৎসাহ পাব পাৰে আৰু তেওঁবিলাকলৈ তথা অসমীয়া নাট্য সাহিত্যৰ বেদীলৈ ভাল বৰঙণি দিব পাৰে। তেনে নকৰি ভাল অসমীয়া নাট নাই - এনে বিলাপ কৰা শোভা নেপায়, *(প্ৰসঙ্গ ঃ সমালোচনা, পৃ.১০৮)*।

(গ) মই মাথোঁ ইমানকে আশা কৰিম, গোষ্ঠীটোৱে প্ৰশংসনীয় 'পটেনছিয়েল' খিনি সফল অনুবাদ নাটক পৰিবেশনতে ঘাইকৈ আৱদ্ধ নাৰাখি আমাৰ নিজা ঐতিহ্যমূলক আৰু আধুনিক নাট মেলাৰ প্ৰতিও সময়ত মন দিব। আমাৰ ক্লাছিকেল নাটকত ঠিক ট্ৰেজেডি বুলিবলৈ নাই যদিও 'এপিক' বস্তুৰ নৱায়ন আৰু নৱীকৰণৰ সম্ভাৱনা নোঁহোৱা নহয়।

(ঘ) মোৰ বোধেৰে এইবোৰতকৈও এটা ডাঙৰ খুঁত থাকিল। গোটেই কাহিনীটো অতিপাত একমাত্ৰিক আৰু আবেগবহুল কৰি ৰখাত। অনুভূতি আৰু আবেগিকতাৰ সূক্ষ্ম পাৰ্থক্যটো নায়কৰ আৰু আনবোৰৰ আচৰণত যি পৰিমাণে ধৰা পৰিব লাগিছিল, নপৰিল। *("হালধীয়া চৰায়ে বাওধান খায়" প্ৰ. স. পৃ. ১৬৮)*।

জিজ্ঞাসু পাঠকসকলে উপৰোক্ত উদ্ধৃতিকেইটা প্ৰসঙ্গৰ সৈতে সংযোগ সাধন কৰি গমি চালে সমালোচক বৰকটকীৰ সূক্ষ্ম পৰ্য্যবেক্ষণ ক্ষমতা কিমান উৎকৃষ্ট, সেই কথাটো নিঃসন্দেহে ধৰিব পাৰিব।

পৰিশেষত তৃতীয় থূলটোলৈ অৰ্থাৎ জ্ঞানৰ আনকেইটামান বিভাগ আৰু সাংবাদিকতামূলক আলোচনা থকা থূলটোলৈ আহোঁ। এই থূলটোত থকা আটাইখিনি লিখাতে বৰকটকীদেৱৰ সহজাত নিৰীক্ষণ ক্ষমতা পৰিদৃষ্ট হয় যদিও কেইখনমান ৰচনাৰ বিষয়েহে মতামত প্ৰকাশ কৰা হ'ব। ৰাজনৈতিক ইতিহাস, সমাজতত্ত্ব আৰু ৰাজনৈতিক, বৰ্তমান এইকেইটা বিষয় সাংবাদিক মুনীন বৰকটকীৰ মনৰ পছন্দৰ খোৰাক আছিল বুলি এইটো থূলৰ লেখাকেইটা পঢ়িলে সুন্দৰকৈ বুজিব পাৰি। এতিয়া এইটো থূলৰ পৰা বাছি উলিওৱা গ্ৰন্থবোৰৰপৰা প্ৰথমতে ঐতিহাসিক ড° হেৰম্বকান্ত বৰপুজাৰীৰ "ইতিহাস ঃ ৰচনাবিধি আৰু ক্ৰমবিকাশ" গ্ৰন্থখনৰ বিষয়ে বৰকটকীদেৱে কৰা বিচাৰলৈ আহোঁ। বৰকটকীদেৱে তেখেতৰ স্বভাৱসুলভ নম্ৰতাৰে বৰপূজাৰীক 'এ হিষ্টৰিয়ানছ হিষ্টৰিয়ান'ৰ শাৰীত থৈ কিতাপখনৰ বিষয়ে মান-নিৰ্ণায়ক সিদ্ধান্ত দিবৰ বাবে নিজৰ সীমাৱদ্ধতাৰ কথা জনাইছে। তথাপি গ্ৰন্থখনত পৰিদৃষ্ট পৰিকল্পনাৰ যথোচিত বিভিন্ন বিষয় আৰু পৰ্য্যায়ৰ সমন্বয়কৰণৰ নৈপুণ্য,

বিষয়-বিভাজন আৰু তথ্য পৰিৱেশনৰ বিচক্ষণতা ইত্যাদিৰ উচ্চ প্ৰশংসা কৰিছে। ইয়াৰ পাছত দেৱেন্দ্ৰ নাথ শৰ্মাৰদ্বাৰা ৰচিত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস সম্পৰ্কীয় পুথিখনৰ বিষয়ে বৰকটকীদেৱে তেখেতৰ মতামত আগবঢ়াইছে। বৰকটকীয়ে জনাই দিছে যে গুণগতভাৱে বৰপুজাৰীৰ গ্ৰন্থখন আৰু শৰ্মাৰ গ্ৰন্থখন স্পষ্টভাৱে পৃথক পৃথক। শৰ্মাৰ কিতাপখনৰ সুকীয়া বৈশিষ্ট্যৰ বিষয়ে বৰকটকীৰ এটা মন্তব্য উদ্ধৃত কৰো। এই মন্তব্যত যুগান্তকাৰী স্বাধীনতা সংগ্ৰামৰ সৈতে প্ৰতিজন দেশপ্ৰেমিক ভাৰতীয়ৰ মনৰ আবেগিক সংযোগৰ কথা নিহিত আছে। যথা ঃ

দেবেন্দ্ৰ নাথ শৰ্মাই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ আলেখ-লেখ দূৰৰপৰা চাই দহখন পুথি ঘাটি এইখন ইতিহাস লিখিবলৈ যোৱা নাই। ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ প্ৰকৃত ইতিহাস আধুনিক ভাৰতীয় জীৱন লীলাৰ এখনি কাব্য বুলি ধাৰণা কৰি শ্ৰী শৰ্মাই এই আন্দোলনত অংশগ্ৰহণকাৰী এজন হিচাপে যিখন ইতিহাস প্ৰণয়ন কৰিছে, তাত এই ব্যক্তিগত 'মাত্ৰা' বা ডাইমেনশ্যনটোৱে এক সুকীয়া গৰিমা প্ৰকাশ কৰিছে। (প্ৰ. স., পৃ.-১২৪)। অৱশ্যে কিতাপখনৰ মূল বিষয় আৰু প্ৰকাশভঙ্গীৰ প্ৰশংসা কৰি উঠি খুটি-নাটি বিষয়ক গোটাদিয়েক আসোঁৱাহৰ কথা সমালোচকজনে উল্লেখ কৰিছে।

আলোচনা কৰা থূলটোৰ এখন লক্ষ্যণীয় ৰচনা হ'ল "তথ্যগধুৰ নৃতাত্বিক আলোচনা"। ইয়াত ড° শিৱনাথ বৰ্মনৰ 'লোককৃষ্টিৰ উৎস' নামৰ কিতাপখনৰ বিষয়ে উচ্চস্তৰৰ বিশ্লেষণ আগবঢ়োৱা হৈছে। ড° বৰ্মনৰ প্ৰশংসনীয় পাণ্ডিত্যই বৰকটকীক মুগ্ধ কৰিছে। এই নৃতত্ত্বমূলক পুথিখনত অন্তৰ্ভুক্ত হোৱা বিষয়সমূহৰ সুন্দৰ সাৰাংশ দি উঠি বৰকটকীয়ে দৃঢ়স্বৰে মত পোষণ কৰিছে যে নৃতাত্বিক বৈজ্ঞানিক নহ'লেও নৃতত্ত্বৰ বিষয়ে আলোচনা কৰিবৰ বাবে বৰ্মনৰ অৰ্হতা আছে। কাৰণ হৈছে এয়ে যে 'এনথ্ৰপ'লজি কেন্নট বি লেফট টু দি এনথ্ৰপ'লজিষ্ট এলোন'। বৰ্মনৰ এই কৃতিত্বৰ বিষয়ে বৰকটকীৰ এটা মত উদ্ধৃত কৰিছো ঃ

বৰ্মনে 'নিৰ্মোহ', নিৰাবেগ মূল্যায়নৰ ওপৰত যে যথেষ্ট গুৰুত্ব দিয়ে তাৰ প্ৰমাণ বহুত ঠাইত আছে। এনেকি আমাৰ হলীৰাম ঢেকীয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ দৰে নমস্য লেখকৰ কিছুমান অৰ্বাচীনতাকো বৰ্মনে ৰসিকতাসূচক দৃষ্টিৰে কটাক্ষপাত কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। বৰ্মনৰ বৌদ্ধিক স্বাধীন চিন্তা আৰু বৈজ্ঞানিক সংস্কাৰ মুক্ততা মন কৰিবলগীয়া। (প্ৰসঙ্গ ঃ সমালোচনা, পৃ. ১১৫)। বৰ্মনৰ কিতাপখনৰ তথ্যপাতিৰ প্ৰশংসা কৰাৰ উপৰিও বৰকটকীয়ে প্ৰকাশনৰ দিশৰপৰা বৰ্মনৰ নিখুঁত পাৰিপাট্যৰ প্ৰশংসা কৰিছে।

আলোচ্য থুলটোৰ আন দুখন চুটি চুটি ৰচনাত ক্ৰমে জয়প্ৰকাশ নাৰায়ণৰ জীৱনী আকৰ্ষণীয় ৰূপত লিখি উলিওৱা বাবে উপেন্দ্ৰ বৰকটকীক আৰু ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ বিষয়ে সূক্ষ্ম পাণ্ডিত্য আৰু মননশীলতাৰে এখন পৰিচয়মূলক গ্ৰন্থ ৰচনা কৰা বাবে অক্ষয় কুমাৰ মিশ্ৰক উদাৰভাৱে শলাগিছে।

অসমৰ পঢ়ুৱৈসকলৰদ্বাৰা বিস্তৃতভাৱে সমাদৃত চিন্তামূলক মননশীল প্ৰৱন্ধৰ লেখক ড° মছউদ্দিন হকৰ লেখাবোৰৰ প্ৰতিও বৰকটকীয়ে অভিনন্দন জনাইছে। বস্তুতঃ হক চাহেবক বৰকটকীয়ে অসমৰ সমাজখনৰ উন্নতি সুগম কৰিবলৈ বিচৰা শুভ বুদ্ধিৰ এজন বৈতালিকৰূপে অভিহিত কৰিছে। দৃষ্টান্তস্বৰূপে এটা উদ্ধৃতি দিছোঁ ঃ

আজিৰ এই মৌলবাদৰ পুনৰুত্থানৰ সময়ত আৰু বিশেষকৈ অতীতৰে পৰা আজান ফকীৰ আৰু জিকিৰৰ লীলাভূমি হিচাপে সমগ্ৰ দেশৰ ভিতৰতে আটাইতকৈ বেছি সাম্প্ৰদায়িক সংকীৰ্ণতাৰ পৰা মুক্ত, সম্প্ৰীতি আৰু ধৰ্মীয় সহাৱস্থানৰ নিদৰ্শন ৰূপে পৰিগণিত আমাৰ এই ৰাজ্যতো সম্প্ৰতি মূৰ দাঙি উঠা নানা পশ্চাৎমুখী শক্তিৰ বিৰুদ্ধে ড° মছউদ্দিন হকে যি সাহসিকতা, মানসিক স্বাধীনতা আৰু অকপট আত্মবিশ্লেষণৰ বলেৰে দেশৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সংখ্যালঘু সমাজৰ প্ৰধান সাংস্কৃতিক আৰু ৰাজনৈতিক সমস্যাসমূহৰ সমীক্ষা আৰু বিশ্লেষণ কৰিছে, সি আমাৰ চিন্তা জগতত আলোড়নৰ সৃষ্টি কৰিব পৰা বস্তু। (প্ৰসঙ্গ ঃ সমালোচনা, পৃ.১১৭)। ওপৰঞ্চিকৈ এই উক্তিটোত আমি লক্ষ্য কৰিছো যে ভালেকেইটা দৃষ্টিভঙ্গী একত্ৰিত কৰি ঘন সন্নিৱিষ্ট আৰু এনে বলিষ্ঠ ভাবোদ্দীপক মন্তব্য দিব পৰা ক্ষমতাৰ অধিকাৰী মুনীন বৰকটকীদেৱ এজন প্ৰখৰ মেধাসম্পন্ন আৰু সামাজিক মঙ্গলকামী চিন্তাবিদ আছিল। এনে এগৰাকী গুণী ব্যক্তিৰদ্বাৰা ৰচিত পুথি এখনৰ বিষয়ে আলোচনা কৰিবলৈ পাই এই টোকাটোৰ লেখক খুব উপকৃত হৈছে। বৰকটকীৰ পূত স্মৃতিৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰি এই লেখাটো ইমানতে সামৰিলো।◆◆

# মুনীন বৰকটকীৰ 'সৃষ্টিত্ৰিবিধা'

উপেন্দ্ৰনাথ শৰ্মা

মুনীন বৰকটকী নিঃসন্দেহে আধুনিক অসমৰ সৰ্বশ্ৰেষ্ঠ লেখকসকলৰ এগৰাকী। গল্প, কবিতা, নাটক, প্ৰবন্ধ, সাংবাদিকতা, ৰম্যৰচনা আদি সকলো দিশতে তেওঁ তেওঁৰ অসাধাৰণ প্ৰতিভাৰ স্বাক্ষৰ এৰি থৈ গৈছে। তেওঁক বাদ দি তেওঁৰ যুগৰ বৌদ্ধিক পৰিৱেশ তথা সামগ্ৰিক অৱদানৰ মূল্যায়ন কৰিব নোৱাৰি।

আৱাহন যুগৰ আদি স্তৰৰেপৰা অসমীয়া সাহিত্য চৰ্চা কৰি আলোচনীৰ পাত সমৃদ্ধ কৰিলেও বৰকটকীদেৱে তেওঁৰ জীৱদ্দশাত মাথোন এখন কিতাপ ছপাই উলিয়ালে। সেয়া তেওঁৰ অবিস্মৰণীয় জীৱনী-সংগ্ৰহ 'বিস্মৃত ব্যতিক্ৰম'। তেওঁৰ জীৱদ্দশাত তেওঁৰ গল্প-কবিতা, প্ৰবন্ধ, সমালোচনা আদি কিতাপ আকাৰত প্ৰকাশিত নহ'ল। সম্প্ৰতি মুনীন বৰকটকী স্মাৰক ন্যাসে বৰকটকীদেৱৰ ৰচনাসমূহ প্ৰকাশ কৰিবলৈ লোৱাত আধুনিক অসমীয়া সাহিত্যৰ বাটচ'ৰা এটি মুকলি হৈছে। ন্যাসে ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ সুযোগ্য সম্পাদনাত তেওঁৰ চুটিগল্প, কবিতা আৰু একাংকিকা সংকলিত কৰি 'সৃষ্টি-ত্ৰিবিধা' গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াইছে। সৃষ্টি-ত্ৰিবিধা যোৱা দশকৰ এখন অতিশয় গুৰুত্বপূৰ্ণ সংকলন।

মুনীন বৰকটকী অসমীয়া সাহিত্যৰ এগৰাকী আগশাৰীৰ গল্পকাৰ। এই ক্ষেত্ৰত তেওঁৰ বৰঙণিক গল্পৰ সংখ্যাৰে ঠাৱৰ কৰিব নোৱাৰি। আলোচ্য গ্ৰন্থখনত মাত্ৰ বাৰটা গল্প সংকলিত হৈছে। তদুপৰি আদিস্তৰৰ প্ৰত্যেকটো গল্পতে পৈণত হাতৰ আঁচোৰ পৰা নাই। গল্পকাৰ হিচাপে তেওঁৰ স্থান মাথোন আধাডজনমান সাৰ্থক গল্পৰ ওপৰত নিৰ্ভৰশীল। তথাপি গল্পকাৰগৰাকীৰ সৃষ্টিয়ে আমাক সততে আকৰ্ষণ কৰে। কাৰণ, তেওঁৰ গল্পত সময়চেতনা (Zeit-geist) পূৰা-পূৰি বিদ্যমান। তেওঁৰ গল্পৰ বিষয়বস্তুও বৈচিত্ৰ্যময়। আংগিকৰ নিৰলস পৰীক্ষা-নিৰীক্ষাও অতুলনীয়। তেওঁৰ গল্প আধুনিক চেতনাৰ পৰিবাহক আৰু তেওঁ আৱাহন যুগৰ সৰ্বাধুনিক গল্পকাৰ।

মনস্তাত্বিক বিশ্লেষণ বৰকটকীৰ বেছিভাগ গল্পৰ আধাৰ। বাহ্যিক কৰ্মৰদ্বাৰাও চৰিত্ৰৰ স্বৰূপ নিৰ্দ্ধাৰণ কৰিব পাৰি। বৰকটকীয়ে কিন্তু চৰিত্ৰৰ মনোজগত আলোকিত কৰিহে গল্প লিখে। তেওঁৰ বিখ্যাত গল্প 'তাই আৰু মই' গল্পটো এই ক্ষেত্ৰত

বিশেষভাৱে উল্লেখযোগ্য। গল্পটোত চেতনস্রোত পদ্ধতিত লেখকৰ চেতনা বহির্জগতৰপৰা স্থানান্তৰিত কৰি - অন্তৰ্জীৱনত সন্নিৱিষ্ট কৰা হয়। এনেবিধ ৰচনা আত্মবিশ্লেষণমূলক। তাত লেখক আখ্যায় সাধাৰণতে তেওঁৰ অনুভূতি আৰু ইন্দ্ৰিয়লব্ধ চেতনা সম্পৰ্কে সদায় সজাগ হৈ থাকে। অন্তৰ্লীন জগতৰ ফেন্টাচি আৰু স্বপ্নাৱিষ্টতাৰ (reverie) ওপৰত বিশেষভাবে গুৰুত্ব দিয়া হয়। ভাষা হৈ পৰে প্ৰতীকধৰ্মী (symbolic) আৰু কাব্যিক। উদাহৰণস্বৰূপে 'তাই আৰু মই' গল্পটোৰ উপসংহাৰলৈ আঙুলিয়াব পাৰি।

'সেইদিনাও পৃথিৱীৰ নিয়মানুৱৰ্তিতাৰ লগত ময়ো নিয়ম অনুসৰণ কৰিছিলোঁ। গধূলিৰ ধূসৰ বৈৰাগী পোহৰটোক ক'ৰবাৰ এছাটি চঞ্চল অসংযত বতাহে আহি আনমনা কৰি তুলিছিল; ধূসৰৰ গেৰুৱা গাম্ভীৰ্যৰ পৰিবেশটো অনুভৱ কৰিছিলোঁ - - কিবা এটা ভোগৰ আনন্দ, কিবা এটা বুজাব নোৱাৰা উৰি যোৱাৰ কামনা, কিবা ভাৱ-বিলাস। খিড়িকীখনেদি বতাহ সোমায়। মোৰ চুলিবোৰ উৰাই নিয়ে, খবৰ কাগজৰ পাতবোৰ চৰ-চৰাই উঠে, কোনোমতে গজালটোত আঁউজি থকা বেৰৰ কেলেণ্ডাৰখনে সুস্পষ্ট শব্দ কৰি ধপ্‌কৈ মাটিত সৰি পৰে। খিড়িকীখনৰ এপাট এবাৰ জাপ খায়, এবাৰ মেল খায়।'

আধুনিক ইউৰোপীয় লেখকসকলৰ দৰে কৈ অনুভূতিক বিশ্লেষণ কৰিলেও মুনীন বৰকটকী সামাজিক জীৱনত দৈন্যৰ বিষয়েও সমানে সজাগ। 'জীৱনৰ গান' গল্পত আজিৰ ধনসৰ্বস্ব পৃথিৱীত ঘাট-মাউৰাৰ দুৰ্দশাক ফুটাই তোলাইছে। জন্মৰ পাছতেই ওচৰা-ওচৰিকৈ মাক-বাপেক হেৰুওৱা ল'ৰা এটাৰ মৰ্মবেদনা তাৰ নিজৰ মুখেৰে ব্যক্ত কৰোৱা হৈছে। মাক-বাপেকক হেৰুৱা ল'ৰাটোক মৰম কৰক ছাড়ি, তাৰ আপোন মানুহ খুৰাক-খুৰীয়েকে তাক বাপেক-মাকৰ মৃত্যুৰ কাৰণ হোৱা কুলক্ষণীয়া বুলি গালি-শপনিহে পাৰিব ধৰিলে। খুৰাকৰ ঘৰতো সি চাকৰৰ লগত শুব লাগে। আঞ্জা অলপ খুজিলেও দায়। সি জন্মতে কলা, কণা, খোনা আৰু লেঙেৰা। এদিন খুৰীয়েকৰ সৰু ল'ৰাটোৱে তাৰ আগঢ়ী ৰূপটোক আওকাণ কৰি তাৰ কোলাত উঠিলেহি আৰু সি স্বৰ্গ সুখ অনুভৱ কৰিবলৈ ধৰিলে। খুৰীয়েকে দেখি কলে, 'চাকৰৰ আকৌ মৰম!' —

'তাত আৰু এখন্তেকো ৰ'বলৈ নহ'ল। মোৰ মৰমৰ পৃথিৱীখন কোনোবা হিয়া নোহোৱা শত্ৰুৱে তেতিয়া যেন খাৰ-বাৰুদেৰে ছাৰখাৰ কৰি পেলাইছে। বাকী আছে মাথোঁ মানুহ নোহোৱা, খহোঁ খহোঁ হৈ থকা মানুহৰ ঘৰবোৰ, মৰম পলাই যোৱা ভেলটোত সোণৰ মানুহৰ কায়টো। তাত মৰম বোলা প্ৰাণটো আৰু নাই। নিজৰ

সৃষ্টিৰ পৰা ওলাই আহি মই এতিয়া লোকৰ পৃথিৱীত। তাত মই প্ৰভু নহওঁ, তাত মই লোকৰ চাকৰ, অদৃষ্টৰ চাকৰ, বিধাতাৰ কিনা গোলাম, খুৰীৰ চাকৰ, তাত মোৰ নিজৰ মাত নাই, ভাব নাই, কল্পনা নাই। মোৰ মনটোও তাত লোকৰ ইচ্ছা পূৰণৰ কাৰণে বিকি থোৱা আছে। এই সুকীয়া পৃথিৱীখনত মই জেওৰা ভাঙি লোকৰ বাৰীত সোমোৱা গাই গৰু। মোক তাৰ পৰা খেদাবৰ অধিকাৰ সকলোৰে আছে, মই খেদা নেখাবৰ অধিকাৰ নাই; মোৰ চকুত জলকীয়া দিবৰ অধিকাৰ তাত আনৰ আছে, তাকে চকুত পাতি নোলোৱাৰ অধিকাৰ মোৰ নাই।'

এয়া ক্ষুৰধাৰ সামাজিক সমালোচনা। এনে সমালোচনা মুনীন বৰকটকীৰ গল্পৰ অবিচ্ছেদ্য অঙ্গ। ল'ৰাটোৱে নিৰ্বিচাৰে দুঃখ-বেদনা ভোগ কৰিলেও গল্পটো নৈৰাশ্যজনক (depressing) নহয়। নিদাৰুণ যন্ত্ৰণাৰ মাজতো সি অনুভৱ কৰে — যেন ভগৱানৰ অফুৰন্ত মৰমৰ এটা টুকুৰা। তদুপৰি তাৰ কল্পলোকলৈ যাব পৰা আন এটা বাটো আছে। সেয়া হ'ল প্ৰকৃতিৰ বুকুত উজলি উঠা অপৰূপ সৌন্দৰ্য্য। এই বাবেই তাৰ জীয়াই থাকিবলৈ হেঁপাহ জাগি উঠে।

সমাজত যুগ যুগ ধৰি চলা নাৰীৰ অৱহেলা আৰু নিৰ্য্যাতনৰো বৰকটকীয়ে অবিস্মৰণীয় ছবি অংকিত কৰিছে তেওঁৰ বিভিন্ন গল্পত। নাৰীবাদী দৃষ্টিভংগীৰে লিখা 'জয় নে পৰাজয়?' গল্পৰ নায়ক অনন্তৰ অতি সুখ। লিলিক বিয়া কৰোৱাৰ পাছতেই ইংৰাজী সাহিত্যৰ অধ্যাপক হিচাপে যোগদান। অনন্তই লিলিক জোনাক চাবলৈ মাতিছিল। 'অনন্তই ভাবিছিল আকাশখনত যেন লিলিৰেই ৰূপ। লিলিয়েই যেন কিংখাপৰ মেখেলাখনেৰে সৈতে আকাশত বিয়পি আছে।'

এই সুখ বেছিদিন নিটিকিল। লিলিৰ গাত বলিয়াৰ লক্ষণে দেখা দিলে। লিলিক তেজপুৰলৈ পঠিয়াবলগীয়া হ'ল। কেবাবছৰো এইদৰে পাৰ হ'ল। লিলি এতিয়াও পগলা ফাটেকত। ইফালে অনন্তই চাৰুক বিয়া কৰাই দুটি ল'ৰা-ছোৱালীৰ বাপেক। লেখকৰ ভাষাত ——

'জীৱনৰ সুখ নেহেৰাল। লিলি গ'ল; কিন্তু অনন্ত সেই অনন্তই ৰ'ল। কিয় দুখ পাব — পুৰুষ যে ভগৱানৰ বৰপুত্ৰ। পুৰুষে সুখ পাবই লাগিব। লাগিলে তাৰ কাৰণে শত শত নাৰীৰ জীৱন ধ্বংস হৈ যাওক, ঘৰে ঘৰে, কাতৰতাৰ কৰুণ বিননি উঠক। কিয় নকৰিব? নাৰীতো পুৰুষৰ বিলাসৰ বস্তু। পুৰুষ যে আহিছে অনন্ত সুখৰ ৰাজ-তিলক কপালত লৈ, — পুৰুষৰ জীৱনৰ সাৰ্থকতা নহ'লে চলিব কেনেকৈ? পুৰুষক যে প্ৰকৃতিয়ে বিচাৰে ঈশ্বৰে বিচাৰে বেছিকৈ। বেছিকৈ নাৰীৰ লগত কি? নাৰীৰ যিয়ে হ'ক লাগিলে। ..... মুঠ কথা পুৰুষ "বিৱৰ্তনশীল" হোৱাটো স্বাভাৱিক

বিকাৰ।'। তীক্ষ্ণধী বৌদ্ধিক সাহিত্যিকগৰাকীয়ে এইদৰে তেওঁৰ গল্পত এইচ.জি.ৱেল্‌ছ বা এগুচ হাক্সলীৰ দৰেকৈ প্ৰাৰম্ভিল বস্তু সন্নিৱিষ্ট কৰে।

সিদিনাও অনন্তই চাৰুক লৈ জোনাক চাইছিল। আগৰদৰে জোনাকৰ প্ৰশংসা কৰিছিল। কিন্তু জোৰ কৰিব নোৱাৰিলে কিহবাই যেন খুন্দা মাৰি ধৰিলে। কোনোবাই যেন ক'লে – "মিছা, মিছা"। অনন্ত গহীন হৈ গ'ল। সি চাৰিওফালে হাল্‌ধীয়া দেখিলে। সন্মুখত লিলিৰ মূৰ্তি যেন। "মূৰ্তিটোৰ ভৰিৰ ফালৰ পৰা যেন চলচ্চিত্ৰৰ মানুহ সলনি হোৱাৰ দৰে ভাহি উঠিল চাৰুৰ ৰূপটো' অনন্তই 'লিলি লিলি' বুলি চিঞৰি অজ্ঞান হৈ পৰিল। ডাক্তৰে স্বাৰ্থক ভাবে শ্লেষাত্মক বাক্য এটি উচ্চাৰণ কৰিলে – "সোঁৱৰণিত মানসিক বিকাৰ।"

ভালেমান দিন পাছত লিলিৰপৰা চিঠি আহিল। তাই অলপ সুস্থ হৈছে। তাই লিখিছিল – "শুনিছোঁ। ভাল কৰিলে; পুৰুষৰ কাম কৰিছে। নাৰীতো নগণ্য বস্তু; পুৰুষৰ সাৰ্থকভৰা জীৱনটো নাৰীৰ কাৰণে নষ্ট হ'ব কিয়?" তাই নাৰী, গতিকে তাইৰ সমাজত স্থান নাই। তাই অনন্তক সোঁৱৰাবলৈ নাপাহৰিলে যে অনন্তই সিহঁতৰ সম্বন্ধ আকাশৰ তৰাৰ দৰে চিৰন্তন হোৱাৰ কথা কল্পনা কৰিছিল।

"তাই আৰু মই" গল্পতো বৰকটকীদেৱে অতুলনীয় শ্লেষাত্মক ভাষা আৰু শাণিত ব্যংগৰ সহায়ত বেশ্যা এগৰাকীৰ ব্যক্তিগত আৰু সামাজিক স্থিতি নিৰূপণ কৰিছে। আখ্যায়কৰ দুৰ্ভাগ্য, – তেওঁ বেশ্যাগৰাকীৰ প্ৰতিবেশী। তাতোকৈ অসহনীয় কথা হ'ল এয়ে যে তেওঁৰ নৈতিকতাত লাগিল। এই মূৰ্তিমন্ত পাপ চকুৰ আগত লৈ থকাটো অসম্ভৱ। —

'কিন্তু তথাপি চাওঁ। নৈতিকতাক ফাঁকি দিব পাৰি, ভুৱা দিব পাৰি। দিওঁ। চাওঁ। মনে মনে লুকাই লুকাই সদায় চাওঁ। বহুতপৰ চাওঁ। হঠাৎ আকৌ নৈতিকতাটো সাৰ পায়, মোক ঠেলিবলৈ ধৰে। ছিঃ। খিড়িকীখন জপাই দিওঁ, তাৰ খিলিটো লগাবলৈকো নাপাহৰোঁ। শুই থাকোঁ।' এয়া যেন আনা তোঁলা ফ্ৰাঁৰে Thais উপন্যাসৰ নায়ক পাফনিউচৰ মনোবিকাৰ।

আখ্যায়কে বিছনাখন খিড়িকীৰ কাষৰপৰা আঁতৰাই নিলে যদিও, অশুচি খিড়িকীখনৰ কাষেৰে গৈ কিতাপৰ আলমাৰি খুলিবলগীয়া হ'ল। তেওঁৰ মন খিড়িকীত। শেষত তাইৰ মনৰ ভিতৰত। 'চকু দুটাও মনৰ পিছে পিছে যায়। আলমাৰি থাকে, কিতাপ থাকে, পঢ়া থাকে। মন যায়, চকু যায়। চাওঁ, ভাবোঁ, কিতাপৰ আলমাৰিটোৰ কাষত থকা কাৰণেই নেকি, ঠিক স্বচ্ছ সৰলতাকে চাব নোৱাৰোঁ। বেশ্যাৰ জীৱনৰ সূতাডালত কাৰ্য আৰু কাৰণৰ চিন বিচাৰি অনাহকত

ভাল বস্তুটোক যুক্তিৰে ঘোলা কৰি পেলাওঁ।'

আখ্যায়কৰ দৃষ্টিভংগীত পৰিৱৰ্তন ঘটে। বেশ্যাত্বই মানুহগৰাকীৰ সামগ্ৰিক সত্তা হ'ব নোৱাৰে। তেওঁ বেশ্যাৰ মাজত এজনী মানুহ আৱিষ্কাৰ কৰে। তাইক তেওঁৰ বেয়া নলগা হয়। 'তাইৰ চকুৰ মণিত এটা নতুন জীৱন জিলিকি উঠে।' তেওঁ তাইক দিবা-স্বপ্নত দেখে আৰু মৰম কৰে। সাৰ পাই উঠি তেওঁ বেশ্যাক সপোনত দেখাৰ গ্লানিত ভাঙি পৰে। তাইক খেদোৱাৰ বাহিৰে গত্যন্তৰ নাই - তেওঁ ভাবে। কিন্তু ভবামতে কাম নহয়। তেওঁ তাইক সহানুভূতিৰে চাবলৈ আৰম্ভ কৰে। বেশ্যাত্বই তাইৰ জীৱনৰ একমাত্ৰ অভিব্যক্তি নহয়। তাইক বুজিবলৈ বা জানিবলৈ আন বাটো আছে। কাৰণ, তাইও জীৱনৰ অপাৰ ৰহস্যৰদ্বাৰা অভিভূত হয়। আন মানুহৰ দৰে তাইও হাঁহে, কান্দে। তাইৰ এটা চাক্ষুষ পৰিচয়ক তাইৰ এশ এটা ভাল গুণে উটাই নিব পাৰে। কিন্তু মানুহৰ বিচাৰক 'সমাজ' নামৰ 'এই অদ্ভুত অৰ্থপূৰ্ণ' শূন্য অস্তিত্বটোৱে তাইক সাকাৰ, সমন, সদেহ বুলি কাহানিও ভাবিব নোৱাৰে।

আখ্যায়কে পাপ-পুণ্যৰ এই টনা-আঁজোৰাৰপৰা অব্যাহতি লয়। তেওঁৰ 'নৈতিকতাৰ বন্দুকটো' এনেয়ে পৰি থাকে। খিড়িকীখনো বন্ধ কৰা নহয়। বাহিৰৰ বতাহ সোমায়। যদি তাত 'তাইৰ পাপৰ গেৰেকণিৰ দূষিত বাষ্পও' লাগি আছে, তেওঁ তাত ক্ষুন্ন নহয়।

তাই দেখাকৈ নাকান্দে যদিও সমাজচ্যুতা হোৱাৰ দুঃখ তাইৰ আছে। সমাজৰ মানুহৰ লগত তাইৰ সহানুভূতি বা মৰমৰ বান্ধোন নাই। বাহিৰা পৃথিৱীখনৰ লগত তাইৰ সম্বন্ধ টকাৰ — যিহেৰে মানুহে আন বস্তুৰ লগতে তাইকো কিনে। টকাৰ দেওনা দেই মানুহক চিনি পাবৰ অধিকাৰ তাইৰ নাই। তাইৰ ভাগ্যত মৰম, সহানুভূতি বা সমবেদনা নাই, আছে মাথোন ঘিণ, অৱহেলা আৰু তাচ্ছিল্য।

ভাৱপ্ৰৱণতাৰ উচ্ছ্বাসত আখ্যায়কে তাইক মুক্তি দিয়াৰ কথা ভাবে যদিও তেওঁৰ সন্দেহ হয়, এই মুক্তি হয়তো তাইৰ গ্ৰহণযোগ্য নহ'ব। এই মুক্তি তাইৰ বাবে শিকলি হৈ উঠাৰ সম্ভাৱনাই বেছি। যুক্তিৰে ভাৱ-প্ৰৱণতাক তল পেলায়। যুক্তিৰ পোহৰত তাই বুৰঞ্জীৰ আদিম সমস্যাৰ লগত একাকাৰ হয়; তাইৰ অস্তিত্ব তথ্যৰ মাজত লুকাই পৰে। সমাজলৈ উভতি গ'লেও তাই জীৱনধাৰণৰ উপায় নাপাব। তেতিয়া বেশ্যাৰ মুক্তি নহৈ মৃত্যুহে হ'ব। কাৰণ বেশ্যা সমাজ বিৱৰ্তনৰ এটা প্ৰয়োজনীয় অসদবস্তু (necessary evil)।

তাইৰ অৰ্থনৈতিক মুক্তিৰ অৱকাশ নাই। কাৰণ তাইৰ ভাত-কাপোৰৰ সমস্যা নাই। কৃষ্টি-সভ্যতাৰ প্ৰশ্নটো অৱশ্যে আহে। কিন্তু কৃষ্টি-সভ্যতাও বুৰ্জোৱা মনৰহে

সৃষ্টি — অভিমানৰ এলাহ আৰু শোষণৰ লগৰীয়া। তাৰ পৰিপুষ্টি সাধনো 'আত্ম-প্ৰতাৰণাৰ মনোজগতত।' তাইৰ প্ৰকৃত বাট নাই। আন খাটি খোৱা মানুহৰ দৰে কৈ তাইও দেহা কামত লগাই ভাত মোকলাইছিল। তাইৰ জীৱিকাৰ বাটো সমাজৰ মানুহৰ দৈহিক ক্ষুধাৰ আতিশয্যৰ বাবে মুকলি হৈছে। তাই নীতিৰ সমাজৰ বাহিৰ হ'ব পাৰে, প্ৰয়োজনৰ সম্বন্ধৰ বাহিৰ হোৱা নাই। বিয়া সমাজৰ আদৰণীয় অনুষ্ঠান। কিন্তু বাৰ্নাৰ্ড শ্বই ক'বৰ দৰে বিয়াওতো আইনবদ্ধ বেশ্যাত্বই। 'তাইৰ পুৰুষৰ লগত যি সম্পৰ্ক, সমাজৰ আন কাৰো তুলনাত সেই সম্পৰ্ক হীন নহয়, নিকৃষ্ট নহয়, বৰঞ্চ আন নাৰীতকৈ তাই বেছি স্বাধীন, বেছি আত্মনিৰ্ভৰশীল, বেছি শক্তিমতী।' তথাপি তাইৰ পৰিত্ৰাণ নাই। সমাজে আনভাৱে কৰিব নোৱাৰিলেও তাইক 'বেশ্যা' নামধেয়া কৰি চিৰকালৰ বাবে কলংকিতা কৰিলে। তাইৰ মুক্তি নাই। মানুহৰ দৰে হৈও তাই বেলেগ জাতৰ, — এক ব্যতিক্ৰম।

এইদৰে যুক্তিৰে বখলাইও আখ্যায়কে সমস্যাটোৰ সমাধান উলিয়াব নোৱাৰে। তেওঁৰ মানত তাইৰ জীৱন অতল খনিৰ দৰে গভীৰ।

বৰকটকীৰ এনেবোৰ গল্পত বিংশ শতাব্দীৰ আদিভাগৰ ইউৰোপত প্ৰকট হোৱা মনস্তাত্ত্বিক কথা-সাহিত্যৰ (psychological fiction) প্ৰতিফলন দেখিবলৈ পোৱা যায়। আখ্যায়কৰ মনোধৰ্মী বিশ্লেষণত চেতনস্ৰোত উপন্যাসৰ আভ্যন্তৰীণ একোক্তিৰ ছাপ অনুভূত হয়। শেলীয়ে লিখিছিল —

'True Love, in this differs from gold and clay
That to divide is not to take away'

'পাপ নে ভুল' নামৰ ৰোমান্টিক গল্পটোৰ অন্তৰালত এনে এটি ভাৱ প্ৰচ্ছন্ন হৈ থাকিলেও থাকিব পাৰে। আখ্যায়কে মাক আৰু পত্নী পুতুলীৰ লগত অৱসৰ বিনোদনৰ উদ্দেশ্যে পুৰীলৈ গৈছে। সাগৰৰ প্ৰাণোচ্ছলতা দেখি আখ্যায়কৰো ইচ্ছা গৈছে পুতুলীৰ লগত ফুৰি সাগৰৰ উচ্ছলতাৰ লগত নিবিড় একাত্মতা অনুভৱ কৰে। পুতুলী ঠিক কামশীতল নহ'লেও আধুনিকা নাৰীৰ তুলনাত পিছ পৰা। তাই স্বামীৰ আহ্বানত সঁহাৰি দিয়াতকৈ শাহুৱেকৰ লগতহে ঘূৰঘূৰ কৰিবলৈ ভাল পায়। এই দ্বন্দ্বৰ অৱসৰতে আখ্যায়কৰ প্ৰতিবেশী জমিদাৰ চৌধুৰীৰ লগত পৰিচয় হয় আৰু তেওঁৰে বিধৱা জীয়েক বিদুষী মহিলা ৰেবাৰ সান্নিধ্যলৈ আহে। ৰেবাই তেওঁৰ ওচৰত নিঃসংকোচে গান গায়, আৰু নানান তৰহৰ বস্তু ৰান্ধি খুৱায়। ৰেবাই কেতিয়াবা জ'লা আৰু ফ্লবাৰ্টৰ গ্ৰন্থ উলিয়াই লৈ স্বভাৱবাদ আৰু বাস্তৱবাদৰ প্ৰসংগ তুলি তৰ্ক কৰে। আহত পুতুলীয়ে ৰেবাৰ বিষয়ে নানানটা প্ৰশ্ন কৰে। এদিন সন্ধিয়া ৰেবাহঁতৰ

ঘৰলৈ গৈ ৰেবাৰ অজ্ঞাতে তাইৰ গান মুগ্ধ হৈ শুনে। ৰেবাই ফুৰিবলৈ যাবলৈ আগ্রহ প্রকাশ কৰাত তেওঁ মান্তি হয়। ৰেবাই লাইটটো নুমাবলৈ যায় আৰু আন্ধাৰত আখ্যায়কৰ গাত ঠেকা খাই তেওঁৰ বাহুবন্ধনত নিজকে আৱিষ্কাৰ কৰে। ঠিক তেতিয়াই চৌধুৰীৰ মাত শুনা যায়। শাহুৱেকৰ লগত পুতুলী চৌধুৰীহঁতৰ ঘৰলৈ আহিছে। লাইট জ্বলাই ৰেবা সংযত হ'বলৈ ভিতৰলৈ যায় আৰু আখ্যায়ক অপ্রস্তুত অৱস্থাত ওলাই আহে। অথচ, সিদিনাই পুতুলীয়ে তেওঁক ৰেবাহঁতৰ ঘৰলৈ যাবলৈ লগ ধৰাত তেওঁ অনিচ্ছা প্রকাশ কৰিছিল। আখ্যায়কৰ মন গ্লানিৰে ভৰি পৰে।

'অপ্রকাশৰ বেদনা' সম্ভৱতঃ বৰকটকীৰ শ্রেষ্ঠ গল্প। সাধাৰণতে তেওঁ একেটা থিমৰ পুনৰাবৃত্তি নকৰে। কিন্তু, 'অভিশাপ' আৰু 'বীণা' গল্পত অপ্রকাশৰ বেদনা -- এই থিমটোৰ পূৰ্বাভাস দেখিবলৈ পোৱা যায়। 'অভিশাপ' গল্পৰ বীণা প্রতিবেশীৰ ঘৰৰ ছোৱালী। প্রায়েই তেওঁৰ ঘৰলৈ আহি অযাচিতে তেওঁৰ কোঠালিটো সাৰি-মচি ঠিকঠাক কৰি থৈ যায়। আখ্যায়কৰ প্রতি হেঁপাহ এটা আছিল যদিও নিজৰ নিমাখিত অৱস্থালৈ চাই একো প্রকাশ নকৰিলে। তাইৰ যোত্ৰৱানৰ লগত বিয়া ঠিক হ'ল। বীণাই অপ্রত্যাশিতভাৱে আত্মহত্যা কৰাত আখ্যায়কৰ অনুতাপ হৈছে, — বীণাৰ মৃত্যুৰ বাবে নিশ্চয় তেৱেঁই দায়ী। 'বীণা' গল্পৰ নায়িকাই বিপত্নীক আখ্যায়কক পুনবায় বিয়া কৰাবলৈ দঢ়াই দঢ়াই কৈছিল, ভনী হিচাপে থাকি তেওঁক জীৱনৰ অৰ্থ ঘূৰাই দিছিল। তাই জীয়াই থাকোঁতে আখ্যায়কে তেওঁৰ মনোভাৱ ব্যক্ত নকৰিলে। বীণাৰ মৃত্যুৱে তেওঁক অপৰাধী কৰিলে। তেওঁ বীণাক বিচাৰিছিল। বীণাৰ মনত কি আছিল তেওঁ নেজানিলে।

সামাজিক প্রথামতে বিয়া কৰাইও পত্নীক দুখৰ ভাগী কৰি ভালপোৱাৰ পাত্রীক ধিয়াই থকাৰ ছবি 'অপ্রকাশৰ বেদনা' গল্পৰ এটি থিম। 'নিয়মৰ বান্ধ আৰু প্রাণৰ টান' গল্পটোত এই থিমটো পূৰ্বঘোষিত হৈছে। মাখনে ৰেণুক পৰিয়ালৰ তাগিদাত সামাজিকভাৱে বিয়া কৰালে যদিও তেওঁৰ হৃদয় মুনুৰ ওচৰত পৰি থাকিল। ৰেণুৱে আত্মহত্যা কৰিলে। ৰোগশয্যাত পৰি থকা মুনুক শুশ্রূষা কৰি থাকোঁতে এবাৰ মাখনে মুনুক সাৱটি লয়। ওঁঠত চুমা খায়। হঠাৎ তেওঁৰ উপলব্ধি হয় — 'ৰেণু যে মুনুৰে ৰূপ। ভাবৰ সীমান্তত ৰেণু আৰু মুনু একে।' 'অপ্রকাশৰ বেদনা' নিঃসন্দেহে অসমীয়া সাহিত্যৰ অন্যতম শ্রেষ্ঠ গল্প। গল্পটো ৰোমান্টিক বাস্তৱতাৰ প্রকৃষ্ট উদাহৰণ। ত্ৰৈকোণিক প্রেমৰ গল্প হিচাপে ই আৱাহনৰ গল্পধাৰাৰ ভালদৰে প্রতিনিধিত্ব কৰে। আখ্যায়ক যেতিয়া গুৱাহাটীলৈ আহে, তেওঁ পিতৃবন্ধু ডাঃ খুৰাৰ বাৰীত থকা ঘৰ এটাত থাকিবলৈ লয়। ক'ব নোৱৰাকৈয়ে ঘৰখন তেওঁৰ বৰ আপোন হৈ পৰে। দেউতাকৰ মৃত্যুৰ পাছত ডাঃ খুৰাকেই তেওঁৰ পিতৃৰ স্থান লয়।

সেইসূত্রে দহ বছৰৰপৰা লিলি তেওঁৰ ভনী আৰু আখ্যায়ক কাকতী তাইৰ মৰমৰ দাদা। লিলি এতিয়া ষোড়শী গাভৰু যদিও ল'ৰালিৰ আওভাও যোৱা নাই। তাই আজিও নিঃসংকোচে তাইৰ দাদাকৰ লগত ধেমালি কৰে। এদিন আহি আখ্যায়কক পেৰি ধৰিলে তেওঁৰ মৰমৰ পাত্ৰী কোন ক'ব লাগে। আখ্যায়কৰ তাইৰ প্ৰতি হেঁপাহ জাগি উঠিছিল। তাই নেৰানেপেৰাকৈ ধৰাত তেওঁ 'লি' বুলি কৈ উঠিল। তাই লাজতে ৰঙা-চিঙা পৰি পলাই ফাট মাৰিলে। কেইদিনমান পাছত খীণাই যোৱা দেখি তাই 'দাদাক'ক আকৌ সুধিলে, কি হৈছে। তাই ভাবিছিল তেওঁ কাৰোবাৰ প্ৰেমত পৰিছে। নোকোৱা বাবে অভিমান কৰি লিলি যাবলৈ উঠিল। আখ্যায়কে থাপ মাৰি তাইৰ হাতত ধৰি ক'লে -- 'ক'ম, ক'ম, বহা, লৰ মাৰিব নালাগে।' লিলিয়ে ভুল বুজিব বুলি তেওঁৰ শংকা হ'ল। প্ৰশ্নৰ উত্তৰ দিয়া নহ'ল। লিলিয়েও উত্তৰটো পাহৰি গ'ল।

'লিলিৰ ফালে চালোঁ। মুগাৰ মেখেলাখনৰ ওপৰত কপাহী বগা চাদৰ এখন ছটিয়াই লৈছে। ইফালে সিফালে তাইৰ চুলিবোৰ।'

আখ্যায়ক প্ৰকাশৰ বেদনাত ভুগিবলৈ ধৰিলে। তেওঁ মুখ ফুটাই ক'ব নোৱাৰিলে তেওঁ তাইৰ 'দাদা' নহয় অইন কিবাহে। আজি তাই উচাট মাৰি গুচি যোৱা নাছিল। লিলিয়ে আকৌ নেৰানেপেৰাকৈ ধৰিলে। কি হৈছে ক'ব লাগে। লিলিৰ হাতখন আখ্যায়কৰ কপালত। তেওঁ 'দাদা' হৈ থাকিব নোৱাৰিলে। তেওঁ লিলিৰ হাতখনত ধৰি গাৰফালে টানিলে। ''দাদা - ছিঃ'' বুলি কৈ তাই উচাট মাৰি গুচি গ'ল। 'ভৰিৰ তলুৱাৰ পৰা পৃথিৱীখন' যেন একেটা আঘাততে আঁতৰি গ'ল। তেওঁ তেনেহ'লে লিলিক ভুল বুজিলে। তাই তেওঁক অপমান কৰি আঁতৰি গ'ল।

মাষ্টৰৰ চাকৰি। বদলি হৈ আখ্যায়ক তেজপুৰ পালেহি। যথাসময়ত লিলিৰ বিয়াৰ চিঠি আহিল। বিয়া অলপতে বিলাতৰপৰা অহা দেৱী বৰুৱাৰ লগত। লিলিয়ে আহিবলৈ অনুৰোধ কৰিছে। তাহানিৰ সৰু ভনীয়েকজনীক নিশ্চয় পাহৰা নাই -- তাই লিখিছে। বিয়ালৈ যোৱা নহ'ল। লিলি বিয়াৰ পাছত এদিন আহি কান্দি কান্দি তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি গৈছিল।

আখ্যায়কে অকণিক বিয়া কৰালে যদিও লিলিৰ কথা পাহৰিব নোৱাৰিলে। তেওঁ অকণিৰ ওচৰত অপৰাধী হৈ থাকিল। ল'ৰা-ছোৱালী দুটি লৈ অভাৱৰ সংসাৰ। যক্ষ্মা বেমাৰ হোৱা বাবে স্কুল এৰা পৰিল। অকণিয়ে তেওঁক প্ৰাণপণে শুশ্ৰূষা কৰিছে। আখ্যায়কৰ অনুভৱ হ'ল, লিলিৰ দৰে ৰূপ নাথাকিলেও অকণি সুন্দৰ। তেওঁৰ নাৰীসুলভ ত্যাগৰ মহিমাত উজ্জ্বল মূৰ্তিটোৱে আখ্যায়কক অভিভূত কৰে। অকণি মানৱী নহয়, দেৱী। অকণিৰ দুখৰ কথা ভাবি তেওঁৰ

মন বিদ্ৰোহী হৈ উঠে।

দাদাকৰ বেমাৰৰ কথা শুনি স্বামীৰে সৈতে লিলি আহিছিল। তাই ককায়েকৰ নিষ্ঠুৰতাৰ কথা কৈ ভৰ্ৎসনা কৰিলে। তেওঁৰ এসময়ৰ মৰমৰ সৰু ভনীজনীকো তেওঁ মনত নেপেলালে। বিনা চিকিৎসাই তিলতিলকৈ মৰিবলৈ ওলাইছে। লিলিয়ে তেওঁক "অদ্ভুত মানুহ" বুলি দোষাৰোপ কৰিলে। লিলিয়ে জনা উচিত আছিল, তেওঁ কিয় "অদ্ভুত" হৈছে। বহুত কিবাকিবি ক'বৰ মন গৈছিল। কোৱা আৰু নহ'ল। অৱস্থাৰ বিপৰ্য্যয় আৰু জীৱনৰ সোঁতে আনি য'ত পেলাইছেহি, তাত আছে কেৱল ভাৱ, ভাষা নাই, আছে অনুভূতি, প্ৰকাশ নাই, আছে বেদনা, সহানুভূতি নাই।

লিলিয়ে তাইক ভুল বুজি ক্ষমা নকৰাৰ বাবে দাদাকৰ ওচৰত অনুযোগ কৰিলে। তেওঁক দিয়া আঘাতৰ বাবে তাইৰ জীৱনো ধ্বংসৰ বাটত। অপৰিচিত মানুহ দেখি অকণি ভিতৰত আঁতৰি আছিল। লিলিয়ে তাইক জোৰ কৰি লৈ আহিল। লেখকৰ অবিস্মৰণীয় ভাষাত – 'মুখৰ মাত আটাইৰে হৰিল। নিস্তব্ধ এই নৰিয়া কোঠালিটোত চাৰিটা প্ৰাণীয়ে নীৰৱে থাকিও কিহবাৰ এটা কোলাহল আনি দিলে। কথাৰ নহয়; কথা নোকোৱাৰ, কথা নথকাৰ। ভাৱৰ, দৃষ্টিৰ, বেদনাৰ, উশাহ-নিশাহৰ ..... অপ্ৰকাশৰ বেদনা মোৰ।'

'ছবি' আৰু 'সপোন-সুধা' গল্পটিত দুৰৱাধৰ্মী কথা কবিতাৰ ছাঁ অনুভূত হয়। তাত এগৰাকী চিত্ৰকৰৰ মৰ্মবেদনা ফুটাই তোলা হৈছে। চিত্ৰকৰে গা ধোওঁতে নৈৰ ঘাটত কণমানি মৰম লগা ছোৱালী এজনীক লগ পাইছিল। তাই চিত্ৰকৰৰ লগত চিনাকি হ'বলৈ আহিছিল। তাইৰ গাভৰু কালৰ কথা। চিত্ৰকৰ লীলাৰ ৰূপত মুগ্ধ হৈছিল, তেওঁ তাইক বিচাৰিছিল। তেওঁ প্ৰস্তাৱ দিলে, তেওঁ তাইৰ ছবি এখন আঁকিব। কিন্তু, চৰ্ত বান্ধি দিলে, শেষ নোহোৱালৈকে তাই চিত্ৰখন চাব নালাগিব। লীলাৰ টান জ্বৰ। তাই চিত্ৰখনৰ কথা কৈ চকু মুদিলে। তাইৰ শেষকথা – "দাদাক ক'বা ছবিখন মোৰ, থৈ দিব।' ছবিখন সম্পূৰ্ণ হ'ল। এইখনেই তেওঁ অঁকা আটাইতকৈ প্ৰাণৱন্ত ছবি আছিল। লীলাৰ মৃত্যুৱে তেওঁৰ সকলো আনন্দ কাঢ়ি নিলে। তেওঁ ছবিখনত চুমা খায়েই সান্ত্বনা লভিবলৈ চেষ্টা কৰিলে। তেওঁ প্ৰতিজ্ঞা কৰিলে, লীলা য'তেই নাথাকক – তাইৰ ছবিখন তেওঁ তাইক দিবই।

'সপোন-সুধা' গল্পত চিৰাজৰ ৰূপকৰ কবি হাফেজৰ সৌন্দৰ্য্য সাধনা আৰু অপাৰ্থিৱ প্ৰেমৰ ধাৰণা ৰূপকৰ সহায়ত মূৰ্ত হৈ উঠিছে। 'সৃষ্টি-ত্ৰিবিধা' গ্ৰন্থখনত বৰকটকীদেৱৰ পাঁচোটা কবিতাও সংকলিত হৈছে। কবিতাবোৰ তেওঁৰ প্ৰিয় কবি ৰত্নকান্ত বৰকাকতি আৰু দেৱকান্ত বৰুৱাৰ কবিতাৰ দৰে সুললিত নহ'লেও সিবোৰৰ ভাৱ-বিন্যাস আৰু ছন্দসমূহত এটা স্বকীয় সুৰ বাজিছে। 'হিয়াৰ বিয়া'

কবিতাটোক পশ্চিমীয়া ৰীতিত ৰচিত বিবাহ গীতি ‘এপিথেলামিয়াম’ৰ পৰ্য্যায়ত পেলাব পাৰি। গল্পবোৰৰ দৰে বৰকটকীৰ কবিতাত এক তীক্ষ্ণ বৌদ্ধিকতাৰ ছাপ পৰিলক্ষিত হয়। ডানৰ কবিতাৰ দৰে তেওঁৰ কবিতাতো বুদ্ধি আৰু অনুভূতিৰ সমন্বয় স্থাপিত হৈছে। ‘হিয়াৰ বিয়া’ কবিতাত দেহ আৰু দেহাতীত একাকাৰ হৈছে। ‘হিয়াৰ বিয়া’ বুলি কোৱা হৈছে যদিও দেহাতীত হৃদয় বৃত্তিয়েই সকলো, এই কথা তেওঁ কোৱা নাই। মনল’গৰ ৰূপত নিৱদ্ধ কবিতাটোত ব্ৰাউনিঙৰ ‘টু ইন ড্য-কেম্পানা’ৰ ‘O let us be unashamed of soul’ আদি পংক্তিৰ সমতুল্য আবেদন এটি আছে।

> ‘বাকীনো আৰু থাকিল কিহত?
> — লাজৰ খহক গড়া;
> আতৰি য’ক সকলো বাধা
> তোমাৰ মাজৰ পৰা।’

‘আহিবা আহিবা লাহৰী’ নামৰ প্ৰেমৰ কবিতাটিতো যুক্তি-তৰ্কৰ ছাপ বিদ্যমান। কবিৰ প্ৰেয়সী সপোনত সদায় আহে। দিঠকতো যেন এবাৰ হ’লেও নহাকৈ নাথাকে। তেওঁৰ দুদিনীয়া জীৱনত কবিয়ে তেওঁক মাথোন কেইবাৰমানহে প্ৰতীক্ষা কৰাৰ সময় পাব। তাৰ পাছত — অনন্তকালৰ আঁতৰা-আঁতৰি। ইফালে কবিয়ে কোৱা নাই যদিও ‘মেটাফিজিকেল’ কবিৰ দৰে - Time’s Winged Chariot is Hunging Near’. জীৱনৰ ৰঙীন উৎসৱ আমাৰ বাবে এবাৰ বা দুবাৰহে আহিব পাৰে। আৰু —

> ‘তাৰ পাছে অতৃপ্তিৰ
> শুকান ফুলৰ স্মৃতি থাকি যায়
> উৎসৱৰ ফুলৰ মালাৰ।’
> তুমি যদি অহা সময়ত
> যেতিয়া পৰিব ভাগি কামনাৰ বিপুল উৎসাহ
> যেতিয়া শুকাব ফুল উৎসৱ সভাৰ;
> বিনা নিমন্ত্ৰণে তুমি তেতিয়াও আহা যদি
> প্ৰয়োজন নাই কোনো তোমাৰ অহাৰ’।

এনেবোৰ কবিতাৰ স্বৰ সপ্তদশ শতাব্দীৰ ইংৰাজ ‘মেটাফিজিকেল’ কবিসকলৰ কবিতাৰ লগতহে মিলে। শেষৰ স্তৱকটোত ব্যক্ত হোৱা মৃদু ভীতি প্ৰদৰ্শনৰ অন্তৰালত ক্ৰিয়া কৰা বুদ্ধিদীপ্ত শ্লেষো ‘মেটাফিজিকেল’ কবিতাক মনত পেলোৱা বিধৰ।

'অসম্ভৱ' কবিতাত এজন বিফল প্ৰেমিকে তেওঁ কমিউনিষ্ট বুলি মুখ ফিৰোৱা প্ৰণয়িনীৰ ওচৰত তেওঁৰ জবাৱদিহি আগবঢ়াই প্ৰেম ভিক্ষা কৰিছে। কবিতাটি ৰসোত্তীৰ্ণ হোৱা নাই।

'অভিযান' কবিতাত পৰাধীনতাৰ শৃংখল ছিঙি বন্দিনী ভাৰতমাতাৰ মুক্তি আঁজুৰি অনাৰ প্ৰতিজ্ঞাৰে সংকল্পবদ্ধ হ'বৰ বাবে তৰুণ হৃদয়ক আহ্বান কৰা হৈছে।

'ব্যৰ্থ সাধনা' কবিতাত কবিৰ জীৱনৰ ব্যৰ্থতাৰ ৰূপ এটাক মূৰ্ত কৰি তোলা হৈছে। গোটেই জীৱন কবিয়ে মাথোন আৱৰ্জনাকে কঢ়িয়ালে। তেওঁ কৰা ত্যাগ আৰু কষ্টই কাৰো সহানুভূতি আদায় কৰিব নোৱাৰিলে। তেওঁৰ আশা নুপূৰিল। তেওঁৰ কথা কোনেও নুশুনিলে, তেওঁৰ ভাষাও কোনেও নুবুজিলে। কবি সিদ্ধান্তলৈ আহিছে — জীৱন অলীক। মৃত্যুহে স্থায়ী। তেওঁৰ ভুল ভাগিল। তেওঁৰ উপলব্ধি হ'ল — 'ব্যৰ্থ সাধনা মৰিছোঁ কৰি।' সকলো ভাবি-গুণি কবিয়ে মাটিৰ মোহ এৰি সিপাৰৰ যাত্ৰালৈ মন মেলিছে। —

> উটাই দে তোৰ জীৱন-তৰী শেষৰ ঘাটত লাগক বুলি
> নালাগে আৰু মাটিৰ পৰশ, মোহাৰি পেলা ধৰাৰ ধূলি।
> জীৱন যদি নহয় মিছা, তেন্তে কিহৰ এই কান্দোন?
> বান্ধত সদায় থাকিও কিয়, ছিগি পৰে এই বান্ধোন?

কবিতাটো চতুৰ্দশপদী, কিন্তু তাত ছনেটৰ জটিল সাংগঠনিক ৰূপ নাই। গ্ৰন্থখনত বৰকটকীৰ একমাত্ৰ একাংকিকা 'জন্মভূমিতকৈও গৰীয়সী'খনো সন্নিৱিষ্ট হৈছে। প্ৰথম পৰিস্থিতি (বা দৃশ্য)ত ডেকা প্ৰেমিক নেহান বিবেকাই মুকলি পথাৰত বক্তৃতা দিছে। - দেশৰ স্বাধীনতা আৰু শোষণহীন সমাজ প্ৰতিষ্ঠাৰ বাবে পৰিয়ালৰ কথা নাভাবি আগবাঢ়ি যাব লাগিব। দ্বিতীয় পৰিস্থিতিত বিবেকাৰ ঘৰৰ আভ্যন্তৰৰ কৰুণ ছবি মূৰ্ত কৰি তোলা হৈছে। ৰাতি প্ৰায় দোভাগ। বিবেকাৰ পত্নী সাবিত্ৰী অতিশয় ৰুগ্না। মাকে সাৱিত্ৰীৰ বাবে ঔষধ আনিবলৈ গৈ উভতি নহা বিবেকাক গালি-শপনি পাৰিছে। ল'ৰা-ছোৱালী ভোকত লালকাল দি শুইছে। বিবেকা ৰাতিকৈ আহিল; কিন্তু জ্বালাময়ী ভাষণ দি মত্ত হৈ থাকি সাৱিত্ৰীৰ দৰৱৰ কথা পাহৰিলে। সকলো কথা পাহৰি কৰুণাৰ প্ৰতিমূৰ্তি আয়ে বিবেকাৰ ভাতৰ যোগাৰ কৰাত ব্যস্ত। সাৱিত্ৰীৰো একে চিন্তা। বিবেকাৰ উপলব্ধি হৈছে — সি ঘৰখনক আলাই-আথানি কৰি দেশসেৱা কৰিবলৈ যোৱাৰ সাৰ্থকতা নাই। দেশসেৱা ডাল-দৰিদ্ৰৰ বাবে নহয়। কিন্তু সি পুনৰায় সংকল্পৰপৰা বিচলিত হ'ল। তৃতীয় পৰিস্থিতিত পথাৰত চৰকাৰৰ বিৰুদ্ধে দেশদ্ৰোহসূচক ভাষণ দি থাকোঁতে বিবেকাক পুলিচে গ্ৰেপ্তাৰ কৰিলে। চতুৰ্থ

পৰিস্থিতিত আকৌ বিবেকাৰ পঁজাঘৰটোৰ বিশৃংখল অভ্যন্তৰ। সাৱিত্ৰী মুমূৰ্ষ। তাই বিবেকাৰ চৰণৰ ধূলি এটিৰ বাবে অপেক্ষা কৰিছে। মাতৃ-হৃদয়ে আকুলি-বিকুলি কৰি উঠিছে। এনেতে খবৰ আহিল — বিবেকাক পুলিচে ধৰিলে। কেইগৰাকীমান বৰমূৰীয়া দেশসেৱক সোমাই আহে। 'মূৰত গান্ধীটুপী- মুখত কবিতাময় ভাষা - গদ্‌গদ।' এগৰাকীয়ে কয় — 'বিহ্বল নহ'ব আই। বীৰৰ জননী আপুনি; ধন্য আপোনাৰ জীৱন। বিবেকাৰ দৰে সন্তান লাভ কৰি আপুনি আনন্দ কৰক আই, সন্তোষ পাওক। আপোনাৰ ল'ৰা বীৰ — আপুনি ধন্যা।' বিবেকাই প্ৰতিবাদ কৰে। সি বীৰ নহয়, পশু। তাৰ দৃঢ় উপলব্ধি হৈছে, তাৰ মাতৃ দেশতকৈও ডাঙৰ। পৰিয়ালক ধ্বংস কৰি সি দেশৰ মান ৰাখিবলৈ যাব নোৱাৰে। কেতিয়াবা যদি উভতি আহে তেনেহ'লে সি মাক, ঘৈণীয়েক আৰু সন্তান দুটিৰ ৰক্ষণাবেক্ষণৰ বাবে জীৱন উছৰ্গা কৰিব।

একাংকিকাখনৰ কেন্দ্ৰীয় চেতনা বৰকটকীৰ নিকট সমসাময়িক সতীৰ্থ কৃষ্ণ ভূঞাৰ শক্তিশালী গল্প 'কাৰাগাৰ'ৰ লগত মিলে। আঙ্গিকৰ ফালৰপৰা নাটিকাখনক জাৰ্মান 'এক্সপ্ৰেছনিষ্ট' নাটকৰ লগত তুলনা কৰিব পাৰি।◆◆

# মুনীন বৰকটকীৰ নাট্যপ্ৰীতি

**অৰুণ শৰ্মা**

নাটক দুটা প্ৰয়োজন পূৰণৰ কাৰণে সৃষ্টি হয়। প্ৰথম হ'ল, নাটক সাহিত্যৰ এক অংশ বা শাখা হিচাপে, দ্বিতীয়তে কোনো মঞ্চবিশেষৰ তাগিদাত। অসমীয়া আধুনিক ভাষা-সাহিত্যৰ প্ৰাথমিক আৰু প্ৰাৰম্ভিক সময়ছোৱাত অসমীয়া সাহিত্যৰ সকলো শাখাকে ঠন ধৰাই তোলাৰ দায়িত্ব আহি পৰিছিল পূৰ্বসুৰী সাহিত্যিকসকলৰ ক্ষেত্ৰত। সেয়ে তেখেতসকলে একোখন নাটক মঞ্চস্থ হোৱাৰ উদ্দেশ্যৰ প্ৰতি গুৰুত্ব দিয়াতকৈ সাহিত্যৰ সামগ্ৰিক বিকাশৰ চিন্তা কৰিহে নাটক ৰচনা কৰিছিল। "নাটকো লিখিব লাগিব" এনে এটা দায়বদ্ধতাৰ মনোভাৱেৰে নাটক লিখাৰ প্ৰতি সচেতন আৰু সক্ৰিয় আছিল। কোনো এখন নাটক মঞ্চত নিবেদন হ'লেও হ'ল। কিন্তু অসমীয়া সাহিত্যক সামগ্ৰিক ৰূপ দিব লাগিব, গতিকে নাটক লিখিব লাগে, সময়ৰ এই আহ্বানৰ প্ৰতি বিগত শতিকাৰ প্ৰথম ভাগত সাহিত্যিকসকলে যথোপযুক্ত সঁহাৰি দিছিল।

চতুৰ্থ দশকৰ শেহৰূপৰা আৰম্ভ কৰি ক্ৰমে পিছৰ পিনে এটা নতুন কথা পৰিলক্ষিত হ'বলৈ ধৰিলে ঃ সেইটো হৈছে লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকল ক্ৰমে নাটক ৰচনা কৰা প্ৰক্ৰিয়াটোৰপৰা বিচ্ছিন্ন হ'বলৈ ধৰিলে। মাত্ৰ দুই-এক বিশিষ্ট সাহিত্যিকৰ বাহিৰে - (জ্যোতিপ্ৰসাদ আগৰৱালা, অতুলচন্দ্ৰ হাজৰিকা প্ৰমুখ্যে) অন্য কবি-ঔপন্যাসিক, গল্পকাৰসকলে সাহিত্যৰ পৰিমণ্ডলৰপৰা নাটকক প্ৰায় বাদ দিবলৈ আৰম্ভ কৰিলে। নাটক ৰচনাৰ প্ৰতি অনীহা প্ৰকাশ কৰিবলৈ ল'লে। ইয়াৰ প্ৰধান আৰু মুখ্য কাৰণটো হ'ল, নাট্যকাৰসকলে মঞ্চকলা আৰু শৈলীসমূহৰ সৈতে ভালদৰে পৰিচিত হোৱাৰ প্ৰয়োজন হ'ল, আধুনিক মঞ্চায়ন জ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ দ্ৰুত পৰিৱৰ্তন আৰু বিকাশৰ কাৰণে। নাট্যকাৰসকল কিছু পৰিমাণে মঞ্চজগতখনৰ সৈতে জড়িত হ'বলগীয়া হ'ল, যি কাম সকলো সাহিত্যিকৰ বাবে নিয়মীয়াভাৱে গ্ৰহণ কৰি লোৱাটো সম্ভৱ নহয়। সেয়ে নাটকসমূহত সাহিত্যগুণৰ প্ৰয়োজনতকৈ নাটকীয় কলা আৰু শৈলীসমূহৰ গুণবোৰৰ ওপৰত অধিক গুৰুত্ব দিয়া হ'ল। ফলত ক্ৰমে পাছলৈ দেখা গ'ল, নাটক নাট্যকাৰেহে লিখে, "সাহিত্যিকে" নাটক

নিলিখিবও পাৰে। আন কথাত, নাট্যকাৰ সাহিত্যিক নহ'বও পাৰে! কিন্তু মঞ্চৰ পাদপ্ৰদীপ জ্বলি থাকিব লাগিব। অসমত অনেক নাট্যদল আছে, অনেক মঞ্চ আছে। সেইবিলাকৰ সংখ্যা দিনকদিনে বৃদ্ধি পাই গৈছে। গতিকে সাহিত্যিকে নাটক নিলিখিলেও নাটক সৃষ্টি হ'ব লাগিব। ফলত নাট্যদলসমূহৰ পৰিচালক নাইবা অভিনেতা, নাইবা যিকোনো নাট্যানুৰাগীয়ে নাটক লিখিবলৈ ল'লে। নাটক মানে মাত্ৰ থিয়েটাৰ হৈ পৰিল। নাচ-গান আদিৰ দৰে নাটক এবিধ পৰিৱেশ্য কলা মাত্ৰ হৈ পৰিল। সাহিত্য বিচ্ছিন্ন হৈ পৰাৰ ফলত নাটক চাবলৈ, পঢ়িবলৈ, নাটকৰ বিষয়ে ক'বলৈ, কোনো ধৰণৰ বৌদ্ধিক আলোচনা কৰিবলৈ অসমৰ প্ৰতিষ্ঠিত সাহিত্যিকসকলকে ধৰি বুদ্ধিজীৱী, চিন্তাশীল ব্যক্তিসকলে মন-কাণ নিদিয়া হ'ল।

অসমীয়া নাটকৰ এনে এক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এজন অতি গভীৰ অধ্যয়নকাৰী চিন্তাবিদ, প্ৰচ্ছন্ন বুদ্ধিজীৱী, মননশীল সাহিত্যিক, অসমীয়া সমালোচনা সাহিত্যৰ পুৰোধা নিৰন্ধকাৰ, যিজনে নাটকৰ প্ৰকৃত মৰ্য্যাদা আৰু স্বৰূপ নিৰ্ণয়ৰ প্ৰতি সদা-সচেতন হৈ থকা আমি দেখিবলৈ পাইছিলো, সেইজন আছিল মুনীন বৰকটকী।

মই ব্যক্তিগতভাৱে জানিছিলো, বিগত শতিকাৰ ষাঠিৰ দশকৰপৰা তেখেত জীৱিত থকাৰ শেষসময়লৈকে গুৱাহাটীৰ জিলা পুথিভঁৰাল আৰু ৰবীন্দ্ৰ ভৱনত (সেইসময়ত সেই দুটা মঞ্চই কৰ্মক্ষম আছিল) প্ৰদৰ্শিত নাটকৰ তেখেত নিয়মীয়া দৰ্শক আছিল। অন্যকি, মই এই কথাও জানিব পাৰিছিলো, তেখেতে কেইবাবাৰো অতিথি-পত্ৰ নথকাত প্ৰৱেশপত্ৰ কিনিও নাটক চাইছিল। সেইসময়ত এজন বুদ্ধিজীৱীৰ অসমীয়া নাটকৰ এনে সমাদৰ আছিল বিৰল ঘটনা।

বৰকটকী নাটকৰ এনে এজন দৰ্শক নাছিল, যি মাত্ৰ নাটক চাই মনোৰঞ্জন লাভ কৰি ঘৰলৈ উভতি যোৱাতেই কাম শেষ কৰিছিল। তেখেতে এখন নাটক চাই উঠি যেতিয়া পঞ্চবটীৰ নিজ ঘৰলৈ ফুটপাথেদি অকলে অকলে খোজকাঢ়ি গৈছিল, তেতিয়া নাটকখনৰ সকলো দিশৰ বিষয়ে চিন্তা কৰিছিল। ঘৰ পায়েই, নাটকৰ নাট্যকাৰজনলৈ টেলিফোন কৰিছিল। তেতিয়াৰ দিনত মানুহৰ ঘৰত টেলিফোনৰ ব্যৱহাৰ আজিকালিৰ দৰে নাছিল। তেনে অৱস্থাত তেখেতে ঘৰ সোমায়েই নাট্যকাৰজনলৈ পোষ্টকাৰ্ডত এখন চিঠি লিখিছিল। তেখেতৰ গুটি গুটি সৰু সৰু আখৰেৰে লিখা এখন পোষ্টকাৰ্ডৰ চিঠিয়ে এজন নাট্যকাৰৰ মনত, বিশেষকৈ এজন নবীন নাট্যকাৰৰ ক্ষেত্ৰত, এক গভীৰ প্ৰেৰণাৰ সঞ্চাৰ কৰিব পাৰে, সেই কথা সহজে উপলব্ধি কৰিব পাৰি। মোৰ নিজ অভিজ্ঞতাৰপৰা এই মন্তব্য মই কৰিব

পাৰিছো। তেখেত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰপৰা প্ৰচাৰিত অনাতাঁৰ নাটকৰ নিয়মীয়া শ্ৰোতা আছিল। মই গাঁৱৰ স্কুলত চাকৰি কৰি থকা সময়ত মোৰ দুখন অনাতাঁৰ নাটক শুনি উঠি তেখেতে পোষ্টকাৰ্ডত মোলৈ চিঠি দিছিল। নাটক দুখন আছিল ফিল আপ দি গেপছ আৰু স্থাৱৰ। তেতিয়ালৈকে তেখেতৰ সৈতে মোৰ ব্যক্তিগতভাৱে পৰিচয় হোৱা নাছিল। স্কুলত থাকোঁতে আৱাহনত তেখেতৰ গল্প পঢ়াৰ কথা মাত্ৰ মনত আছিল। তেখেতৰ অপ্ৰত্যাশিত পোষ্টকাৰ্ড দুখনে মোৰ মনত কি যে শিহৰণ জগাইছিল!

উনৈছ শ ষাঠি চনত মই আকাশবাণীৰ চাকৰিত যোগদান কৰি গুৱাহাটীত থাকিবলৈ লোৱাৰপৰা মুনীন বৰকটকী আছিল মোৰ নাট্য সৃষ্টিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সমালোচক, তেখেত আছিল মোৰ নাট্যসৃষ্টিৰ অন্তহীন প্ৰেৰণাৰ উৎস, মোৰ নাট্যজীৱনৰ দিক্‌দৰ্শক। মোৰ তিনিখন নাটক-- পুৰুষ, শ্ৰী নিবাৰণ ভট্টাচাৰ্য্য আৰু চিঞৰৰ মঞ্চায়ন চাই তেখেতে আলোচনী আৰু সংবাদপত্ৰত যি সমালোচনা লিখিছিল, সেই লেখাই ব্যক্তিগতভাৱে মোৰ মনত গভীৰতম সাঁচ পেলোৱা নাইবা প্ৰেৰণাৰ সঞ্চাৰ কৰাতকৈও সেই লেখাকেইটা এতিয়াও নাট্য-সমালোচনা সাহিত্যৰ এক বিৰল আৰু অত্যন্ত তাৎপৰ্য্যপূৰ্ণ ৰচনা হৈ আছে।

১৯৭২ চনৰ ১৭ জানুৱাৰীত আমি গুৱাহাটীত প্ৰথমবাৰৰ কাৰণে এখন বাটৰ নাট (ককাইদেউ) অনুষ্ঠিত কৰিছিলো। ৰত্ন ওজাৰ গহুৰ গোষ্ঠীৰ প্ৰযোজনা, নাটকৰ ৰচনা মোৰ। জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণী দিৱস উপলক্ষে ৰবীন্দ্ৰ ভৱনৰ সমুখত দীঘলীপুখুৰী পাৰৰ উদ্যানত নাটখন মেলা হৈছিল। মাঘমহীয়া জাৰত গাত এৰী চাদৰ মেৰিয়াই পুৱা আঠবজাত মুনীন বৰকটকী সেই নাট্যানুষ্ঠানত উপস্থিত হৈছিলগৈ। নাটকখনৰ শেষৰ পিনে এটি শৱযাত্ৰা কৰি উজানবজাৰৰ নদীঘাটলৈকে সকলো দৰ্শক আৰু শিল্পীয়ে খোজ লৈছিল। নদীঘাটত নাটক শেষ নোহোৱালৈকে বৰকটকীয়ে দৰ্শকৰ মাজত থিয় হৈ গভীৰ আগ্ৰহ আৰু আস্থাৰে এক অভূতপূৰ্ব নাট্যানুষ্ঠান দৰ্শন কৰিছিল।

তাৰ পিছদিনাই তেখেতে নাটকখনৰ বিষয়ে লিখা এটা দীঘলীয়া প্ৰশংসাসূচক সমালোচনা 'দৈনিক অসম'ৰ চাৰি স্তম্ভৰ শিৰোনামাৰে প্ৰকাশ পাইছিল। এয়ে আছিল মুনীন বৰকটকীৰ নাট্যপ্ৰীতি, অসমৰ নাট্যকাৰ আৰু নাট্যকৰ্মীসকলৰ প্ৰতি তেখেতৰ দায়বদ্ধতাবোধ।◆◆

# এক বিহঙ্গম দৃষ্টিৰে 'বন্দিত বৰেণ্য'

প্ৰদীপ শইকীয়া

অসমৰ চিৰস্মৰণীয় বুদ্ধিজীৱীসকলৰ অগ্ৰগণী মুনীন বৰকটকীদেৱৰ মৰণোত্তৰ ভাৱে প্ৰকাশিত 'বন্দিত বৰেণ্য' গ্ৰন্থত বাইশটা (২২) সাৰ্থক লেখা সন্নিৱিষ্ট হৈছে। তাৰে 'শঙ্কৰ অভিক্ষেপ' শীৰ্যক প্ৰথমটো লেখাৰ প্ৰথম ভাগতে গুৰুজনাৰ বিষয়ে কৰা লেখকৰ মন্তব্য অতি উদ্দীপনাময় -- "বৰঞ্চ শঙ্কৰ কেতবোৰ বিবেচনাৰে গান্ধীজীতকৈ গভীৰতৰ আৰু ব্যাপকতৰ অৰ্থত আমাৰ জাতীয় পিতা। কিয়নো, মহাত্মাৰ নেতৃত্বৰ গুণগত মাত্ৰাসমূহ যদি ঘাইকৈ নৈতিক, ৰাজনৈতিক তথা দৰিদ্ৰনাৰায়ণমুখী, শ্ৰীমন্ত শঙ্কৰৰ উত্তুঙ্গ প্ৰতিভা আৰু প্ৰভাৱ সেই কেইদিশ সামৰাৰ উপৰিও সাংস্কৃতিক, আধ্যাত্মিক আৰু অত্যন্ত নিগূঢ়ভাৱে আধ্যাত্মিকো।" গুৰুজনাৰ অৱদান সমকালীন দেশীয় আৰু বিদেশী ধৰ্মগুৰুসকলৰ তুলনাত কিমান বেছি সুদূৰপ্ৰসাৰী আৰু 'টোটেল' বা 'সৰ্বাত্মক', সেইটো ক'বলৈ যাওঁতে সৰ্বগুণাকৰ শঙ্কৰে আমাৰ জাতিৰ সমগ্ৰ সত্তা সাৰ্বিক অভিব্যক্তিক কেনেকৈ তেৰাৰ সৰ্বময় মঙ্গলময় কলেক্টিভ ব্যক্তিত্বত সামৰি লৈছে, তাৰ যথাযথ বৰ্ণনা লেখকে কৰিছে।

সেইদৰে অসমত আনেও কৰিছে। কিন্তু এই মহামূল্যবান লেখাত বৰকটকীয়ে কোৱা এটা নতুন কথা হৈছে এই যে শ্ৰীমন্ত শঙ্কৰদেৱক আমি যে বিশ্বৰ আগত যথাযথভাৱে অভিক্ষেপ কৰিবলৈ এতিয়াও সক্ষম হোৱা নাই, আৰু তাৰ বাবে আমাৰ প্ৰয়োজনীয় ইচ্ছা, উচ্চাকাঙক্ষা আৰু উদ্যোগ এতিয়ালৈকে একান্তই অপ্ৰচুৰ, সেই কথালৈ আঙুলিয়াই দি এই উদ্যমহীনতাক "এটা বিশ্লেষণযোগ্য সমস্যা" বুলি অভিহিত কৰিছে। সমালোচক হিচাপে বৰকটকীদেৱৰ অৱশ্যস্বীকাৰ্য্য শ্ৰেষ্ঠত্বৰ ইও এক নিদৰ্শন। বিষয়বস্তুৰ গভীৰলৈ গৈ মৌলিক চিন্তাৰে অনুদঘাটিত দিশবোৰ দৃষ্টিগোচৰ কৰা বৰকটকীয়ে কোনো কথা ওপৰে ওপৰে নকয়।

এখন দেশ, এটা জাতি বিশ্বৰ দৰবাৰত সন্মানাৰ্হ হয় সেই জাতিৰ প্ৰতিভাধৰ অনন্য ব্যক্তিসকলৰ গুণ-গৰিমাৰ প্ৰচাৰ আৰু প্ৰসাৰৰদ্বাৰাই। যেনে, ইংলেণ্ডৰ সাহিত্য-সংস্কৃতি-দৰ্শন-বিজ্ঞানৰ গুণ-গৰিমা শ্বেইক্সপীয়েৰ আৰু অন্যান্য মহৎ কবি-লেখক-সাহিত্যিক-দাৰ্শনিকসকলৰ প্ৰতিভা আৰু প্ৰভাৱৰ বিশ্বময় বিস্তাৰৰ ওপৰত

অনেকাংশে নির্ভৰশীল। আমি শ্ৰীমন্ত শঙ্কৰ হেন প্ৰতিভাকো বিশ্বতটো বাদেই ভাৰততে প্ৰজেক্ট কৰিব পৰা নাই। বৰকটকীদেৱে অসমত গুৰুজনাৰ তিথি, জন্মোৎসৱ পালনত তেৰাৰ প্ৰতি আমাৰ জাতীয় কৰ্তব্যৰ সমাপ্তি ঘটোৱা চিৰাচৰিত ৰীতিত সন্তুষ্ট হ'ব পৰা নাই। লিখিছেই — "সেইবাবেই মহাপুৰুষৰ জন্মোৎসৱত গুৰুজনাৰ বিৰাট প্ৰতিভাৰ কথা সুঁৱৰিবলৈ অসমৰ বাতৰিত (বাহিৰত?) আৰু বহিৰ্বিশ্বত শ্ৰীমন্ত শঙ্কৰৰ অভিক্ষেপ বা প্ৰজেক্শ্যনৰ গুৰুত্ব আৰু প্ৰয়োজনৰ প্ৰতি আঙুলিয়াই দিবলৈ সামান্য প্ৰয়াস কৰা কৰ্তব্য বুলি বোধ হৈছে।" *(বন্দিত বৰেণ্য, পৃ. ৩)*। এই কথাষাৰলৈ লক্ষ্য কৰিলে প্ৰবন্ধটো কোনো শঙ্কৰ জন্মোৎসৱৰ সময়ত লেখা যেন লাগে। অসমীয়াৰ স্বভাৱসুলভ প্ৰচাৰবিমুখিতা আৰু নিজৰ ভিতৰতে কাৰোবাক ডাঙৰ বা মহান বুলি জানি আৰু জনাই থলেই হয় বুলি থকাৰ আত্মসন্তুষ্টিৰ ভাবক বৰকটকীয়ে 'যেনেকৈ এফালেদি আমাৰ স্বভাৱৰ নীচাত্মিকাৰ পৰিচয়, তেনেকৈ আনফালেদি বৌদ্ধিক দৈন্য আৰু ব্যৰ্থতাৰ সূচক' বুলি কৈছে। লেখকে আৰু এটা গুৰুত্বপূৰ্ণ কথা কৈছে — "পাণ্ডিত্যৰ স্তৰৰ কথা এৰি জনপ্ৰিয়তাৰ পৰ্য্যায়তো সাধাৰণৰ অৱগতিৰ ক্ষেত্ৰলৈ লক্ষ্য কৰিলেও আমাৰ ফালৰপৰা অসমীয়া জাতীয়তাৰ মূৰ্তিমন্ত প্ৰতীক শ্ৰীমন্ত শঙ্কৰৰ বাণী অসমৰ বাহিৰৰ সৰ্বসাধাৰণ ধৰ্মপ্ৰাণ আৰু শ্ৰদ্ধাশীল জনসাধাৰণৰ উদ্দেশ্যে প্ৰচাৰ কৰিবৰ বাবে আমাৰ ফালৰ পৰা তেনেকৈ চেষ্টাই হোৱা নাই বুলিব পাৰি।" লগতে কৈছে — "সমসাময়িক দেশৰ (ভাৰতৰ) আন বহুজন ধৰ্মীয় তথা সাংস্কৃতিক যুগ প্ৰবৰ্তকতকৈ নানাপ্ৰকাৰে অধিক উল্লেখযোগ্য হোৱা সত্ত্বেও শ্ৰীমন্ত শঙ্কৰৰ ব্যক্তিত্ব আৰু অৱদানৰ স্বীকৃতি বহুলাংশে প্ৰাদেশিক আৰু আঞ্চলিক হৈ থকাৰ এই আপাহত পেৰাডক্স বা সাঁথৰটোৰ মুখ্য কাৰণ মোৰ বোধেৰে শঙ্কৰদেৱক ভাৰতীয় পৰিধিত যথোপযুক্তভাৱে অভিক্ষেপ বা প্ৰজেক্শ্যন কৰাত আমাৰ অকৃতকাৰ্য্যতা। আৰু এই অকৃতকাৰ্য্যতাৰ এটা মূল কাৰণ হ'ল আমি অসমীয়াসকলৰ প্ৰচাৰ বা ব্যক্তিপ্ৰসাৰৰ প্ৰতি উদাসীনতা নাইবা অনীহা। *(বন্দিত বৰেণ্য, পৃ.৬)*

এই বিষয়টো 'এক বিশ্লেষণযোগ্য সমস্যা' বুলি কোৱা কথাষাৰে পাঠকৰ মনত বিভিন্ন চিন্তাৰ উদ্ৰেক কৰে। আমাৰ ধাৰণা, বৰকটকীদেৱে ওপৰত কোৱাৰ দৰে 'উদাসীনতা বা অনীহা', 'স্বভাৱসুলভ প্ৰচাৰবিমুখিতা, 'নীচাত্মিকা ভাৱৰ পৰিচয়', 'বৌদ্ধিক দৈন্য আৰু ব্যৰ্থতা' বা 'পাণ্ডিত্যৰ স্তৰৰ কথা বাদ দি সাধাৰণ ৰাজহুৱা পৰ্য্যায়তো শঙ্কৰৰ বাণী প্ৰচাৰত উদ্যোগহীনতা' - এই সকলোৰে গুৰি আছে আমাৰ ইতিহাসত। এই কথা সাব্যস্ত কৰিবলৈ যাওঁতে ক'ব লাগিব যে - এইটো সৰ্বজনবিদিত যে আহোম ৰাজত্বৰ সুদীৰ্ঘ ছশ বছৰ কাল অসমৰ ৰজাঘৰীয়া নীতি আছিল

প্ৰধানকৈ defensive। সকলো সময়তে, প্ৰথমে পাঠান, পাছত মোগল সাম্ৰাজ্যৰ দ্বাৰা যি কোনো মুহূৰ্ততে অসম সাম্ৰাজ্যবাদী সম্প্ৰসাৰণৰ লক্ষ্য হ'ব পাৰে আৰু হৈছিলো। অসমত সোতৰবাৰ মুছলমানৰ সকলো সময়তে - প্ৰথমে পাঠান, পাছত মোগল সাম্ৰাজ্যৰদ্বাৰা যিকোনো মুহূৰ্ততে অসম সাম্ৰাজ্যবাদী সম্প্ৰসাৰণৰ লক্ষ্য হ'ব পাৰে, আৰু হৈছিলো। সোতৰবাৰ মুছলমানৰ অসম আক্ৰমণৰ কথা বুৰঞ্জীত পোৱা যায়। অৱশ্যে 'মুছলমানৰ অসম আক্ৰমণ' বোলা উক্তি ব্ৰিটিছৰ চিৰাচৰিত ভেদনীতিৰ আমদানি। মুছলমান নহৈ হিন্দু সাম্ৰাজ্য হ'লেও সাম্ৰাজ্যবাদী আগ্ৰাসন হ'বই। হিন্দু সম্ৰাটসকলেও অসম-কামৰূপ জয় নকৰাকৈ এৰা নাছিল। সমুদ্ৰগুপ্তই কৰিছিল, তৃতীয় খাৰৱেলে কৰিছিল। দিল্লীৰ মুছলমান সম্ৰাটসকলে মুছলমান ৰাজ্যবোৰো জয় কৰিছিল। সাম্ৰাজ্যবাদীৰ কোনো ধৰ্ম নাই। ফলস্বৰূপে অসমৰ স্বৰ্গদেউসকলে সৰ্বাধিক গুৰুত্ব দিব লগা হৈছিল প্ৰতিৰক্ষাৰ বিষয়ত। দেশখনৰ মানুহকো সংগঠিত কৰিছিল এক সৈনিকৰ জাতিৰ আৰ্হিত। পাইক-কাড়ী-বৰা-শইকীয়া-হাজৰিকা-ৰাজখোৱা-বৰুৱা আদিৰে শাসনকাৰ্য চলিছিল সকলো সময়তে যুদ্ধৰ বাবে সাজু এক স্পাৰ্টান প্ৰস্তুতিৰে। এই defense-oriented জাতিৰ শাসন ব্যৱস্থাত আছিল excessive regimentation। সেইবাবেই স্পাৰ্টানবোৰৰ দৰেই যুদ্ধপটু এই জাতিৰ বেপাৰ-বাণিজ্য, শিল্প-কলা, শিক্ষা-সাহিত্য-সংস্কৃতিৰ vision হৈ পৰিছিল অসমৰ সীমাৰ মাজতে আবদ্ধ। জনসাধাৰণৰ মাজতো মতাদৰ্শ আছিল 'পুৰুষৰ ৰণ, তিৰীৰ বিয়ন'। জনবল কম আছিল বাবে ৰামসিংহই কোৱাৰ দৰে একেটা মানুহে মাটিও কাটিব লাগিছিল, নাও বাবও পাৰিছিল, হিলৈ মাৰিবলৈ, তৰোৱাল চলাবলৈও শিকিছিল। মুঠতে ৰণুৱাই বনুৱা হ'ব লাগিছিল।

ৰজাদিনীয়া অসমত অসমৰ মানুহে বহিৰ্বিশ্বৰ কথাতো বাদেই ভাৰত-ভ্ৰমণলৈ যোৱাৰ দৃষ্টান্তও নিতান্তই বিৰল। গুৰুজনাৰ দৰে একো একোবাৰত বহু বছৰ ধৰি তীৰ্থভ্ৰমণ কৰা দৃষ্টান্তও তাকৰীয়া। অসমৰ কোনো ৰজাই ৰাজ্যৰ সীমা পাৰ হৈ ভাৰত চফৰত যোৱা নাই। প্ৰজা নেযায়। অসমৰ কোনো ৰজাই পশ্চিমফালে কৰতোৱা-সোণকোষ পাৰ হৈ পৰৰাজ্য আক্ৰমণ কৰা নাই। শিৱাজীৰ দৰে সাম্ৰাজ্য প্ৰতিষ্ঠা কৰা নাই। একমাত্ৰ ৰুদ্ৰসিংহই ভাবিছিল বঙ্গ জয় কৰি গঙ্গা নদী নিজৰ ৰাজ্যৰ মাজেদি বোৱাব। ভবা মতে চেষ্টা কৰিবলৈ সময় নেপালে। কিন্তু প্ৰতিৰক্ষাৰ কাম সফলতাৰে সম্পন্ন কৰিছিল এটায়ে। ৰাজনৈতিকভাবে পশ্চিমৰ সৰ্বভাৰতীয় ৰাজনৈতিক ব্যৱস্থাৰপৰা আমি বিচ্ছিন্ন হৈ থাকিলো। অসমীয়া প্ৰজাক যেনেদৰে বাহিৰলৈ যাবলৈ উৎসাহিত কৰা হোৱা নাছিল, তেনেদৰে বাহিৰৰ ভাৰতীয় লোককো অসমত মুক্ত বিচৰণৰ অনুমতি দিয়া হোৱা নাছিল। 'বন্দিত বৰেণ্য'ৰ ৪৪পৃষ্ঠাত

বেণুধৰ শৰ্মাৰ 'দূৰবীন' কিতাপৰ এফাঁকি বাক্য তুলি দিয়া হৈছে, "ফিৰিঙি বঙালক ডাকু দিয়া কালটো অসমলৈ আকৌ কেতিয়াবা ঘূৰি আহিবনে?" ইংৰাজ চাহাব কেইজনমানে পশ্চিমৰ সীমা পাৰ হৈ আহি আমাৰ ৰাজ্যৰ গছত পৰি থকা চৰাইলৈ গুলিয়াইছিল। আমাৰ সীমাৰখীয়া সেনাই ধৰি ডিঙিত ডাকু দি উজনিলৈ প্ৰেৰণ কৰিছিল।

সীমাৰখীয়া সেনা অতিশয় সচেতন আছিল। প্ৰতিৰক্ষা ব্যৱস্থাও নিখুঁত আছিল। কিন্তু বহু-শ বছৰ ধৰি ভাৰতৰ লগত এই ৰাজনৈতিক-সামাজিক বিচ্ছিন্নতাই আমাৰ চিন্তাৰ ক্ষেত্ৰও অসমৰ মাজতে সীমাবদ্ধ কৰি ৰাখিছিল। এইটো কথা আচহুৱা যেন লাগিলেও আমাৰ বুৰঞ্জীৰ ই এক অমোঘ সত্য। বুৰঞ্জীত ভাৰত আৰু বহিৰ্বিশ্বৰপৰা বহু শতিকাজোৰা প্ৰায় বিচ্ছিন্ন অৱস্থানে আমাৰ মনৰ দিগন্ত যে সংকুচিত কৰি ৰাখিছিল, সেই বিষয়ে সন্দেহ নাই। সীমিত কৰি ৰাখিছিল আমাৰ উচ্চাকাঙক্ষাও। অসমকে জগতখন বুলি ভবা অভ্যাস হৈ গৈছিল। পশ্চিম সীমান্ত পাৰ হৈ অসম সোমোৱা সকলোৰে নাম আছিল বঙাল। বঙ্গদেশৰপৰা আহিলেহে যে বঙাল, তেনে কথা নহয়। আনকি ইংৰাজবোৰো আছিল বগা বঙাল। আমাৰ অসমত খাচ্ ৰজাঘৰৰ বাহিৰে আন ডা-ডাঙৰীয়া, ধনী লোকসকলে পকীঘৰ সজা নিয়ম নাছিল। গতিকে বেহা-বেপাৰ, শিল্প-উদ্যোগ আৰু দেশী-বিদেশী মিশ্ৰিত মানুহৰ বসতিৰে নগৰ গঢ়ি নুঠিলেই কোনোকালে। পশ্চিমৰ সেই অজান্তি মুলুকবোৰৰপৰা অহা সকলো বস্তুৱেই আমাৰ অসম দেশীয়বোৰতকৈ ভাল বুলি এটা বদ্ধমূল ধাৰণা কালক্ৰমত অসমীয়া লোকৰ মানসিকতাত থিতাপি লৈ নীচাত্মিকাবোধৰ জন্ম দিছিল। আনহাতে ইংৰাজ সাম্ৰাজ্যৰ ভাৰতৰ ৰঙা মেপত ব্ৰহ্মপুত্ৰ-গঙ্গা-সিন্ধু ভাৰতৰ প্ৰধান নদ-নদী বুলি ভৌগোলিকভাৱে একে উশাহতে গোৱা হৈছিল যদিও ঐতিহাসিকভাৱে প্ৰাচীন আৰু মধ্যযুগীয় ভাৰতৰ বাবে ব্ৰহ্মপুত্ৰ উপত্যকা তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল আছিল এক appendage অৰ্থাৎ প্ৰত্যঙ্গ বা অনুষঙ্গ মাথোন। নিৰ্মোহ দৃষ্টিৰে চালে ভাৰতৰ ঐতিহাসিক ঘটনাপ্ৰবাহত, ভাৰতীয় সভ্যতা-সংস্কৃতিৰ হেজাৰ হেজাৰ বছৰীয়া বৃত্তান্তত অসমৰ কোনো গুৰুত্ব নাই। একুৰিমান পৌৰাণিক আখ্যান, মহাভাৰতৰ কেইটামান উপকাহিনী, বুৰঞ্জীৰ সাম্ৰাজ্যবাদী সম্প্ৰসাৰণৰ কেইখনমান যুদ্ধৰ লগত মাথোন সম্বন্ধ। সাংস্কৃতিক বিনিময় বুলিলে ভাস্কৰ বৰ্মনতে সীমাবদ্ধ। ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে পৰশুৰাম কুণ্ডলৈকে বগুৱা বাই যোৱা স্বল্প পৰিমাণ ব্ৰাহ্মণ্য প্ৰভাৱৰ গ্ৰন্থিসূত্ৰেৰে সোলোক-ঢোলোককৈ অসমীয়া সংস্কৃতি ভাৰতৰ সৈতে যুক্ত। সেইবাবেই ভাৰতবৰিষ শব্দটো পোৱা যায় গুৰুজনাৰ ৰচনাতহে।

এই কথা স্বীকাৰ কৰিবই লাগিব যে ইংৰাজ অহাৰ পাছতহে অসমীয়াৰ

সম্পৰ্ক স্থাপিত হ'ল সংবাদ, শিক্ষা আৰু ভাবজগতত বাহিৰৰ সৈতে। শিক্ষাৰ বাবে কলকাতাত পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে আৱিষ্কাৰ কৰা অসমখনতহে নামঘৰ আৰু গোসাই ঘৰৰ বাহিৰত আৰম্ভ হ'ল গুৰু শঙ্কৰৰ চৰ্চা। কিন্তু বৃহত্তৰ ভাৰতৰ লগত আমাৰ তেতিয়াৰ শিক্ষিতচাম অসমীয়াৰ যি সম্পৰ্ক স্থাপিত হৈছিল, সিও আছিল অতি নিমাখিত ধৰণৰ। কৰ্মবীৰ বৰদলৈয়ে লিখিছিল -- 'শ্যাম জেউতীয়া, অসম আই ধুনীয়া, ভাৰতৰ নুমলী জী' বুলিহে। ভূ-তাত্ত্বিক বা ভৌগোলিক কাৰণত অসম ভাৰতৰ 'নুমলী জী' হোৱাৰতো কোনো কাৰণেই নাই। সাধাৰণতে কোৱা হয় যে ব্ৰিটিছৰ ভাৰত সাম্ৰাজ্যৰ শেহতীয়া সংযোজন হিচাপেই অসমক নুমলী জী বুলি ধৰা হয় -- কিন্তু আমাৰ ধাৰণাত অসমীয়া কবি-চেতনাত অসমক 'নুমলী জী' বোলাৰ কাৰণ ইমান প্ৰত্যক্ষ আৰু সৰল নহয়। বৃহৎ ভাৰতীয় সাংস্কৃতিক, ঐতিহাসিক, আনকি পৌৰাণিক পৰম্পৰাতো অসম সদায় নুমলীয়েই আছিল। 'ভাৰতবৰ্ষ, আমাৰ হৰ্ষ, আমাৰ গৰ্ব, আমাৰ গান' জাতীয় কাব্যিক চিন্তাধাৰাৰ উন্মেষ ঘটিবলৈ ধৰা সেই যুগটোত কৰ্মবীৰে 'নুমলী জী' বুলি মৰমতে লিখিছিল। কিন্তু ঠিকেই লিখিছিল! এই 'নুমলী জী' হৈ চুকত বহি দৰা-কইনা পুতলা খেল খেলি নিজে নিজে তুষ্ট হৈ থকা স্বভাৱটো আমাৰ অদ্যাপি বৰ্তমান। চিন্তাৰ পাৰ্থক্যটো এইখিনিতে যে পঞ্জাব-কলিঙ্গ-মহাৰাষ্ট্ৰৰ এজন কবিয়ে নিজৰ ৰাজ্য বা প্ৰদেশখনক ভাৰতৰ নুমলী জী বুলি লিখাটো অকল্পনীয়। দৰাচলতে শ-শ বছৰ ধৰি ৰাজনৈতিক-সামাজিক আনকি সাংস্কৃতিকভাৱেও ভাৰতৰ মেইনলেণ্ডৰপৰা বিচ্ছিন্ন হৈ থকাৰ বাবেই মানৰ আক্ৰমণত বিধ্বস্ত অসমলৈ ইংৰাজৰ আগমনে অসমৰ জনমানসত পশ্চিম সীমান্তৰ সিপাৰৰ যি জ্বলমলনি তুলিছিল, সিয়েই অসমীয়াৰ মনত জন্ম দিছিল এক ধৰণৰ হীনমন্যতা, যিটো কালক্ৰমত আমাৰ জাতীয় চৰিত্ৰৰ ভিতৰুৱা হৈ পৰিছিল। বেজবৰুৱাৰ 'আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম' কবিতাও হয়তো এক প্ৰয়োজনীয় ৰচনাই আছিল। বন্দিত বৰেণ্যৰ গ্ৰন্থকাৰে এই বিষয়ত কৰা মন্তব্য সঠিক হৈছে।

দ্বিতীয় প্ৰধান কাৰণ হৈছে, ব্ৰিটিছৰ শাসনলৈ অহাৰ পাছত পাশ্চাত্য শিক্ষাৰ বিস্তাৰ ভাৰতৰ অন্যান্য ৰাজ্য (পূৰ্বৰ প্ৰদেশ) বোৰত অসমতকৈ বহুত সোনকালে আৰম্ভ হৈছিল। ফলস্বৰূপে চুবুৰীয়া বঙ্গদেশতে যেতিয়া জ্ঞানান্বেষী বিদ্বান গ্ৰন্থকাৰসকলৰ লগতে বিদ্যানুৰাগী বিশাল এক পাঠকসমাজৰো সৃষ্টি হৈছিল, অসমে তেতিয়া ঐতিহাসিক আৰু সাংস্কৃতিক বেলিমাৰৰ যুগৰ আত্মস্মৰণৰ কলাঘুমটীয়াৰপৰা চকু মোহাৰি সাৰ পাইছিল মাথোন। তদুপৰি বঙ্গ আৰু হিন্দীভাষী ৰাজ্যবোৰৰ বিপুল জনসংখ্যাও আছিল এক বিবেচনাযোগ্য কথা। বঙ্কিমচন্দ্ৰৰ যুগৰ 'সপ্তকোটী' বাঙ্গালীৰ দিনত অসমত অসমীয়া ভাষী মানুহৰ সংখ্যা তুলনামূলক বিচাৰত নিতান্তই

নগণ্য আছিল। সেই সপ্তকোটী বাঙ্গালীৰ বৃহৎ এক অংশ জীৱন ধাৰণৰ তাগিদাত সমগ্ৰ ভাৰত, আনকি বিদেশতো সিঁচৰতি হৈ পৰিছিল। তেতিয়াৰ দিনৰ অসমৰ ঘাইকৈ কৃষিজীৱী মানুহে জীৱন ধাৰণৰ ন্যূনতম প্ৰয়োজনীয় দ্ৰব্য ঘৰতে উৎপাদন কৰি ল'ব পাৰিছিল বাবে আৰু 'অথিৰ ধন-জন জীৱন যৌৱন' ধৰণৰ আধ্যাত্মিক আদৰ্শেৰে উদ্বুদ্ধ হোৱাৰ বাবে জাগতিক আকাঙক্ষা অতি সীমিত কৰি তুলিছিল। হেজাৰজনৰ মাজৰ একোজন যোত্ৰৱানে 'তীৰ্থ কৰিবলৈ' ভটিয়াই যাওঁতে মিত্ৰ-কুটুম্ব গোটাই ভোজ-ভাত খাই বিদায় লৈ যোৱাৰ দস্তুৰ আছিল। গতিকে শঙ্কৰ-অভিক্ষেপৰ দৰে মহৎ কৰ্মৰ বাবে মানসিক প্ৰস্তুতি জাতিটোৰ নাছিলেই তেতিয়া। সেইটো যুগতে যিকেইজন প্ৰতিভাবান ক্ষণজন্মা অসমীয়া পণ্ডিত-লেখকে অসমীয়া ভাষা-সংস্কৃতিৰ চৰ্চা কৰি বৰ্তমানৰ আত্মপ্ৰত্যয়েৰে বলীয়ান অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভেটি ৰচনা কৰিছিল, সেইসকলৰ মহামূল্যবান অৱদান আৰু দেশসেৱাৰ গুণ গাই সেইবাবেই অন্ত কৰিব নোৱাৰি। শ্ৰীচৈতন্যৰ বাণীয়ে মণিপুৰ ধ্বনিত কৰোঁতে শঙ্কৰী মাহাত্ম্যৰ মুখপাত্ৰ অসমৰ সত্ৰানুষ্ঠানসমূহ অন্তহীন গতানুগতিকতা আৰু বিধি-নিষেধৰ প্ৰাচীৰৰ মাজত জলাশয়ৰ তলত আশ্ৰয় লোৱা কচ্ছপৰ দৰে গতিহীন হৈ পৰিছিল। গতিকে শঙ্কৰ-অভিক্ষেপ হৈ পৰিছিল সপোনৰ বতৰা।

মুনীন বৰকটকীদেৱৰ তীক্ষ্ণধী পৰ্য্যালোচনাত আঙুলিয়াই দেখুৱা হৈছে এইবুলি — "শঙ্কৰদেৱৰ নিজৰ ৰচনাৱলীৰেই এক গৰিষ্ঠ oeuvre বা কৰ্পাছ্ গঢ়ি তোলাৰ সমল আছে, অথচ শঙ্কৰদেৱৰ বিষয়ে বা তেওঁৰ ওপৰত লিখা আলোচনাত্মক সন্দৰ্ভগ্ৰন্থৰ পঞ্জী বা "বিব্‌লিয়গ্ৰাফিক্স" তৈয়াৰ কৰিবলৈ ল'লে যিটো উৎপাদন পোৱা যাব, সি লাজ লগাকৈ তাকৰীয়া নহ'বনে? ব্যক্তিগতভাৱে মই অনুভৱ কৰোঁ, অসমীয়া ভাষাত গুৰুজনাৰ লেখা বা কৃতিৰ পুঙ্খানুপুঙ্খ বিচাৰ বা তেওঁৰ জন্মসময় ইত্যাদি বিষয়ৰ বাদানুবাদ চলাই থকাতকৈ আমাৰ সন্মুখত বৰ্তমানৰ প্ৰধান প্ৰত্যাহ্বান হৈছে শঙ্কৰক অসমৰ প্ৰাদেশিক গণ্ডীৰ সীমাবদ্ধতাৰপৰা মুক্ত কৰি দেশৰ সাংস্কৃতিক আৰু সামাজিক ঐতিহ্যৰ পৰম্পৰাত সব্যসাচী ব্যাপ্তিৰে প্ৰতিষ্ঠা কৰাটোহে। আমি যেতিয়ালৈকে শ্ৰীমন্তক অকল অসমীয়া কৰি আগুৰি ৰাখিম, সিমান দিনলৈকে শংকৰী প্ৰতিভা-ব্যক্তিত্বৰ সামগ্ৰিক উপলব্ধি আৰু ব্যাহত হৈ থাকিব। আৰু সেইটোকে কৰিবলৈ লাগিব দেশজোৰা শংকৰ অভিক্ষেপৰ মহতী প্ৰচেষ্টা।" *(বন্দিত বৰেণ্য, পৃ. ৫)*। বৰকটকীদেৱে আৰু কৈছে যে "সমসাময়িক দেশৰ আন বহুজন ধৰ্মীয় তথা সাংস্কৃতিক যুগ-প্ৰৱৰ্তকতকৈ নানা প্ৰকাৰে অধিক উল্লেখযোগ্য হোৱা সত্ত্বেও শ্ৰীমন্ত শংকৰক ভাৰতীয় পৰিধিত যথোপযুক্তভাৱে অভিক্ষেপ বা 'প্ৰজেক্‌চন' কৰাত আমাৰ অকৃতকাৰ্য্যতাৰ" এটা মূল কাৰণ হৈছে আমি অসমীয়াসকলৰ প্ৰচাৰ

বা ব্যক্তিপ্রসাৰৰ প্ৰতি উদাসীনতা নাইবা অনীহা। কিন্তু এনে জাতিগত উদাসীনতাৰ ফলত আমি বিশ্বৰ দৰবাৰত সদায় পিছৰ আসনতে থাকিব লাগিব। গতিকে বৰকটকীয়ে দ্ব্যৰ্থহীন ভাষাত কৈছে যে "এনে আবেগিক নিস্পৃহতাই যেতিয়া আমাৰ জাতীয় জীৱনৰ বুকুলৈকে ভেদ কৰা বিশ্বজনীন প্ৰতিভাকো যথাযোগ্য সুখ্যাতি প্ৰতিষ্ঠাৰপৰা বঞ্চিত কৰাৰ উপক্ৰম হয়, তেতিয়া কিঞ্চিৎ অপ্ৰিয় যেন লাগিলেও" (অৰ্থাৎ অসমীয়াই স্বভাৱগত উদাসীনতাৰ বাবে নিজৰ জাতীয় নায়কসকলকো উচ্ছাসবহুল প্ৰচাৰৰদ্বাৰা প্ৰতিদ্বন্দ্বীমূলক প্ৰসিদ্ধি দিবলৈ ভাল নেপালেও) -- "আমাৰ যুগপুৰুষসকলৰ ন্যায্য গৌৰৱ আৰু মহিমাৰে প্ৰতিষ্ঠাপন কৰা এটা জাতীয় কৰ্তব্য হৈ পৰে।"

এই দিশত অসমত কাম যে একেবাৰেই হোৱা নাই, এনে নহয়। অনেক কাম হৈছে। কিন্তু সেয়া পৰ্য্যাপ্ত নহয়। শ্ৰীমন্ত শংকৰৰ মহিমা ভাৰত আৰু বহিৰ্বিশ্বত প্ৰচাৰৰ বাবে লেখা উল্লেখযোগ্য গ্ৰন্থপঞ্জীৰ - বৰকটকীয়ে ওপৰত উল্লেখ কৰাৰ দৰে 'বিব্লিয়গ্ৰাফিক্স'ৰ- এতিয়াও অতি দৈন্যদশা।

উল্লেখনীয় যে এই বিষয়ত অসমৰ ৰাজ্য চৰকাৰৰ পৃষ্ঠপোষকতাও পৰ্য্যাপ্ত নহয়। চৰকাৰীভাৱে পুস্তক প্ৰকাশনৰ একমাত্ৰ ব্যৱস্থা হিচাপে আছে অসম প্ৰকাশন পৰিষদ। সেই প্ৰতিষ্ঠানেই আৰম্ভণিৰেপৰা পুস্তক প্ৰকাশন, বিপণন আৰু সাহিত্যানুশীলনত যোগ্য নেতৃত্ব বহুদিন ধৰি দিছিল। চৰকাৰৰ অৱহেলাৰ বাবে প্ৰায় মুমূৰ্ষু অৱস্থাত দুটা দশক পৰি থকাৰ পাছত সম্প্ৰতি সেই প্ৰতিষ্ঠান সক্ৰিয় হৈ উঠা দেখা গৈছে। কিন্তু সামগ্ৰিকভাৱে অসম চৰকাৰৰ বিদ্যোৎসাহ যে নিতান্ত দায়সৰা ধৰণৰ আৰু কোনো মহৎ চিন্তা বা লক্ষ্যত উপস্থিত হোৱাৰ আগ্ৰহেৰে অনুপ্ৰাণিত নহয়, সেই কথা স্পষ্ট। তাৰ বিপৰীতে আমাৰ চুবুৰীয়া পশ্চিমবঙ্গ চৰকাৰৰ উচ্চ শিক্ষা দপ্তৰে উৎকৃষ্ট সাহিত্যকৰ্মৰ বাবে বছৰি ৰবীন্দ্ৰ পুৰস্কাৰ, সত্যেন্দ্ৰ পুৰস্কাৰ, বংকিম পুৰস্কাৰ আৰু বিদ্যাসাগৰ পুৰস্কাৰ দি আছে। পশ্চিমবঙ্গ চৰকাৰৰ তথ্য আৰু সংস্কৃতিবিভাগে বিপুল সংখ্যক মহামূল্যবান গ্ৰন্থ বছৰি প্ৰকাশ কৰে। পশ্চিমবঙ্গ বাংলা আকাডেমি নামৰ চৰকাৰী প্ৰতিষ্ঠানে ইংৰাজী, বাংলা, উৰ্দু, চাওতালী, নেপালী, হিন্দী ভাষাত অসংখ্য গুৰুত্বপূৰ্ণ গ্ৰন্থ প্ৰকাশ কৰি ৰেহাই মূল্যত বিতৰণ কৰে। পশ্চিমবঙ্গ ৰাজ্য পুস্তক পৰ্যদেও পশ্চিমবঙ্গৰ বিষয়ে বিশদ তথ্যযুক্ত গুৰুত্বপূৰ্ণ গ্ৰন্থৰাজি নিয়মীয়াকৈ প্ৰকাশ কৰে। পশ্চিমবঙ্গ বাংলা আকাডেমিয়েই বছৰি নটা সাহিত্যিক পুৰস্কাৰ দিয়ে। তদুপৰি আছে পশ্চিমবঙ্গ চৰকাৰৰ নিজা নাট্য আকাডেমি, ৰাজ্য সঙ্গীত আকাডেমি, ৰাজ্য চাৰু-কলা পৰিষদ আৰু লোক-সংস্কৃতি ও আদিবাসী সংস্কৃতি কেন্দ্ৰ। তাৰ তুলনাত অসম ৰাজ্যৰ

একপ্ৰকাৰ উদ্যোগ কেনে নুমলী-জী-সুলভ অনুৎসাহী আৰু অপৰিপক্ক সেইটো সহজেই চকুত পৰে। এইক্ষেত্ৰত আমাৰ বিশ্ববিদ্যালয়কেইখনৰ বৰঙণিও উৎসাহজনক নহয়।

'গোহাঞি বৰুৱা ঃ তেওঁৰ জীৱনী-সাহিত্য' নামৰ বন্দিত বৰেণ্যৰ দ্বিতীয়টো লেখাৰ প্ৰথম পেৰাগ্ৰাফতে বৰকটকী ডাঙৰীয়াই গুৰুত্বপূৰ্ণ এটা দিশলৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। সাহিত্যৰথী বেজবৰুৱাৰ কৃতিৰ লগত স্বৰ্গীয় ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, অসম সাহিত্য সভাৰ সৰ্বপ্ৰথম সভাপতি, অসমীয়া ভাষা-সাহিত্যৰ ভীষ্মপ্ৰতিম ওজা, সাহিত্যাচাৰ্য্যৰ কৃতিসমূহ তুলনা কৰি বৰকটকীয়ে কৈছে – "অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠা আৰু অসমীয়া সাহিত্যৰ ভেটি কটকটীয়া কৰাৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ বৰঙণি কোনগুণে তাকৰ?" তথাপি বেজবৰুৱাৰ তুলনাত গোহাঞিবৰুৱাক স্বীকৃতি অপেক্ষাকৃতভাৱে কমকৈ অসমীয়া সাহিত্যত দিয়া হৈছে। নিজৰ নিৰ্ভুল মূল্যায়নেৰে বৰকটকীয়ে কৈছে যে "লক্ষ্মীনাথ বেজবৰুৱা যি অৰ্থত আমাৰ সাহিত্যৰথী, পদ্মনাথ একে অৰ্থত আমাৰ ভাষা-সাহিত্যৰ পথ-প্ৰদৰ্শক কাণ্ডাৰী, সাৰথি।" বেজবৰুৱাৰ নাম নোলোৱাকৈ যেনেকৈ আধুনিক অসমীয়া ভাষা-সাহিত্যৰ কথা কোৱা নাযায়, সেইদৰেই গোহাঞিবৰুৱাক বাদ দি আমাৰ ভাষা-সাহিত্যৰ প্ৰবাহৰ বিষয়ে কল্পনা কৰা টান। বেজবৰুৱাৰ তুলনাত গোহাঞিবৰুৱা কিন্তু প্ৰায়- 'অ-সমাদৃত, এনেকি অপ্ৰত্যাশিতভাৱে অৱহেলিত' হৈ আছে বুলি বৰকটকীয়ে কৈছে।

ওপৰত উল্লেখ কৰা ধৰণৰ চমকপ্ৰদ কিন্তু অকাট্য তথ্য সন্নিৱিষ্ট কৰি আৰম্ভ কৰা 'বন্দিত বৰেণ্য'ৰ এই দ্বিতীয় লেখাটো সমালোচনা সাহিত্যৰ এক অতি উত্তম আৰু বস্তুনিষ্ঠ সৃষ্টি বুলি ক'ব লাগিব। পদ্মনাথ গোহাঞিবৰুৱাৰ নাই নাই বুলিও আঢ়ৈকুৰিমান পুস্তক-পুস্তিকা আছে। আৰু বিষয়বস্তুৰ ক্ষেত্ৰখনো বৰ বহল। 'আদিশিক্ষা', 'নীতিশিক্ষা', 'অসমৰ বুৰঞ্জী', 'বুৰঞ্জীবোধ', 'ভূগোল-দৰ্পণ', 'দেশী কছৰত', 'জুৰণি', 'সাধনী', 'টেটোন তামুলী', 'লাহৰী', 'ভানুমতী', 'বাণৰজা', 'গদাধৰ', 'জয়মতী' - এনে বিচিত্ৰবিষয়ক সফল সাহিত্য সম্ভাৰেৰে গোহাঞিবৰুৱাৰ কীৰ্তি বৈ বৈ যাব লাগিছিল। যোৱা নাই। বৰকটকীদেৱে গোহাঞিবৰুৱাৰ এই বিশাল সাহিত্যৰাজিৰপৰা সমালোচনাৰ বাবে তুলি লৈছে তেওঁৰ 'জীৱনী-সংগ্ৰহ' নামে গ্ৰন্থখনহে। গোহাঞিবৰুৱাৰ সমালোচক, আলোচক আৰু সাহিত্যিক-ঐতিহাসিক বা সাহিত্য-গ্ৰন্থৰ পঞ্জীয়কসকলৰ, আনকি গোহাঞিবৰুৱাৰ নিজৰদ্বাৰাও কাশ্চিৎহে উল্লিখিত এই 'জীৱনী-সংগ্ৰহ' গ্ৰন্থৰ বিষয়ে আবেগিক ভাষাত বৰকটকীয়ে লিখিছে-- "জীৱনী-সংগ্ৰহৰ ভিতৰত থকা স্বদেশানুৰাগী আনন্দৰাম ঢেকিয়াল ফুকন,

চিভিলিয়ান আনন্দৰাম বৰুৱা, ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱা, নেতা-সাহিত্যিক লম্বোদৰ বৰা, প্ৰবীণ সাহিত্যিক সত্যনাথ বৰা, ৰায়বাহাদুৰ ফনীধৰ চলিহা বৰুৱা, মহাবীৰ লাচিত বৰফুকন, পণ্ডিত পাণীন্দ্ৰনাথ গগৈ, ডাক্তৰ আৰঙ্গশ্যা, ৰাজনৈতিক নেতা মাণিক চন্দ্ৰ বৰুৱা প্ৰভৃতিৰ বাছকবনীয়া জীৱনীকেইটিৰ আৰু আটকধুনীয়া প্ৰায় মুখস্থ (?) হৈ যোৱা সিবিলাকৰ যুগজয়ী ছবিকেইখনৰ সুবাস, সৌৰভ আৰু সৌন্দৰ্য্য আজিও মনৰ ভিতৰে ভিতৰে ঘূৰি ফুৰা যেন লাগে। মোৰ দৃঢ় বিশ্বাস, লিটন ষ্ট্ৰেচি, আঁন্দ্ৰে ম'ৰ, ষ্টিফান জোৱাগে প্ৰভৃতিৰ হস্তক্ষেপ সত্ত্বেও আজিকোপতি পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱনীখিনি বহুতৰ বাবে পাহৰিব নোৱৰা সোৱাদেৰে সুমধুৰ হৈ আছে।

সমালোচক হিচাপে মুনীন বৰকটকী অব্যৰ্থ, অকাট্য আৰু ক্ষুৰধাৰ। তেওঁৰ সমালোচনাৰ চালনীৰে সৰকা সহজ কথা নহয়। 'বন্দিত বৰেণ্য'ৰ ৯-১০ পৃষ্ঠাত বৰ্তমান কালৰ 'আইডিয়েলাইজড্' বা 'ৰোমান্টিচাইজড্' জীৱনী ৰচনাপদ্ধতিৰ বিষয়ে তেওঁ কৰা মন্তব্যবোৰে যে লক্ষ্যবস্তুত নিৰ্ভুলভাৱে আঘাত কৰিছেগৈ, সেইবিষয়ে সন্দেহ নাই। সেই পদ্ধতিত ৰচনা কৰা জীৱনীৰ লগত গোহাঞিবৰুৱাৰ জীৱনী লিখনিৰ তুলনা কৰি বৰকটকীয়ে কৈছে — "গোহাঞিবৰুৱাৰ নিৰহনিপানী, পোনপটীয়া, কোনো slant নথকা জীৱনীত কোনো কাৰিকৰী কুশলতা বা দাৰ্শনিক তাৎপৰ্য্য নাই। তথাপি সেইবোৰত থকা কিবা কিছুমান আপুৰুগীয়া গুণে সেইবোৰৰ বহুকেইটাকে এনে এক ৰমণীয়তা আৰু স্মৰণযোগ্যতা প্ৰদান কৰিছে যে ল'ৰালিত পঢ়াদি এতিয়াও দুই-চাৰিটা জীৱনী পঢ়ি আবিষ্ট হৈ থাকিব পৰা যায়। ....... গোহাঞিবৰুৱাৰ সংক্ষিপ্ত জীৱনীসমূহৰ এই পঠিতব্যতাই মোৰ বোধেৰে সেইবোৰৰ আটাইতকৈ ডাঙৰ সফলতা।"

পদ্মনাথ গোহাঞিবৰুৱাক অসমীয়া জীৱনী-সাহিত্যৰ বাটকটীয়া বুলি, 'শ্ৰীকৃষ্ণ'ৰ এখন কুলীন জীৱনীগ্ৰন্থ বুলি আৰু গোহাঞিবৰুৱাৰ স্বকীয় লৌকিক ভাষা-মাধুৰ্য্য — এই সকলো বিষয়ে বৰকটকীয়ে বিশদভাৱে আলোচনা কৰিছে। সেইটো কৰোঁতে বৰকটকীয়ে গোহাঞিবৰুৱাৰ প্ৰাপ্য প্ৰশংসা অকৃপণভাৱে কৰিছেও। বৰকটকী গোহাঞিবৰুৱাৰ ঐকান্তিক দেশপ্ৰেমৰ প্ৰতি সচেতন। 'বন্দিত বৰেণ্য'ৰ ২০ পৃষ্ঠাত লিখিছে — "মনত ৰাখিব লাগিব, অসমৰ ধনীমানী নেতৃস্থানীয় ব্যক্তিসকলৰ জীৱনৰ বিষয়ে বিশদভাৱে একো জানিবলৈ নথকা সময়টোত গোহাঞিবৰুৱাই তেওঁলোকৰ বিষয়ে যথেষ্ট বিস্তাৰিতভাৱে লিখিবলৈ প্ৰয়াস কৰিছিল। অকল সেয়ে নহয়, তেওঁ জীৱনী লিখিবলৈ বাছি লোৱা প্ৰত্যেকজন অসমীয়াৰ জীৱন-কৰ্মৰ আন সকলো

দিশৰ ভিতৰত তেওঁলোকৰ স্বদেশপ্ৰীতি, জাতীয়তাবোধ — অসমীয়া মানুহৰ আৰু অসমীয়া সমাজৰ মঙ্গল আৰু শ্ৰীবৃদ্ধিৰ হকে তেওঁলোকৰ চিন্তা আৰু বৰঙণিৰ দিশটোত গোহাঞিবৰুৱাই আটাইতকৈ অধিক গুৰুত্ব প্ৰদান কৰিছিল। ঢেকিয়াল ফুকন, মানিক চন্দ্ৰ বৰুৱা, সত্যনাথ বৰা, ফনীধৰ চলিহা, আনকি ইংৰাজ ছাৰ হেনৰী কটনৰ তেওঁ নিজে লিখা জীৱন কাহিনীত, আৰু তেওঁৰ সম্পাদিত 'উষা'ৰ পৰা লোৱা আন আন লেখকৰ জীৱনীমূলক প্ৰবন্ধ- সকলোতে গোহাঞিবৰুৱাই ঘাইকৈ অসমীয়া 'হিউমেন মেটেৰিয়েল'ৰ নিভাঁজ অসমীয়াত্ব, অসম হিতৈষণা, চাৰিত্ৰিক মৌলিকতাৰে ঐতিহাসিক ঐতিহ্য — আটাইবিলাকৰ প্ৰতি অসমবাসীৰ অন্তৰত প্ৰবল চেতনা সঞ্চাৰ কৰাকে তেওঁ- তেওঁৰ সৰ্বপ্ৰথম জ্ঞান কৰিছে। এটা দিশৰপৰা গোহাঞিবৰুৱাৰ 'জীৱনী-সংগ্ৰহ' অকল কেইজনমান অসমীয়া মানুহৰ জীৱনী সমষ্টিয়েই নহয়, — ই অসম আৰু অসমীয়াৰ আত্মপ্ৰতিষ্ঠা আৰু আত্মোপলব্ধিৰ অভিযানৰ প্ৰধান পাথেয়স্বৰূপ; জাতীয়তাবোধ সঞ্জীৱিত কৰা মহৎ মন্ত্ৰ।"

এনে অবিৰল প্ৰশংসা দেখি বৰকটকী গুণমুগ্ধ বুলি কৈ থ'লেই নহ'ব কিন্তু। সমালোচক হিচাপে বৰকটকী অতি সতৰ্ক আৰু নিৰ্মম। মুগ্ধ আৰু গুণমুগ্ধ হ'লেও মন্ত্ৰমুগ্ধ কেতিয়াও নহয়। বৰকটকী ৱৰ্ডছৱৰ্থে কোৱা ধৰণৰ সমালোচক — 'One who would botanize on his mother's grave'-কোনো পক্ষপাত, দয়া-দাক্ষিণ্য নাই। গোহাঞিবৰুৱাৰ 'কেতবোৰ নিম্নতা আৰু পতনৰ কথাও উল্লেখ নকৰিলে অন্যায় হ'ব' বুলি 'বন্দিত বৰেণ্য'ৰ ২১ পৃষ্ঠাত বৰকটকী ডাঙৰীয়াই গোহাঞিবৰুৱাৰ বিষয়ে নিজে অনুমোদন কৰিব নোৱাৰা স্থলবোৰ অতি যুক্তিযুক্তভাৱে নিৰ্দিষ্ট কৰি দেখুৱাইছে। পাণীন্দ্ৰ নাথ গগৈৰ জীৱনী লিখোতে গোহাঞিবৰুৱাৰ অনাৱশ্যক কথাৰ অৱতাৰণাক 'পেডিং'; যিসকলৰ পুত্ৰ-কন্যাই কোনো ক্ষেত্ৰতে বিশেষ প্ৰতিষ্ঠা প্ৰদৰ্শন কৰিব পৰা নাই তেনেকুৱা পূৰ্ব আৰু উত্তৰপুৰুষৰ নামোল্লেখ কৰি জীৱনী ভাৰাক্ৰান্ত কৰা 'যুক্তিহীন' বুলি ক'বলৈও কুণ্ঠাবোধ কৰা নাই। "কেতিয়াবা ক'ৰবাত নায়কৰ জীৱনী বিবৃতি প্ৰসঙ্গত জীৱনীকাৰৰ নিজা দুই চাৰি প্ৰাসঙ্গিক কথা উনুকিয়াত দোষণীয় একো থাকিব নালাগে। কিন্তু সেই বুলি চল পালেই নায়কৰ কথাৰ সমানে সমানে নিজৰ কথাও সময়ে অসময়ে কৈ যাবলৈ বিচৰা নিশ্চয় নিস্পৃহ নিষ্ঠাবান জীৱনীকাৰৰ ক্ষেত্ৰত সমৰ্থনযোগ্য নহয়।" পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱনী-সংগ্ৰহত সৰহভাগ জীৱনীতে 'বিশেষকৈ ৰায়চাহাব-চুহবৰ প্ৰশংসা পত্ৰ আৰু পৰিচয় পত্ৰ'ৰ ওপৰত গ্ৰন্থকাৰে অতিমাত্ৰা গুৰুত্ব দিয়াটো নীতি-অসুস্থতাৰ সংকেত বুলি বৰকটকীয়ে দ্বিধাহীনভাৱে ঘোষণা কৰিছে।

"তদুপৰি গোহাঞিবৰুৱাৰ 'জীৱনী-সংগ্ৰহ' গ্ৰন্থৰ কাঁড়পাতত বেণু শৰ্মাই 'কুকিটো যেনকৈ সজাই' বোলা কথাষাৰ মই আজিৰ আন্তৰ্জাতিক ইডিয়মলৈ ৰূপান্তৰ কৰিলে inverted pyramid অৰ্থাৎ ওলোটা পিৰামিডৰ আকাৰে তাহানি জীৱনী সংগ্ৰহৰ কাঁড়পাতত দিয়া বাব-বিষয়, পদ-উপপদ লগোৱা পৰিচয়টোৱেই আজি আদশতিকাৰো ওপৰকাল মোৰ বাবে অসমীয়া সাহিত্যৰ এই আচাৰ্য্যগৰাকীৰ মুখ্য আৰু সৰ্বোত্তম পৰিচয়ৰূপে মনত ৰৈ গৈছে। ..... গোহাঞিবৰুৱা নিজেই যে তেওঁৰ 'ৰায়বাহাদুৰ', 'সাহিত্যিক পেন্সনাৰ' আৰু 'এম-আৰ-এ-এছ' বোলা ব্ৰিটিছৰপৰা সংগৃহীত উপাধি কেইটাৰ গুৰুত্ব সম্পৰ্কে অতি সচেতন আছিল আৰু চল পালেই সেই উপাধি, প্ৰশংসাপত্ৰ সমূহৰ বকলা মেলিবলৈ ব্যগ্ৰ হৈছিল, সেইটোও আওকাণ কৰিব নোৱাৰি।"

বৰকটকীৰ উপৰিউক্ত পৰ্য্যবেক্ষণৰপৰা এনে এটা সিদ্ধান্তলৈ আহিব পাৰি যে তেনেকৈ নিজৰ যহ গাবলৈ গৈ আৰু অতিমাত্ৰাই ইংৰাজৰ প্ৰতি ৰাজভক্তি দেখুৱাবলৈ গৈ গোহাঞিবৰুৱাই স্বাধীনতাকামী জনমানসত হয়তো বিৰূপ প্ৰতিক্ৰিয়াৰহে অজানিতে সৃষ্টি কৰিছিল, যাৰ বাবে তেওঁৰ উত্তম সাহিত্য-কৃতিবোৰৰ ওপৰতো যথোপযুক্ত মনোনিৱেশ নহ'ল। কিন্তু বৰকটকীৰ সিদ্ধহস্ত সমালোচনাই অন্য এটা দিশলৈও আঙুলিয়াইছে, যিটো সঁচাকৈয়ে চমকপ্ৰদ। – "কি উপন্যাস, কি তত্ত্বকথা, কি নাটক, কি কবিতা - গোহাঞিবৰুৱাৰ সাহিত্যকৃতিত ঘনে ঘনে মূৰ দাঙি উঠা তেওঁৰ আত্ম-গুৰুত্ব-সচেতন স্বয়ম্ভূমতি সত্তাটোৱে তথাকথিত তথ্যনিৰ্ভৰ, নৈৰ্ব্যক্তিক জীৱনীতো অনুপ্ৰৱেশ কৰি এফালে যেনেকৈ আন লোকৰ জীৱনীৰ নিৰপেক্ষতা আৰু নিৰ্ভৰশীলতা কিছু পৰিমাণে হ্ৰাস কৰিছে, তেনেকৈয়ে আকৌ আনফালেদি সেইকালৰ জীৱনীকো আজিকালিৰ জীৱনীৰ দৰে একপ্ৰকাৰ মানৱীয় আবেদন আৰু বিশ্বাসযোগ্যতাৰে অভিষিক্ত কৰিছে।"

সমালোচক হিচাপে বৰকটকীয়ে নিৰ্মম হোৱাৰ লগতে কিমান ন্যায়নিষ্ঠ, সৰ্বোপৰি সৰ্বদৰ্শী হ'ব পাৰে, তাৰ প্ৰমাণ এইখিনি কথাতে পোৱা যায়। কি পৰিমাণৰ সূচীতীক্ষ্ণ দৃষ্টি আৰু বুদ্ধিদীপ্ত বিশ্লেষণৰ ক্ষমতা বৰকটকীৰ আছিল, সেই কথা ভাবিলে বিস্ময় মানিব লাগে।

তাৰ নিদৰ্শন পোৱা যায় 'বন্দিত বৰেণ্য'ৰ তৃতীয়টো লেখা 'বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাঞ্জলি'ত। এই প্ৰবন্ধ প্ৰধানকৈ বেণুধৰ শৰ্মাৰ বিষয়ে প্ৰকৃতাৰ্থত শ্ৰদ্ধাঞ্জলি-অবিমিশ্ৰভাৱে গুণগ্ৰাহী। কিন্তু তাকে কৰিবলৈ যাওঁতে বৰকটকীয়ে তেওঁৰ সমৃদ্ধ আৰু বিস্তীৰ্ণ চিন্তাৰ ক্ষেত্ৰৰ একোটা জলক্ দি যায় অনবদ্য ভাষা আৰু প্ৰকাশভঙ্গীৰে।

'বন্দিত বৰেণ্য'ৰ ৩১ পৃষ্ঠাত বেণুধৰ শৰ্মা বুৰঞ্জীবিদ নে সাহিত্যিক, এই বিচাৰ প্ৰসঙ্গত "সাহিত্যিকে এৰিব খুজিলে বুৰঞ্জীয়ে সাহিত্যিকক নেৰে, " — এই সিদ্ধান্ত-বাক্যৰ সমৰ্থনত কোৱা কথাখিনি গভীৰ অন্তৰ্দৃষ্টিসম্পন্ন, বিশ্লেষণাত্মক আৰু অধ্যয়নপুষ্ট।

বৰকটকী ডাঙৰীয়াৰ সমালোচনাৰ পদ্ধতিও তেওঁৰ নিজস্ব আৰু বিৰল। সেই পদ্ধতিৰে অৱলীলাক্ৰমে আগবাঢ়ি গৈ সঠিক সিদ্ধান্তত উপনীত হোৱা তেখেতৰ কৌশল যে অতিশয় ফলপ্ৰসূ, সেই বিষয়ে একাধিক স্থানত প্ৰমাণ তেখেতে দি গৈছে 'বন্দিত বৰেণ্য'ৰ মূল্যবান ৰচনাসমূহত। তেখেতে নিজেই লিখিছে — "সময়ে সময়ে সাহিত্যিক বিচাৰ তথা অন্যজাতীয় সমীক্ষাৰ ক্ষেত্ৰতো প্ৰথমে বাদ দি যোৱা অৰ্থত process of elimination এৰে আগবাঢ়িলে মূল্যায়নত বিষয়টো অধিক প্ৰতীতিপূৰ্ণ আৰু নিৰ্ভৰযোগ্য হৈ পৰাৰ অৱকাশ থাকে। তদুপৰি মুখ্যতঃ 'হিৰ' ৱৰ্শ্বিপাৰ অৰ্থাৎ বীৰপূজক শৰ্মা ডাঙৰীয়াৰ সামগ্ৰিক কৃতিত্বৰ বুজ ল'বলৈ যাওঁতে একান্ত অনুৰক্ত ভক্তবৃন্দৰ O attitude! হে মহান - ভাব লৈ কামত ধৰিলে বহুতো সময়ত চূড়ান্ত মূল্যাঙ্কনক ভ্ৰম-প্ৰমাদ বা পক্ষপাতৰ দোষে ছুব পাৰে বুলিহে মোৰ আশঙ্কা হয়।" বৰকটকীয়ে সেই পদ্ধতিৰেই বিচাৰ কৰি 'বেণুধৰ শৰ্মাৰ ক্ষেত্ৰত বুৰঞ্জী গৌণ, মুখ্য সাহিত্যহে' বুলি দৃঢ়ভাৱে ঘোষণা কৰিছে। কৈছে যে "শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' কিতাপখন নহয়, 'মণিৰাম দেৱান' খনহে শ্ৰেষ্ঠতম সৃষ্টি। কৈছে যে - 'টিপিকেলি'-জাতে-পাতে অসমীয়া যোজনা-ফঁকৰা আৰু খণ্ডবাক্যেৰে ঠাহ খাই থকা এনে ভাষা একমাত্ৰ বেণুধৰ শৰ্মাৰ বাহিৰে আন কোনোবাই অসমীয়াত লিখিব পাৰে বুলি বা লিখে বুলি মোৰ জনা নাই ....... শৰ্মাৰ বাবে শব্দ যেন শব্দ নহয়, একো একোপাট অব্যৰ্থ অস্ত্ৰ, যাৰ সহায়েৰে তেওঁ অসমীয়া সাহিত্যত এবিধ আপুৰুগীয়া অদ্ভুত শক্তিশালী, পৌৰুষদীপ্ত, আটিল ধ্ৰুপদী গদ্যৰ নতুন দিগন্ত মুকলি কৰিছে আৰু আবেগসঞ্চাৰী আৰু মৰ্মস্পৰ্শী চিত্তউদ্দীপক কথা-সাহিত্যৰ সৃষ্টি কৰিছে।"

'বন্দিত বৰেণ্য' গ্ৰন্থত একুৰি দুটা এনে ধৰণৰ সুলিখিত আৰু পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ আছে। বৰকটকী ডাঙৰীয়াই লিখিছে - অসম কেশৰী অম্বিকাগিৰীৰ বিষয়ে। পণ্ডিতপ্ৰবৰ সন্দিকৈৰ মহান ব্যক্তিত্বৰ বহু নতুন অচৰ্চিত দিশ উন্মোচন কৰিছে তেখেতৰ বিষয়ে লিখা দুটা প্ৰবন্ধত। অগ্ৰণী শিক্ষাবিদ আৰু অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক পিতৃস্বৰূপ শৰৎ চন্দ্ৰ গোস্বামীৰ বিষয়ে লিখিছে । দুৰ্গাধৰ বৰকটকীক বিস্মৃতিৰ কুঁৱলীৰপৰা পুনৰুদ্ধাৰ কৰিছে। শ্ৰদ্ধাঞ্জলি জনাইছে অতি সাৰ্থকভাৱে 'মঞ্চলেখা' ৰচয়িতা অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰতি, তেওঁৰ অনন্য, অসাধাৰণ দৃষ্টিভঙ্গীৰে

পুনৰীক্ষণ কৰি। লিখিছে প্ৰথিতযশা সাংবাদিক-সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ বিষয়ে অতি ঘনিষ্ঠ কিন্তু সত্যনিষ্ঠ সাৰ্থক বিচাৰেৰে।

এই গ্ৰন্থত আৰু আছে মহেন্দ্ৰ নাথ মৈহেংদাং ডেকাফুকনৰ বিষয়ে অনুৰক্তৰ দৃষ্টিৰে লিখা এক প্ৰবন্ধ। চুটি গল্প লেখক আৰু পৰ্য্যবেক্ষক ত্ৰৈলোক্যনাথ গোস্বামীৰ; শিল্পী যুগল দাস; ফুনু ককাইদেউ আৰু তছদ্দুক ভাই; বীৰেন্দ্ৰ-কৃতি; লোকপ্ৰিয় বৰদলৈ ঃ ব্যক্তিত্ব আৰু নেতৃত্ব; জাতীয় নেতৃত্ব আৰু হেমচন্দ্ৰ বৰুৱা; স্মৃতিপটৰ লোকনায়ক অমিয় কুমাৰ দাস; লেখকৰ বন্ধু অমৃত লোকগামী ললিত হাজৰিকাৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্য আদি অপেক্ষাকৃতভাৱে চুটি প্ৰবন্ধ আছে।

বৰকটকীৰ অধ্যয়নৰ অসীম দিগন্তৰ মাজত অসমেই নাছিল, অকল সাহিত্যও নাছিল, আছিল বিপুলা পৃথিৱীৰ আৰু বহু দেশ আৰু জন, ভাৰততো আছিলেই। স্বাভাৱিকতে সেইবাবে তেখেতৰ চিন্তাৰ পৰিধিত সোমাই পৰিছিল হিন্দী সাহিত্যৰ মহীয়সী কবিয়ত্ৰী মহাদেৱী বৰ্মা। "গান্ধীজী ঃ এটি অভিমত" নামৰ এক সংক্ষিপ্ত কিন্তু অতি পাৰদৰ্শী ৰচনাত গান্ধীজীৰ জীৱনাদৰ্শ আৰু সত্য অন্বেষণৰ কাহিনীত মানুহৰ অন্তৰ্নিহিত সততা আৰু কল্যাণমুখিতাৰ পৰ্য্যালোচনা কৰিছে সমসাময়িক মণীষীসকলৰ দৃষ্টিভঙ্গীৰ লগতে নিজৰ নিৰ্ভুল বিচাৰৰ সমন্বয় ঘটাই। লেখিছে নেহৰুৰ আদৰ্শৰ বিষয়েও।

'বন্দিত বৰেণ্য'ৰ ওপৰত উল্লেখ কৰা কিছুমান প্ৰবন্ধ সুদীৰ্ঘ, কিছুমান সংক্ষিপ্ত। কিন্তু সকলো প্ৰবন্ধতে নিৰ্বাচিত বিষয়বস্তু একেই আত্মস্থ, চিন্তাঘন যুক্তিনিষ্ঠভাৱে সাৱলীল ভাষাৰে আলোচনা কৰোতে বৰকটকীদেৱে প্ৰায় প্ৰত্যেক খোজতে নিজৰ প্ৰায় অপৰিমিত জ্ঞানজগতৰ নতুন নতুন একোখন চিন্তাৰ পথাৰ এনেদৰে মুকলি কৰিছে যে 'বন্দিত বৰেণ্য'ৰ যিকোনো সমালোচকক তবধ মনাবলৈ সি যথেষ্ট। ধাৰণা নহয় যে কোনোবাই কম শব্দেৰে তেওঁৰ সেই অতুলনীয় প্ৰবন্ধবোৰ মূল্যায়ন নিৰ্দিষ্ট কৰিব পাৰিব বা তেওঁ উন্মুক্ত কৰা নতুন নতুন চিন্তা-সমুদ্ৰত সাঁতোৰ নেমেলাকৈ থাকিব পাৰিব। প্ৰধানকৈ সমালোচনাত্মক এই গ্ৰন্থৰ সমালোচনা প্ৰকৃততে অতিশয় দুৰূহ কাম। বৰকটকীৰ প্ৰবন্ধবোৰে নতুন নতুন বিষয় আৰু চিন্তাৰ সৃষ্টি কৰি যিকোনো ছিৰিয়াছ পাঠকক আকৃষ্ট কৰে।

বৰকটকীদেৱৰ এইলানি প্ৰবন্ধত আন এটি চকুত পৰা বিষয় হৈছে এই যে তেওঁ নিজৰ প্ৰপাদ্য বিষয় উত্থাপন কৰি নিজৰ সিদ্ধান্ত নিৰ্মাণ কৰোঁতে দেশী-বিদেশী বিখ্যাত লেখক-পণ্ডিতৰ কিতাপৰপৰা উদ্ধৃতি দি পাঠকৰ মন ভাৱাক্ৰান্ত নকৰে। সৰ্বসাধাৰণ পাঠকে নপঢ়া বা নাম নুশুনা কোনো বিদেশী পণ্ডিতৰ বক্তব্যৰ

উদ্ধৃতি দি চমক্ জগাবলৈও চেষ্টা নকৰে। বৰকটকীয়ে নিজৰ ভাষাত নিজৰ চিন্তা আৰু যুক্তিৰে কথা কয়। কোনো মহৎ লেখকৰ ওচৰত ঋণী নোহোৱাকৈও যে কঠিনতম বিষয়বোৰ যথাযথভাৱে ক'ব পাৰি, সেই কথা বৰকটকীৰ লেখাৰপৰাই জানিব পাৰি। তেওঁৰ ৰচনাৰ মৌলিকতা নিঃসন্দেহে সেই কথাতে প্ৰকাশ পায়। ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত বৰকটকীৰ কোনো ৰক্ষণশীলতা নাই। নিজৰ প্ৰকাশভঙ্গী বলিষ্ঠ, দ্ব্যৰ্থহীন আৰু অৰ্থবহ কৰিবলৈ দ্বিধাহীনভাৱে ইংৰাজী, লাটিন শব্দ প্ৰয়োজনমতে ব্যৱহাৰ কৰে। ওপৰত উল্লেখ কৰা কাৰণতে মোৰ ধাৰণা হৈছে যে 'বন্দিত বৰেণ্য'ৰ সকলো প্ৰবন্ধৰ বিষয়ে আলোচনা কৰিবলৈ নোযোৱাই সুবিবেচনাৰ কাম হ'ব। এই প্ৰবন্ধত 'শঙ্কৰ অভিক্ষেপ', 'গোহাঞিবৰুৱা ঃ তেওঁৰ জীৱনী-সাহিত্য' আৰু 'বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাঞ্জলি' এই তিনিটা প্ৰবন্ধই উন্মুক্ত কৰা চিন্তাৰ ক্ষেত্ৰতহে যথাশক্তি বিচৰণ কৰাৰ প্ৰয়াস কৰা হ'ল। কুৰি শতিকাৰ অসমৰ বৌদ্ধিক চিন্তাৰ জগতখনত মুনীন বৰকটকী ডাঙৰীয়া যে সমালোচনাৰ ক্ষেত্ৰত নিজস্ব প্ৰতিভাৰে দীপ্ত, তেখেতৰ লেখা যে বহুদিশত সন্দীপনী চিন্তাৰ আঁকৰ, পাণ্ডিত্য আৰু মৌলিকতাৰ দিশত বৰকটকীয়ে অতুলনীয় – সেইবিষয়ে চুলিডালমানো সন্দেহ নাই। *(বন্দিত বৰেণ্য, সম্পাদনা- ড° শিৱনাথ বৰ্মন, প্ৰথম প্ৰকাশঃ ১৯৯৫, পৃ. - ১৮০)*◆◆

# ব্যতিক্ৰমধৰ্মী 'বিস্মৃত ব্যতিক্ৰম'

## অপূৰ্ব শৰ্মা

অসমীয়া ৰম্য-ৰচনাৰ বাটকটীয়া, আৱাহন-যুগৰ গল্পকাৰ, প্ৰবন্ধ-লেখক, বিশিষ্ট বুদ্ধিজীৱী স্বৰ্গত মুনীন বৰকটকীদেৱৰ জীৱৎকালত প্ৰকাশিত একমাত্ৰ গ্ৰন্থ 'বিস্মৃত ব্যতিক্ৰম' ছপা হোৱাৰ তিনিবছৰৰ পাছত ১৯৮৪ চনৰ মাজভাগত পঢ়িবলৈ পাইছিলো। প্ৰায় কাকতালীয়ভাৱেই সেইবছৰৰ শেহৰফালে তেখেতে মোৰ অগ্ৰজ অৰুণ শৰ্মাৰ যোগেদি মোৰ প্ৰথম গল্প-গ্ৰন্থখন পঢ়িবলৈ পাই মোলৈ তেখেতৰ দুৰ্বোধ্য হাতৰ আখৰেৰে এটা সম্পূৰ্ণ ইনলেণ্ড্ লে'টাৰ কাৰ্ড ভৰাই এখন চিঠি দিয়ে আৰু ময়ো লগে লগেই তেখেতলৈ এটা উত্তৰ দিওঁ। শ্ৰদ্ধেয় বৰকটকীদেৱৰ লগত মোৰ ব্যক্তিগত যোগাযোগ সিমানতে অন্ত পৰে।

তেতিয়া বৰকটকীদেৱৰ গ্ৰন্থখনি পঢ়োতে মোৰ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীত পঢ়া ইংলেণ্ডৰ 'নিউ ষ্টেট্‌ছমেন্' কাকতত প্ৰকাশিত 'প্ৰ'ফাইল্' সমূহৰ কথা মনলৈ আহিছিল। (এই 'প্ৰ'ফাইল্'সমূহো পাছত গ্ৰন্থাকাৰে পঢ়িবলৈ পাইছিলো)। অৱশ্যে, 'প্ৰ'ফাইল্' সমূহত যথোপযুক্তভাৱে এটা সমালোচনাত্মক দৃষ্টিকোণো আছিল আৰু সেইদিশৰপৰা বৰকটকীদেৱৰ নিবন্ধসমূহৰ চৰিত্ৰ সিবিলাকতকৈ কিছু পৃথক। তেখেতে নিজেও এই গ্ৰন্থখনিৰ সংকলনত লক্ষ্মীনাথ ফুকনৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' গ্ৰন্থখনৰ প্ৰেৰণাই কিছু ক্ৰিয়া কৰিছিল বুলিহে উল্লেখ কৰিছে।

'বিস্মৃত-ব্যতিক্ৰম'ত লেখক বৰকটকীদেৱে চৈধ্যটি নিবন্ধত অসমৰ চৈধ্যজন বিভিন্ন ক্ষেত্ৰৰ ব্যতিক্ৰমী প্ৰতিভাধৰ বিশিষ্ট ব্যক্তিৰ জীৱনচৰ্য্যামূলক চৰিত্ৰ-চিত্ৰ অংকন কৰিছে। নিবন্ধকেইটিত বৰকটকীদেৱে 'বীৰ-পূজা' কৰিব খোজা নাই বুলি কৈও প্ৰায় একে উশাহতে 'বীৰ-বন্দনাৰ লগৰে হ'লেও ইয়াক সমালোচনামূলক জীৱনচৰ্চা বোলাহে বেছি যুগুত হ'ব' বুলি কৈছে। কিন্তু আমি দেখিছো, তেখেতৰ লিখনিত সমালোচনাৰ চোক কম আৰু য'ত সমালোচনামূলক অৱলোকন দুই-এটি আছেও, তাক উদাৰ যৌক্তিকতাৰ প্ৰলেপেৰে কোমল কৰি তোলা হৈছে। এইটো স্বীকাৰ কৰিব লাগিব যে অসমৰ অতিশয় শ্ৰদ্ধেয় কৃতী সন্তানকেইজনৰ মহীৰূহ-ব্যক্তিত্বৰ অভিগ্ৰাসী প্ৰভাৱ, তেওঁলোকৰ অতুলনীয় কৃতি আৰু কীৰ্তিৰ দুৰ্নিবাৰ

আকৰ্ষণ আৰু জনমানসত তেওঁলোকৰ প্ৰোজ্জ্বল প্ৰতিমাৰ সন্মুখত সমালোচনা আৰু প্ৰশংসাৰ ভাৰসাম্য ৰক্ষা কৰাটো স্বাভাৱিকতেই অত্যন্ত কঠিন। এই পটভূমিত বৰকটকীদেৱে এই দুৰূহ কামটি তেখেতৰ অধ্যয়নপুষ্ট মনেৰে অসমীয়া জাতি আৰু সমাজৰ পৰিপ্ৰেক্ষিতত প্ৰতিজন ব্যক্তিৰে জীৱন আৰু কৃতিৰ গভীৰ অন্তৰ্ভেদী বিশ্লেষণেৰে সহজ কৰি তুলিছে আৰু তেখেতৰ অননুকৰণীয় লেখন-শৈলীৰে আমাক এখন অত্যন্ত সুলিখিত গ্ৰন্থ উপহাৰ দি গৈছে। এই প্ৰসংগত উল্লেখ থকা প্ৰয়োজন যে এই গ্ৰন্থখনে ১৯৮৫ চনৰ অসম প্ৰকাশন পৰিষদ বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল।

লেখক বৰকটকীদেৱে নিজেই উপলব্ধি কৰিছে যে তেখেতৰ নিৰ্বাচিত নায়কসকলৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী আৰু জ্ঞাননাথ বৰা উভয়ে ঠিক বিস্মৃতৰ শাৰীত নপৰে; কিন্তু 'অসমীয়াত্ব উদ্বোধন'ৰ ব্যতিক্ৰমী নায়ক হিচাপে তেওঁলোক তেখেতৰ মতে, বিস্মৃত। জীৱন্ত আগ্নেয়গিৰি অম্বিকাগিৰীৰ বজ্ৰ দৃঢ় দেশপ্ৰেম আৰু অসমপ্ৰেমৰ অগ্নিবৰ্ষী তীব্ৰতা, তাৰ সম্পূৰ্ণ বিপৰীতে কবি অম্বিকাগিৰীৰ অতীন্দ্ৰিয় ৰহস্য আৰু মানৱ-উপাসনাৰ নিবিড় গভীৰতা -- এই দুই ব্যক্তিত্বক বৰকটকীদেৱে কম কথাৰ মাজেদিয়েই জীৱন্ত কৰি তুলিছে। অৱশ্যে, অম্বিকাগিৰীৰ অসমীয়াত্ব আৰু 'স্ব-শক্তি-বলিয়ান, অক্ষত, অখণ্ড অসম' অক্ষুণ্ণ ৰখাৰ স্বপ্নৰ প্ৰতি বৰকটকীৰ দুৰ্বলতা আধুনিক সমাজ আৰু ৰাজনীতিৰ অমোঘ গতিধাৰাই সমৰ্থন নকৰে। অসমীয়া মধ্যবিত্তৰ উত্থান, উচ্চমন্যতা, ভাষিক-সামাজিক উগ্ৰতা আৰু সংকীৰ্ণতা, জনজাতীয় মধ্যবিত্তৰ উত্থান আৰু অপৰিহাৰ্য স্বাৰ্থ-সংঘাত এইবোৰ অৱশ্যম্ভাৱী সামাজিক-ঐতিহাসিক বিবৰ্তনক আওকাণ কৰি অসম আৰু অসমীয়াৰ অখণ্ডতা আৰু কৰ্তৃত্ব ৰক্ষা কৰা এক মোহনীয় স্বপ্নই আছিল বুলিব লাগিব।

অম্বিকাগিৰীৰ দৰেই জ্ঞাননাথ বৰাৰ ক্ষেত্ৰতো বৰকটকীদেৱে তেখেতৰ অসম হিতৈষণাক গুৰুত্ব দিছে। অসমীয়া ডাঙৰীয়াৰ এটা দিশ বেজবৰুৱাই ভোঁহাৰি থৈ গৈছে। কিন্তু আনটো দিশত, ভদ্ৰতা, সৌজন্য আৰু ডাঙৰীয়াত্ব গুণত বৰকটকীদেৱৰ মতে জ্ঞাননাথ বৰাই আছিল আমাৰ শেষগৰাকী নিৰহনিপানী অসমীয়া ডাঙৰীয়া। জ্ঞাননাথ বৰাৰ সাংবাদিকতসুলভ সময়-সচেতন ৰচনাৰ মাজত সমসাময়িক বিশ্বৰ বিভিন্ন topical বিষয় আৰু ৰাজনৈতিক-কূটনৈতিক গতিধাৰাৰ বিশ্লেষণৰ তেখেতে সমুচিত প্ৰশংসা কৰিছে। কিন্তু জ্ঞাননাথ বৰাৰ লিখনিত সৃষ্টিশীলতা বা সমালোচনাত্মক গভীৰতাৰ আভাস নাই; বিভিন্ন বিষয়ত নিজস্ব চিন্তা স্বচ্ছ আৰু সুবিন্যস্ত ৰূপত লিখা প্ৰচাৰ, আহ্বান আৰু উপদেশধৰ্মী ৰচনাৰ মাজতে তেখেতৰ

সাহিত্যকৃতি সীমাবদ্ধ। আনহাতে, অসম-হিতৈষী আৰু অসমীয়া-প্ৰাণ এই বিৰল অসমীয়া ডাঙৰীয়াজনৰ বৰকটকীদেৱে কোমল দৃষ্টিৰে চোৱা 'অসমৰ স্বাধীনতা', 'অসমীয়াৰ আত্মনিয়ন্ত্ৰণ' আদি চিন্তাই ভাৰতীয় ৰাষ্ট্ৰ-সত্তাৰ ভৌগোলিক, সাংস্কৃতিক, আৰ্থ-ৰাজনৈতিক যুক্তিৰ সমৰ্থন নাপাব, অথচ, বৰাদেৱৰ অসমীয়াৰ আত্মপ্ৰতিষ্ঠা, সাংস্কৃতিক পুনৰ্জাগৰণ, আঞ্চলিক বৈষম্যৰ বিৰোধিতা আদি গভীৰ সম্ভাৱে কৰা চিন্তা আজিও উপেক্ষিত হৈ আছে।

অম্বিকাগিৰী আৰু জ্ঞাননাথ বৰা — এই দুই বিশাল প্ৰতিভা সম্পন্ন পুৰুষক বৰকটকীদেৱে বাস্তৱৰ সাধাৰণ জীৱনত প্ৰায় সঘনাই দেখা পাচবত পোৱা, তেওঁলোকৰ লেখা-পঢ়া আৰু বক্তৃতা শুনাৰ পাছতো তেওঁলোকৰ ঘনিষ্ঠ হ'ব নোৱাৰিছিল। সন্দেহ হয়, তেওঁলোকৰ অসম-প্ৰেম আৰু অসমীয়াত্ব সম্পৰ্কে উদ্বেগৰ প্ৰতি মুগ্ধ হৈও তেওঁলোকৰ চিন্তা, আদৰ্শ, কৰ্ম-আচনি, কৰ্ম-প্ৰবৃত্তি সম্পৰ্কে প্ৰখৰ ধী-সম্পন্ন, গভীৰ অধ্যয়নশীল বৰকটকীদেৱৰ মনৰ ভিতৰত ক'ৰবাত কোনো সংশয় আছিল নেকি?

মৈহেংদাং মহেন্দ্ৰনাথ ডেকাফুকনেও তেওঁৰ বিভিন্ন ভাষাৰ ওপৰত দখল, বিস্ময়কৰ বাগ্মিতা, উদ্যোগ পৰিচালনাত অদ্ভুত দক্ষতা, ক্ৰীড়া-নৈপুণ্য, কাব্য-চিত্ৰশিল্প-অভিনয়-মঞ্চসজ্জা-আবৃত্তি আদি সকলো সুকুমাৰ কলাতে সমধিক অদ্ভুত প্ৰতিভা আৰু সৰ্বোপৰি তেওঁৰ অসম-প্ৰেম — এই সকলো দিশ মিলি সৃষ্টি হোৱা এক বিশাল উৎকেন্দ্ৰিক জিনিয়াছ স্বৰূপ ব্যক্তিত্বৰে বৰকটকীদেৱক মুগ্ধ কৰিছিল। আচৰিত ধৰণে, ডেকাফুকনকো তেখেতে ডেকাকালত কলিকতাত এবাৰ নে দুবাৰ লগ পোৱাৰ আৰু গুৱাহাটীত তেখেতৰ শেষৰ জীৱনত বছৰত এবাৰ নে দুবাৰ মৌখিক সৌজন্য বিনিময় কৰাৰ অতিৰিক্তকৈ ঘনিষ্ঠ হোৱা নাছিল। সেয়ে 'অগ্নিযুগৰ এটি ফিৰিঙতি' বোলা ডেকাফুকনৰ চিত্ৰটিও মূলতঃ ডেকাফুকন সম্পৰ্কে তেখেতৰ 'বন্দনা শ্ৰুতেন' আহৃত তথ্যৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি তোলা এখন প্ৰতিকৃতিৰ দৰে হৈছে। এই সম্পৰ্কে অৱশ্যে তেখেতে নিজৰো সন্দেহ প্ৰকাশ কৰিছে। এই কথাও সত্য যে ডেকাফুকনৰ 'জিনিয়াছ'ৰ মূল্যায়ন কৰিবলৈ কটন কলেজৰ প্ৰতীকটো (ইন্‌চিগ্‌নিয়া), এৰাতিত লিখা সুদীৰ্ঘ কবিতা 'অস্থিবজ্ৰ', বিষ্ণু ৰাভা আৰু চন্দ্ৰ ফুকনৰ মৃত্যুত ৰচা কবিতাকেইটাৰ বাহিৰে বিশেষ সমল বোধহয় পাবলৈ নাই। বৰকটকীদেৱে যি 'অসমীয়াৰ অন্তৰনিহিত চাৰিত্ৰিক শক্তি, যোগ্যতা এনেকি শ্ৰেষ্ঠত্বৰ ওপৰতো' ডেকাফুকনৰ অবিচল আস্থা আছিল বুলি কৈছে, সিবোৰো সম্ভৱ illusory ; মোগলৰ বিৰুদ্ধে যুদ্ধ, শংকৰ-মাধৱক লৈ বিগত শতিকাৰ চল্লিছৰ দশকলৈকে ৰাজনীতি আৰু সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত কেইটিমান বিৰল

ব্যক্তিগত প্ৰতিভাৰ বাহিৰে সামূহিকভাৱে অসমীয়াৰ যোগ্যতা, শ্ৰেষ্ঠতাৰ সাক্ষ্য বিচাৰিবলৈ কিছু অসুবিধা হ'ব যেন লাগে। এইটো বোধহয় একধৰণৰ পৰিহাসেই যে 'অগ্নিযুগৰ অগ্নি ফিৰিঙতি, অনিৰ্বাণ অগ্নিশিখা, চিৰন্তন ডেকা অসমৰ কালজয়ী প্ৰতিনিধি' ডেকাফুকনৰ অসমত আজিৰ ডেকা-অসমো সমধিক বিভ্ৰান্ত। 'অসম আৰু অসমীয়াত্ব' প্ৰতিষ্ঠাৰ বাবে তেওঁলোকৰ হাতত আজি বিফল 'কালাছ্নিকভ্'।

ডেকাফুকনৰ বিপৰীতে সুনিশ্চিত, অনুশাসনবদ্ধ কৰ্ম-আঁচনি লৈ প্ৰচণ্ড সংগঠন-শক্তিৰে, অভাৱনীয় পৰিশ্ৰম আৰু কৰ্মশক্তিৰে অত্যন্ত 'প্ৰেক্টিকেল্', একাগ্ৰচিত্ত ডেকাবেজ মাধৱ চন্দ্ৰ বেজবৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গোপীনাথ বৰদলৈৰ লগতে যি অৰিহণা আগবঢ়াইছিল, বৰকটকীদেৱৰ মতে আজি বহুতেই তাৰ খবৰ নাপায়। বেজবৰুৱাৰ 'বাঁহী'ৰ তৃতীয় পৰ্য্যায়ত পুনঃ প্ৰকাশ আৰু প্ৰচলনৰ বাবে মাধৱ চন্দ্ৰই কি গভীৰ ঐকান্তিক আগ্ৰহ আৰু কঠোৰ পৰিশ্ৰমেৰে নিজকে উছৰ্গা কৰিছিল বৰকটকীদেৱে সেয়া স্মৰণ কৰিছে। অৱশ্যে 'সংৰক্ষিণী সভা'ৰ দৰ্শনটোত অথবা 'অসম অসমীয়াৰ বাবে' ভাৱনাটোত থকা সংকীৰ্ণতা আৰু উগ্ৰতাৰ ব্যঞ্জনাই সদায় ভুল সংকেতেই দিছিল, যাৰ ফলত অম্বিকাগিৰী আৰু মাধৱ বেজবৰুৱাৰ অসম-প্ৰেমকেন্দ্ৰিক ৰাজনীতি স্বাভাৱিকতেই প্ৰশ্নৰ আবৰ্তত সোমাই পৰিছিল, ব্যক্তিগতভাৱে তেওঁলোকৰ উদাৰতা আৰু সহমৰ্মিতা যিমানেই আদৰ্শনীয় নহওক, বৰকটকীদেৱে ভবাৰ দৰে আজিৰ কেন্দ্ৰ-বিৰোধী আঞ্চলিক চিন্তাৰ উত্থানৰ যুক্তিৰে তাক সমৰ্থন কৰা টান।

বৰকটকীদেৱে আধুনিক অসমৰ বৌদ্ধিক জগতৰ স্মৰণীয় gadfly আখ্যা দিয়া হলীৰাম ডেকাকো ঠিক বিস্মৃতৰ শাৰীত থব নোৱাৰি। অন্ততঃ অসমীয়া সাহিত্যৰ ছাত্ৰৰ বাবে আৰু ছিৰিয়াছ অসমীয়া সাহিত্যিক আৰু পাঠকৰ বাবেতো স্বৰ্গত ডেকা বিস্মৃত হোৱাৰ প্ৰশ্ন নুঠে। লিখনিৰ সংখ্যা যথেষ্ট নহ'লেও হলীৰাম ডেকা আৰু তেখেতৰ অন্যাত্মা চিত্ৰসেন যখৰীয়াৰ সাহিত্যৰ এটি পৰিচয় বৰকটকীয়ে দিছে। কোৱা ভাল যে তেখেতে দুৰ্বলতা বুলি ভবা আৰু সেই সম্পৰ্কে সংকোচ প্ৰকাশ কৰা ডেকাৰ সাহিত্য-কৰ্মত নিহিত উগ্ৰ যৌন-চেতনা বা আদিৰসৰ প্ৰতি আসক্তিয়ে তেখেতৰ সৃষ্টিলৈ এটি অন্যতৰ মাত্ৰা কঢ়িয়াই আনিছিল। এই সুলিখিত নিবন্ধটিত বৰকটকীদেৱৰ প্ৰধান কৃতিত্ব এয়ে যে হলীৰাম ডেকাৰ গহীন-গম্ভীৰ, উচ্চস্তৰীয় অভিজাত (stiff-neck) বিচাৰপতি ব্যক্তিজনৰ আঁৰৰ সূক্ষ্ম বুদ্ধিদীপ্ত হাস্যৰস আৰু শাণিত ব্যংগেৰে ৰসালাপী সংগপ্ৰিয় ডেকাৰ আনটো ব্যক্তিত্ব আমাৰ বাবে জীৱন্তৰূপত চাক্ষুস কৰিছে।

ইয়াৰ পিছৰজন ব্যক্তি হৰেন কলিতাক বৰকটকীয়ে সৎ, শুভাকাংক্ষী, সৰলতাপূৰ্ণ সংগীৰূপেই স্মৰণ কৰিছে। সুদীৰ্ঘকাল কলিকতা (ক'লকাতা) প্ৰৱাসী, অতিথি-পৰায়ণ, পৰৰ সেৱা-শুশ্ৰূষা-সহায়ৰ বাবে সদা-উন্মুখ স্বগত কলিতা অৱশ্যে তেখেতৰ 'আৱাহন'ত প্ৰকাশিত কিছু ৰোমান্টিক গল্প আৰু কেইখনমান ভাঙনি-গ্ৰন্থ সত্ত্বেও অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত সঁচাকৈয়ে বিস্মৃত ব্যক্তি।

বিষ্ণুৰাভা আৰু ফণী শৰ্মা সম্পৰ্কে বৰকটকীদেৱৰ স্মৃতিচাৰণ প্ৰত্যাশিত পথৰেই – along predictable lines – আৰু তেওঁলোকৰ সমস্ত কৃতি আৰু কৃতিত্ব ৰোমন্থন কৰাৰ পাছত তেখেতে দেখুৱাইছে যে ৰাভাই জনমানস আৰু জনজীৱনৰ মাজত নিজকে নিঃশেষকৈ নিবেদন কৰিব পৰা গুণ আৰু ফণী শৰ্মাই অভিনয়ৰ মাজত অতুলনীয় একাগ্ৰতা, নিষ্ঠা আৰু সৰ্বাত্মক লিপ্ততাৰে সোমাই পৰিব পৰা ক্ষমতাৰ বাবেই দুয়ো নিজ নিজ ক্ষেত্ৰত জীৱন্ত কিংবদন্তিত পৰিণত হৈছিল। ফণী শৰ্মাৰ মঞ্চোপযোগী নাটকেইখনে আৰু বিশেষকৈ সুখপাঠ্য আত্মজৈৱনিক ৰচনাখনে অৱশ্যে তেখেতৰ দৃষ্টি আকৰ্ষণ নকৰিলে।

মনোভিৰাম বৰুৱাৰ স্মৃতি-কথাটি সম্পূৰ্ণ ব্যক্তিগত শ্ৰদ্ধা নিবেদনমূলক ৰচনা বুলি ধৰাই বোধহয় উচিত হ'ব। 'ইন্দ্ৰমালতী'ৰ নায়ক হিচাপে বৰুৱাৰ অভিনয় আৰু কেইটামান নাট-সাংস্কৃতিক অনুষ্ঠানৰ লগত তেখেত জড়িত থকাৰ উল্লেখৰ বাহিৰে বাকীখিনি তেখেতৰ লগত বৰকটকীদেৱৰ ব্যক্তিগত সম্পৰ্কলব্ধ অভিজ্ঞতাৰ স্মৃতি। ইয়াৰ বিপৰীতে বিপ্লৱ আৰু সৌন্দৰ্য্যৰ সমন্বিত কাব্যাদৰ্শেৰে অসমীয়া প্ৰগতিশীল কবিতাৰ অগ্ৰণী কবি অমূল্য বৰুৱাৰ প্ৰতি বৰকটকীদেৱৰ স্মৃতি-অৰ্ঘ্যত বৰুৱাৰ অসম্পূৰ্ণ জীৱনৰ প্ৰতিভা আৰু কৃতি সুন্দৰকৈ প্ৰকাশ পাইছে।

'নেতা সাহিত্যিক ঃ কৃতী সাংবাদিক' শীৰ্ষক লক্ষ্মীনাথ ফুকনৰ বিষয়ে লেখাটি আন এটি সুলিখিত নিবন্ধ। গল্পকাৰ, কবি লক্ষ্মীনাথ ফুকনক যিদৰে পাহৰা সম্ভৱ নহয়, সেইদৰেই অসমীয়া সাংবাদিকতাৰ পিতৃব্য আৰু গতি-নিৰ্ণায়কৰূপেও ফুকনদেৱক পাহৰিব পৰা নাযায়। সাংবাদিক হিচাপে ফুকনৰ নিষ্ঠা, নিৰ্ভীকতা, ঐতিহ্য আৰু দায়িত্ব সচেতনতা আৰু নিঃসংশয় দক্ষতা প্ৰতিপন্ন কৰাৰ পাছত বৰকটকীদেৱে এক গভীৰ বিশ্লেষণেৰে সাংবাদিকতা আৰু সাহিত্য-সাধনা, উভয় ক্ষেত্ৰতে ফুকনৰ যি বিৰল গুণটি আৱিষ্কাৰ কৰিছে, সি হ'ল তেখেতৰ নিৰ্বিকাৰ, নিৰ্মোহ, নিৰাসক্ত নিৰ্লিপ্ততা।

কেৱল শাৰীৰিকভাৱে জীয়াই থকা অসুস্থ হেম বৰুৱাৰ জীৱনৰ শেষ অৱস্থাত তেখেতৰ বিষয়ে লিখা বৰকটকীদেৱৰ নিবন্ধটি অত্যন্ত হৃদয়স্পৰ্শী। বৰকটকীৰ

সহপাঠী, সুহৃদ আৰু বৌদ্ধিক পৰিক্ৰমাৰ সংগী হেম বৰুৱাৰ ৰাজনৈতিক আৰু সাহিত্যিক-বৌদ্ধিক জীৱনৰ অন্তৰ্দৃষ্টিসম্পন্ন ব্যাখ্যাৰে তেখেতে দেখুৱাইছে যে সাংসদৰূপে সমগ্ৰ দেশতে প্ৰচুৰ খ্যাতি আৰু গৌৰৱ অৰ্জা, সত্বেও ৰাজনীতিৰ সৈতে বৰুৱাদেৱৰ সম্পৰ্ক আছিল আদৰ্শগত আৰু আনুষ্ঠানিক, কিন্তু তেখেতৰ হৃদয়ৰ টান আছিল সাহিত্য আৰু বৌদ্ধিকতাৰ প্ৰতি। শিল্পীৰ নিৰাসক্তি আৰু বৌদ্ধিক আভিজাত্য সত্বেও ক্ষমতাৰপৰা দূৰত্ব আৰু আন্তৰিক সহমৰ্মিতাই তেখেতক জনতাৰ হৃদয়ৰ মাজলৈ লৈ গৈছিল। বৰকটকীৰ মতে জীৱনসংগ্ৰাম, স্বাধীনতাসংগ্ৰাম, জেলজীৱন আদিৰ মাজতে হেম বৰুৱাই আৰম্ভ কৰিছিল অধ্যয়নৰ তপস্যা আৰু ক্ৰমে এটি সাধাৰণ পৰিচয়ৰপৰা তেখেতে আয়ত্ত কৰিলে এক মনোমুগ্ধকৰ সাহিত্যিক-সাংস্কৃতিক-বৌদ্ধিক ব্যক্তিত্ব। এই বৰ্ণাঢ্য ব্যক্তিত্বৰ অভাৱনীয়ভাৱে কৰুণ সমাপ্তি বৰকটকীদেৱৰ বাবে এক অসহনীয় অভিজ্ঞতা আছিল।

স্বাস্থ্যশ্ৰী, দীৰ্ঘায়ু, কাব্য প্ৰতিভা, কৰ্মোন্মাদনা আৰু অতুলনীয় বাগ্মিতাৰে অবিস্মৰণীয় ককা নীলমণি ফুকনৰ শিক্ষাবিদ, সাংবাদিক আৰু ৰাজনৈতিক জীৱনৰ বিশ্লেষণেৰে বৰকটকীদেৱে তেখেতৰ প্ৰতি যথোচিত শ্ৰদ্ধা নিবেদন কৰিছে। জীৱনৰ বিভিন্ন পৰ্য্যায়ত শিক্ষা, সাহিত্য, সাংবাদিকতা, ৰাজনীতিৰ বিভিন্ন ক্ষেত্ৰত বিভিন্ন ভূমিকা সম্পূৰ্ণ নিজৰ ধৰণে আৰু কৃতকাৰ্য্যতাৰে পালন কৰি সকলোকে মুগ্ধ কৰিব পৰা এই versatile genius জনে বৰকটকীদেৱক প্ৰায় অভিভূত কৰি ৰাখিছিল। অৱশ্যে, 'বিদেশী প্ৰভুৰ সৈতে অলপ বেছি হলি-গলি থকা'ৰ পৰা 'অসমীয়া স্বাতন্ত্ৰ্যবোধ, অসমীয়া সংৰক্ষণী-দৰ্শন, অসম মূলতে অসমীয়াৰ বাবেও - এনে ভাৱাদৰ্শ প্ৰচাৰ আৰু প্ৰসাৰ' আৰু একেবাৰে শেষত 'একালত দেখিব নোৱৰা কংগ্ৰেছলৈ পিছত স্বেচ্ছাই আগবাঢ়ি' যোৱা ককা ফুকনৰ যি গুণটিক বৰকটকীদেৱে 'ফ্লেক্‌চিবিলিটি' আখ্যা দিছে ,সেইটোক সকলোৱে এনে নিৰীহৰূপে গ্ৰহণ নকৰিব।

গ্ৰন্থখনিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু অত্যন্ত পাঠযোগ্য নিবন্ধটি হ'ল গ্ৰন্থখনিৰ একেবাৰে শেষত বৰকটকীদেৱে কৰা মানৱিক পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱৰ কিংবদন্তি-ন্যায় প্ৰতিভা, পাণ্ডিত্য, মনস্বিতা, মানৱিকতা,ৰসিকতা, বৌদ্ধিক, বিস্তাৰ আৰু চাৰিত্ৰিক ঐশ্বৰ্য্য সম্পৰ্কে এক গভীৰ অন্তৰ্দৃষ্টিসম্পন্ন বিশ্লেষণ। বৰকটকীদেৱৰ জীৱনত চাৰিগৰাকী অসমীয়া মনীষা - বেণুধৰ শৰ্মা, অমিয় কুমাৰ দাস, লক্ষ্মীনাথ ফুকন আৰু কৃষ্ণকান্ত সন্দিকৈৰ জীৱনচৰ্য্যা আৰু চিন্তা-কৰ্মই গভীৰভাৱে ৰেখাপাত

কৰিছিল। ইয়াৰ ভিতৰত অমিয় কুমাৰ দাসদেৱৰ বিষয়ে বহুকেইজন যোগ্য ব্যক্তিয়ে ইতিমধ্যে লিখিছেই; সেয়ে বাকীকেইজনৰ প্ৰতিভা, সাধনা আৰু সিদ্ধি সম্পৰ্কে গভীৰ আন্তৰিকতা আৰু শ্ৰদ্ধাৰে সুঁৱৰি বৰকটকীদেৱে তেখেতসকলৰ প্ৰতি ব্যক্তিগত আৰু সামাজিক ঋণ পৰিশোধৰ এক অৱশ্যপালনীয় দায়িত্ব নৈষ্ঠিকতাৰে সম্পন্ন কৰিছে। ঊনবিংশ শতিকাৰ অন্তিম দশকটোত প্ৰায় ওচৰা-উচৰিকৈ জন্মলাভ কৰা এই চাৰিজন অসমীয়া মনীষাই ভাৰতীয় ঐতিহ্যৰ পটভূমিত অসমীয়া জাতি, সমাজ, সংস্কৃতি, সাহিত্যক নিজ নিজ ক্ষেত্ৰত গভীৰ চিন্তা আৰু আত্মনিবেদিত সেৱাৰে অভাৱনীয়ৰূপে সমৃদ্ধ কৰি থৈ গৈছে। পথ সুকীয়া হ'লেও একে ধৰণৰ আদৰ্শবাদ, একেজাতীয় একাগ্ৰতা আৰু একে চিন্তা, কৰ্ম আৰু লক্ষ্যৰ দিশৰপৰা বৰকটকীয়ে সন্দিকৈদেৱক জোনাকী যুগৰ উত্তৰসাধক সকলৰ এজনৰূপে, আন তিনিজনৰ পৰিপূৰক হিচাপে আৰু তেওঁৰ lone-wolf myth টোৰপৰা নিলগাই চাব খুজিছে। কিয়নো, তেখেতৰ মতে 'সন্দিকৈৰ ব্যক্তিত্ব আৰু কৰ্মৰ সামাজিক আৰু যৌগিক আয়তন' টোলৈ আওহেলা কৰিলে তেওঁৰ জীৱন-কৰ্মৰ প্ৰকৃত প্ৰাসংগিকতা অস্পষ্ট হৈ ৰ'ব।

সন্দিকৈদেৱৰ বিষয়ে আব্দুছ ছাত্তাৰৰ অতি প্ৰামান্য জীৱনীখন আৰু অজিত কুমাৰ শৰ্মাৰ সুলিখিত প্ৰবন্ধ এটিৰ পাছতো সন্দিকৈ সম্পৰ্কে হোৱা কৌতূহলৰ আৰু লিখাৰ যুক্তি বৰকটকীদেৱে দিছে এইদৰে ঃ 'মই মাথোঁ সামান্যভাৱে অনুসন্ধান কৰিবলৈ বিচাৰিছো কিহত লুকাই আছে মানুহৰ পৰা আঁতৰি থাকিও কাৰো মনত নিজৰ প্ৰতি বিৰাগ, সন্দেহ বা উদাসীনতাৰ ভাৱ সৃষ্টি নকৰাকৈ কেৱল নিৰাসক্ত, নিস্বাৰ্থ পাণ্ডিত্য আৰু উচ্চ চিন্তাৰ দ্বাৰা মানুহৰ অন্তৰ জয় কৰি এনে সন্মানৰ আসনত নিজকে প্ৰতিষ্ঠিত কৰাত সন্দিকৈৰ এই আশ্চৰ্য্য সাফল্যৰ চাবিকাঠি?' ই একেলগে এক সংবেদনশীল আৰু প্ৰশংসাযোগ্য বৌদ্ধিক অনুসন্ধিৎসা আৰু বৰকটকীদেৱে তেখেতৰ অধ্যয়নপুষ্ট মন, বুদ্ধিজীৱীসুলভ পৰিশীলন, সজাগ দৃষ্টি আৰু চিন্তাশীল বিশ্লেষণেৰে এই অনুসন্ধান সফল আৰু পাঠকৰ বাবে উপভোগ্য কৰি তুলিছে।

মেক্সমূলাৰৰ আলোক-উজ্জ্বল পাণ্ডিত্য আৰু কৃতিৰ বৈভৱৰ পোহৰ সত্বেও জ্ঞান-মাৰ্গৰ বিনন্দীয়া যাত্ৰাত তেওঁৰ লগত সন্দিকৈৰ এক ঐক্যসূত্ৰ নিৰ্দিষ্ট কৰা, বিশাল পণ্ডিত-ব্যক্তিত্বৰ আঁৰত প্ৰাচ্য-প্ৰতীচ্যৰ সাহিত্যৰ ৰত্ন-ভাণ্ডাৰ, চিন্তা, সাধনা আদিৰ পাৰস্পৰিক উদঘাটনৰ যোগসূত্ৰৰূপে সন্দিকৈৰ এক আধুনিক বৌদ্ধিক যুগোপযোগী চিন্তাশীল মানসিকতা আৱিষ্কাৰ কৰা, মানৱকেন্দ্ৰিক চিন্তা-চৰ্চাৰে সমাজৰ

বিকাশ আৰু উত্তৰণত গুৰুত্ব দিয়া মানৱিক পণ্ডিত হিচাপে সন্দিকৈক প্রতিপন্ন কৰা -- বৰকটকীদেৱৰ তীক্ষ্ণ মননধৰ্মী বিশ্লেষণ এই কেউটা দিশতে সফল হৈছে।

সেইদৰে আনন্দৰাম বৰুৱাৰ সৈতে সন্দিকৈৰ পাৰ্থক্য আৰু ঐক্য, সন্নিকৈট্য আৰু সতীৰ্থ্য, সাদৃশ্য আৰু সমস্বভাৱ বৰকটকীদেৱে বিশদ আৰু গভীৰভাৱে ব্যাখ্যা কৰিছে। অতি স্বাভাৱিকভাৱেই সন্দিকৈদেৱৰ অক্সফ'ৰ্ডৰ জীৱন-কালৰ প্রতি তেখেতৰ তীব্ৰ কৌতূহল প্রকাশ পাইছে আৰু তেখেতে নিজৰ ধৰণে বিশ্বাসযোগ্যভাৱে সন্দিকৈৰ জ্ঞান-মাৰ্গৰ সাধনাত অক্সফ'ৰ্ডৰ নিৰ্বাচন, সংস্কৃতৰ পৰিবৰ্তে আধুনিক বুৰঞ্জীক অধ্যয়নৰ বিষয়ৰূপে গ্ৰহণ, আৰু অক্সফ'ৰ্ডত থকা কালতে বিশ্বসাহিত্যৰ প্রতি উন্মুখ হৈ উঠা তেখেতৰ মেধাৰ সৰ্বগ্ৰাসী আকাংক্ষা আৰু প্রজ্ঞাৰ মানৱিক আয়তন সম্পৰ্কে বিশ্লেষণ কৰি চাইছে। বৰকটকীৰ মতে এফালে য়ুৰোপীয় হিউমেনিজম্ আৰু আনফালে অক্সফ'ৰ্ডীয় মানৱমুখী, যুক্তিবাদী, শৃংখলাশ্রয়ী মনোভংগী, এহাতে প্ৰাচীন ধ্রুপদী ঐতিহ্য আৰু আনহাতে এক আধুনিক সমসাময়িক দৃষ্টিভংগী -- এই সকলোৰে যুগ্ম ক্ৰিয়া-প্রক্রিয়াত সন্দিকৈ কেৱল প্ৰথাগত বিদগ্ধ পণ্ডিত হৈ নাথাকি এক মহানুভৱ, বিনয়নম্ৰ, যুগ সচেতন মানৱিক পণ্ডিতলৈ ৰূপান্তৰিত হ'ল।

জ্ঞানমাৰ্গী, বিদগ্ধ সংস্কৃত পণ্ডিত, গৱেষক, আগশাৰীৰ প্ৰাচ্যবিদ, ভাষাবিদ, শিক্ষাবিদ, শিক্ষা-প্ৰশাসক কৃষ্ণকান্ত সন্দিকৈদেৱ যে ভাষাৰ পৰিচ্ছন্নতা, সৰলতা, যথোপযুক্ততা, বিষয়ৰ বিচিত্ৰতা আৰু চিন্তাৰ গভীৰতাৰ দিশৰপৰা এজন অবিতৰ্কিতভাৱে আগশাৰীৰ অসমীয়া সাহিত্যিক আছিল, এই কথাও বৰকটকীদেৱে যথোচিত আৰু যুক্তিযুক্তভাৱে স্মৰণ কৰিছে। প্রতিভা, পাণ্ডিত্য, তত্ত্ব, গৱেষণা, মেধা, চিন্তা আদিৰ উজ্জ্বল বিচিত্ৰ আলোক-বলয়েৰে অলংকৃত হৈ থকা আপাত-দুৰধিগম্য বাহ্যিকতা-নিস্পৃহ, জ্ঞান-যজ্ঞৰ নিঃসংগ ঋত্বিক, cloistered academic সন্দিকৈদেৱৰ বন্ধুবৎসলতা, হাস্যৰসিকতা, গীত আৰু নাটকৰ প্রতি থকা স্বাভাৱিক আগ্ৰহৰ বিষয়ে উল্লেখ কৰি বৰকটকীদেৱে তেখেতক এজন জীৱন-স্পৃহাৰে উদ্দীপ্ত সম্পূৰ্ণ মানৱৰূপে আমাৰ আগত দাঙি ধৰিছে।

আগতে কোৱাৰ দৰেই তেখেতৰ অননুকৰণীয় লেখন-ভংগিৰে অসমীয়া সাহিত্যৰ বুদ্ধিদীপ্ত নিবন্ধমূলক ৰচনাত বৰকটকীদেৱে যি স্বকীয় বৈশিষ্ট্য সৃষ্টি কৰি গৈছে, এই ব্যতিক্ৰমধৰ্মী গ্ৰন্থখনি তাৰ উদাহৰণ। অৱশ্যে তেখেতৰ অত্যধিক পৰিমাণে বিশেষণৰ ব্যৱহাৰ অথবা অতি সুপ্ৰযুক্ত হ'লেও ইংৰাজী শব্দৰ প্ৰয়োগ সকলোৰে গ্ৰহণযোগ্য নহ'ব পাৰে। 'মনত হয়' জাতীয় দুই-এক বিচ্যুতিও কাচিৎ চকুত পৰে।◆◆

# লিটন ষ্ট্ৰেচি, মুনীন বৰকটকী আৰু বিস্মৃত ব্যতিক্ৰম

ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা

জীৱনীকাৰ লিটন ষ্ট্ৰেচি (Giles Lytton Strachey) ৰ কথা ওলালে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত মুনীন বৰকটকীলৈ মনত পৰিব পাৰে। অথচ দুয়োজন সমকালীন নহয়, সমকক্ষ যে নহয়েই। ষ্ট্ৰেচিৰ জীৱন-কাল ১৮৮০ খ্ৰীষ্টাব্দৰপৰা ১৯৩২ খ্ৰীষ্টাব্দলৈ ব্যাপ্ত। মুনীন বৰকটকীৰ জীৱনৰ ব্যাপ্তি ১৯১৫ খ্ৰীষ্টাব্দৰপৰা ১৯৯৩ খ্ৰীষ্টাব্দলৈ। জীৱনীকাৰৰূপে ষ্ট্ৰেচিৰ খ্যাতি জগতজোৰা; অন্ততঃ ইংৰাজী সাহিত্যৰ জগতত। মুনীন বৰকটকীৰ কৃতি আৰু কীৰ্তিৰ সংবাদ অসমতে আৰু অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনতে সীমিত। দুকুৰি বাৰ বছৰীয়া লিটন ষ্ট্ৰেচিৰ জীৱদ্দশাত গ্ৰন্থ প্ৰকাশ পাইছিল ছখন ঃ 'Landmarks in French Literature'(১৯১২), 'Eminent Victorians' (১৯১৮), 'Queen Victoria'(১৯২১), 'Books and Characters'(১৯২২), 'Elizabeth and Essex'(১৯২৮) আৰু 'Portraits in Miniature'(১৯৩১)। 'Characters and Commentaries' নামৰ ষ্ট্ৰেচিৰ গ্ৰন্থখন লেখকজনৰ মৰণোত্তৰ প্ৰকাশ। আনহাতে, প্ৰায় চাৰিকুৰি বছৰীয়া জীৱনকালত মুনীন বৰকটকীৰ গ্ৰন্থ প্ৰকাশ পাইছিল মাত্ৰ এখন ঃ 'বিস্মৃত ব্যতিক্ৰম' (১৯৮১)। সিও প্ৰায় শীৰ্ণকায়। কোৱা বাহুল্য মাথোন যে সাহিত্যিক-সাংবাদিক মুনীন বৰকটকীৰ সাহিত্য আৰু সংবাদ-কৰ্মৰ ওজন-আয়তন তাতকৈ বহুগুণে বেছি। তাৰ প্ৰমাণ, মৰণোত্তৰভাৱে সম্পাদিত-প্ৰকাশিত বৰকটকীৰ ৰচনাৰ পাঁচোটা সংকলন ঃ 'বন্দিত বৰেণ্য' (১৯৯৫,ড° শিৱনাথ বৰ্মন সম্পাদিত), 'প্ৰসঙ্গ সমালোচনা' (১৯৯৬ , নলিনীধৰ ভট্টাচাৰ্য- সম্পাদিত), 'সৃষ্টি ত্ৰিবিধা' (১৯৯৬, যোগেন্দ্ৰনাৰায়ণ ভূঞা- সম্পাদিত), 'অন্তৰ আৰু অন্তৰীক্ষ'(১৯৯৮, ড° হীৰেন গোহাঁই- সম্পাদিত), আৰু 'A Munin Barkotoki Miscellany'(১৯৯৮, ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামী সম্পাদিত)। সমকালীন কাকত-আলোচনীত যে বৰকটকীৰ কিছুসংখ্যক ৰচনা এতিয়াও সিঁচৰতি হৈ থাকিব পাৰে, সেই কথাও নুই কৰিব নোৱাৰি। কিন্তু এটা কথা বোধহয় ক'ব পাৰি যে লিটন ষ্ট্ৰেচিৰ বিপৰীতে

জীৱিত মুনীন বৰকটকীজনতকৈ প্ৰয়াত মুনীন বৰকটকীজন অধিক শক্তিশালী। নক'লেও হ'ব, ষ্ট্ৰেচি আৰু বৰকটকীৰ মাজত এয়া বৈপৰীত্যহে; আৰু সকলোৱে জানে, সাদৃশ্যতহে তুল্যযোগিতা; বৈপৰীত্য-বৈসাদৃশ্যত নহয়।

তথাপি লিটন ষ্ট্ৰেচিৰ প্ৰসংগত মুনীন বৰকটকীলৈ, বা মুনীন বৰকটকীৰ প্ৰসংগত লিটন ষ্ট্ৰেচিলৈ অসমীয়া পঢ়ুৱৈ এজনৰ মনত পৰাৰ কাৰণ এইটো হ'ব পাৰে যে বৰকটকীৰ 'বিস্মৃত ব্যতিক্ৰম' প্ৰকাশ হোৱাৰ পাছতে লিটন ষ্ট্ৰেচিৰ নামটো অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত তুলনামূলকভাৱে বেছিকৈ আলোচিত হৈছিল। বৰকটকীয়ে নিজেও লিটন ষ্ট্ৰেচিৰ নাম লৈছিল এনেকৈ ঃ "কেইজনমান বিশিষ্ট লোকৰ ...... জীৱন-কৰ্মৰ বিষয়ে ব্যক্তিগত দৃষ্টিকোণৰ পৰা চৰ্চা কৰিবলৈ লওঁতে আধুনিক অৰ্থাৎ ইংৰাজীত লিটন ষ্ট্ৰেচি, হেৰল্ড নিকোলচন, হেচকেথ পিয়াৰচন আদিয়ে প্ৰবৰ্তন কৰা নতুন জীৱনীৰ সূত্ৰ প্ৰয়োগ কৰি আমাৰ বিশিষ্ট সকলৰ অধ্যয়ন কৰিম বুলিয়েই মনতে পাঙিছিলোঁ; কিন্তু নোৱাৰিলোঁ"। বৰকটকীৰ গ্ৰন্থখনৰ একাধিক ঠাইত লিটন ষ্ট্ৰেচিৰ নামৰ উল্লেখ ঘটিছে আৰু ৰচনাৰীতিৰ প্ৰসংগ আলোচিত হৈছে। কৈ থোৱা ভাল, সেয়া কিন্তু অসমীয়া সাহিত্যত পোন প্ৰথমবাৰৰ বাবে হোৱা উল্লেখ বা আলোচনা নহয়। বৰকটকীৰ লেখাত উল্লেখ ঘটিছে যোৱাটো শতিকাৰ সত্তৰৰ দশকটোৰ আৰম্ভণিতহে। কিন্তু তাৰ তিনিটা দশকৰ পূৰ্বে ১৯৩৮ চনৰ জুলাই মাহতে মহেশ্বৰ নেওগে প্ৰথম খণ্ড 'জয়ন্তী'ৰ পাতত 'বেজবৰুৱা মানুহজন' শীৰ্ষক লেখাটোৰ আৰম্ভণিতে লিটন ষ্ট্ৰেচিৰ বিষয়ে এটা নাতিদীৰ্ঘ আলোচনা আগবঢ়াই গৈছে। কেৱল সেয়ে নহয়, নেওগৰ 'বেজবৰুৱা মানুহজন' "লিটন ষ্ট্ৰেচিৰ ধাৰাৰ আধুনিক জীৱনী" বুলিও 'লক্ষ্মীনাথ' (১৯৭৮) নামৰ গ্ৰন্থৰ 'নিজৰ কথা' শীৰ্ষক অংশত তেখেতে কৈ থৈছে। সেই দিশৰপৰা, এতিয়ালৈকে জনামতে, লিটন ষ্ট্ৰেচিৰ লগত অসমীয়া সাহিত্যৰ পঢ়ুৱৈসকলৰ প্ৰথম পৰিচয় ঘটালে মহেশ্বৰ নেওগেহে। মুনীন বৰকটকীৰ পাছত ড° গোবিন্দ প্ৰসাদ শৰ্মাই নতুন ধাৰাৰ জীৱনী-সম্পৰ্কীয় আলোচনা প্ৰসংগত লিটন ষ্ট্ৰেচিৰ বিষয়ে বিশদভাৱে আলোচনা কৰিছে তেখেতৰ 'জীৱনী আৰু অসমীয়া জীৱনী' (১৯৮৬) গ্ৰন্থত। মন কৰিবলগীয়া যে আমাৰ সাহিত্যত আলোচিত হোৱাৰ পূৰ্বে বাংলা সাহিত্যত লিটন ষ্ট্ৰেচিৰ পৰিচয় প্ৰকাশ পায়। আনৰ কথা নাজানো; অন্ততঃ সুধীন্দ্ৰনাথ দত্তই ১৯৩২ চনতে লিখা প্ৰবন্ধ এটাৰ কথা জানো।

১৯১৮ চনত 'Eminent Victorians' আৰু ১৯২১ চনত 'Queen Victoria' প্ৰকাশ হোৱাৰ পাছতে জীৱনীকাৰৰূপে ষ্ট্ৰেচীৰ খ্যাতি বৈ-বৈ গ'ল। প্ৰথমোক্ত গ্ৰন্থখনৰ প্ৰকাশন সংস্থা (Penguin Modern Classics) ৰ তৰফৰপৰা

জনোৱা মতে ভিক্টোৰীয় যুগৰ ইংলেণ্ড সম্পৰ্কীয় এই গ্ৰন্থ দুখনে জীৱনীকাৰ আৰু ৰীতিবাদীৰূপে ষ্ট্ৰেচিক অচলা প্ৰতিষ্ঠা দান কৰিলে ("The two books on Victorian England made him famous, at once securing for him a position as biographer and stylist.")।তেওঁৰ 'Landmarks in French Literature' নামৰ প্ৰথম গ্ৰন্থখনে তেনে ধৰণৰ আলোড়ন সৃষ্টি কৰা নাছিল বুলিও সংস্থাটোৱে কৈছে। সমকালীন অসমৰ বৌদ্ধিক ক্ষেত্ৰখনত সুবিদিত আছিল যদিও 'বিস্মৃত ব্যতিক্ৰম'ৰ প্ৰকাশপূৰ্ব কালছোৱাত সাহিত্য-সমালোচক আৰু সাংবাদিক মুনীন বৰকটকীও সৰ্বসাধাৰণ পঢ়ুৱৈৰ বাবে সুপৰিচিত ব্যক্তি নাছিল। কিন্তু এই গ্ৰন্থখন প্ৰকাশ পোৱাৰ লগে লগে, ৰবীন্দ্ৰনাথৰ কবিতাৰ পংক্তিৰে ক'বলৈ গ'লে, মুনীন বৰকটকী উপনীত হ'ল "কলৰব মুখৰিত খ্যাতিৰ প্ৰাংগনে"। সন্মানজনক 'অসম প্ৰকাশন পৰিষদ বঁটা'ও (১৯৮৪) গ্ৰন্থখনে তেখেতলৈ কঢ়িয়াই আনিলে। এখন মাত্ৰ প্ৰকাশিত গ্ৰন্থেৰে অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত প্ৰতিষ্ঠা লাভ কৰা ব্যক্তিৰ তালিকাখনৰ দৈৰ্ঘ্য মুনীন বৰকটকীয়ে বঢ়ালে, আৰু সেই তালিকাৰ শেহৰ নামটোৱেই হ'ল তেখেতৰ ঃ মফিজুদ্দিন আহমদ হাজৰিকা, দেৱকান্ত বৰুৱা, মুনীন বৰকটকী।

বৰকটকীৰ 'বিস্মৃত ব্যতিক্ৰম' চৈধ্যজন বিশিষ্ট অসমীয়াৰ পৰিচয়জ্ঞাপক যোলটা লেখা (আচলতে চৈধ্যটা) ৰ সংকলন। সেই পৰিচয় লিটন ষ্ট্ৰেচিয়ে দাঙি ধৰা আৰ্হিৰ অনুৰূপ নহ'ব পাৰে; কিন্তু সেই আৰ্হিক অনুসৰণ কৰাৰ আন্তৰিক প্ৰয়াস তাত আছে। ষ্ট্ৰেচিৰ আৰ্হিৰ অনুৰূপ নহ'ল এইবাবেই যে এজন ব্যক্তিৰ জীৱন-কৰ্মৰ যথোপযুক্ত মূল্যায়ন কৰিবলৈ হ'লে যি পৰিমাণ বস্তুনিষ্ঠতা বা 'অব্‌জেক্‌টিভিটি' আৰু নিৰ্লিপ্ততা বা 'ডিটাচ্‌মেন্ট' আয়ত্ত কৰাৰ প্ৰয়োজন, সিমানখিনি হেনো তেখেতৰ নাছিল। মুনীন বৰকটকীয়ে নিজে কোৱা কথা এয়া। কুইন ভিক্টোৰিয়াৰ চৰিত্ৰ ষ্ট্ৰেচিয়ে যেনেকৈ উদঙাই দেখুৱাইছে, মহাৰাণী ভিক্টোৰিয়াৰ যৌৱনৰ কথা যেনেকৈ আলোচনা কৰিছে, মেলবোৰ্ন, ডিজ্‌ৰেলি আদি সমকালীন পুৰুষসকলৰ লগত থকা ভিক্টোৰিয়াৰ সম্পৰ্কৰ কথা যিদৰে কৈছে, মুনীন বৰকটকীয়ে সেইদৰে কাৰো কথা ক'ব পৰা নাই। 'ষ্টেট্‌ছমেন' শব্দৰ সৰ্বোচ্চ অৰ্থেৰে প্ৰকাশ কৰিব পৰা এজন ৰাষ্ট্ৰনীতিজ্ঞ, ৰাষ্ট্ৰীয় সম্পদৰূপে পৰিগণিত হ'ব পৰা এজন কৰ্মচঞ্চল সুদক্ষ বিষয়া, আৰু ঈশ্বৰপৰায়ণ এজন মহান ব্যক্তি জেনেৰেল গৰ্ডনৰ নিৰতিশয় পানাসক্তি আদি দোষ-দুৰ্বলতা ষ্ট্ৰেচিয়ে যেনেদৰে আঁৰ-বেৰ নৰখাকৈ দাঙি ধৰিছে, 'বিস্মৃত ব্যতিক্ৰম'ত আলোচিত কোনোজন ব্যক্তিৰ জীৱনৰ ছবিকে তেনেকৈ দাঙি ধৰিব পৰা নাই বৰকটকীয়ে। তাৰ কাৰণটো সামাজিক। এই প্ৰসংগত বৰকটকীয়ে

কোৱা কথাখিনি প্ৰণিধানযোগ্য। তেখেতে কৈছে, "আমাৰ সমাজত হয়তো বিদেশৰ জীৱনীকাৰৰ কঠোৰ মানদণ্ড আচলতে প্ৰযোজ্যই নহয়। আমাৰনো প্ৰকৃততে 'ডাঙৰ মানুহ' — যি সাধাৰণৰ লেখৰ ওপৰত — কেইজন? জীৱনী লিখিব পৰাকৈ বিপুল আৰু প্ৰচুৰ অভিজ্ঞতা নাইবা চৰিত্ৰৰ বৈভৱ-বিবিধতা থকা লোক কিমানজন? প্ৰকৃততে গুণী মানুহকো যিখন সমাজে সমাদৰ কৰা দূৰত থাকক, বিদ্বেষ-সংক্ৰান্তিয়ে মনত পেলাবলৈকে গহৰি কৰে, তেনে এখন সমাজৰ আঙুলি মূৰত লেখিব পৰা এমুঠি গুণী মানুহকো আমি যদি সম্প্ৰতিষ্ঠাৰ চেষ্টা নকৰি তেওঁলোকৰ দোষ ত্ৰুটিবোৰহে খুচৰি ফুৰিবলৈ লওঁইক, তেনেহ'লে আমাৰ জীৱনী লিখিবলৈ উপযুক্ত বিষয়-ব্যক্তি থাকিবগৈ ক'ত?" এনেবোৰ কথাৰ বাবেই মুনীন বৰকটকী অসমীয়া লিটন ষ্ট্ৰেচি হ'ব নোৱাৰিলে।

কিন্তু জীৱনীকাৰ মুনীন বৰকটকী তেখেতৰ পূৰ্বকালীন বা সমকালীন অন্যান্য অসমীয়া জীৱনীকাৰতকৈ বেলেগ। তেখেতৰদ্বাৰা আলোচিত বিষয়-ব্যক্তিকেইগৰাকীৰ জীৱনৰ প্ৰণালীবদ্ধ ইতিহাস তেখেতে 'বিস্মৃত ব্যতিক্ৰম'ত দাঙি ধৰাৰ চেষ্টা কৰা নাই। কোনো ধৰণৰ তথ্যৰ আশ্ৰয়ো তেখেতে লোৱা নাই; আনকি ব্যক্তি একোগৰাকীৰ জন্ম-মৃত্যুৰ চন-তাৰিখ আদিৰো। তথ্যৰ প্ৰয়োজন ইতিহাসত সত্য প্ৰতিষ্ঠা কৰিবৰ বাবেহে; মানুহ এজনক মানুহৰ অন্তৰত প্ৰতিষ্ঠা কৰিবৰ বাবে বা ব্যক্তি এগৰাকীক প্ৰকৃত ৰূপত দেখা পাবৰ বাবে নহয়। 'কবি জীৱনী' শীৰ্ষক লেখা এটাত ৰবীন্দ্ৰনাথে কৈছে বোলে কবি টেনিছনৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰই পিতৃৰ সমস্ত চিঠি-পত্ৰ সম্বলিত জীৱনী এখন দুটা বৃহৎ খণ্ডত প্ৰকাশ কৰিছিল। ৰবীন্দ্ৰনাথে পৰম আগ্ৰহেৰে কবি টেনিছনৰ সেই জীৱনীৰ দুইটা খণ্ড পঢ়ি শেষ কৰিলে। ৰবীন্দ্ৰনাথৰ আক্ষেপ ঃ "কিন্তু কবি কোথায়? .... ইহা টেনিছনেৰ জীবন-চৰিত হইতে পাৰে, কিন্তু কবিৰ জীবন চৰিত নহে।" স্থানান্তৰতো যেতিয়া ৰবীন্দ্ৰনাথে কয়, "কবিৰে খোজোঁ না তাৰ জীবন চৰিতে", সেই উক্তিতো নিশ্চয় তেনে ধৰণৰ জীৱনীৰ প্ৰতিয়েই আঙুলিয়া হৈছে। লিটন ষ্ট্ৰেচিয়েও 'Queen Victoria' বা 'Eminent Victorians' ৰচনা কৰোতে বিষয়-ব্যক্তিকেইগৰাকীৰ স্বৰূপ উদঘাটন কৰিবলৈ ঐতিহাসিকৰ ভূমিকাত অৱতীৰ্ণ হ'ব খোজা নাই। তেওঁৰ আলোচনাৰ মাজলৈ যদিহে ঐতিহাসিক ঘটনা আহিছেও অৱলীলাক্ৰমে, তেনে ঘটনা সহায়কহে হৈ পৰিছে তেওঁৰ বিষয়-ব্যক্তিৰ ৰূপদানত। সুধীন্দ্ৰনাথ দত্তই যথাৰ্থভাৱেই কৈছে যে ষ্ট্ৰেচিয়ে ঐতিহাসিকৰূপে খ্যাতি অৰ্জন কৰা নাই; তেওঁ প্ৰসিদ্ধ এজন ৰূপকাৰ হিচাপেহে।

জীৱন-চৰিতৰ প্ৰথম চৰ্তটোৱেই হ'ল সংক্ষিপ্ততা (brevity), শোভন বা

সমুচিত সংক্ষিপ্ততা (becoming brevity)। লিটন ষ্ট্রেচিৰে কথা এয়া। তেনে সংক্ষিপ্ততাৰ বাবে বহুতো মৌলিক কথা পৰিহাৰ কৰি হ'লেও কেৱল তাৎপৰ্য্যপূৰ্ণ কথাখিনিহে সমলস্বৰূপে সংৰক্ষণ বা ব্যৱহাৰ কৰা প্ৰয়োজন। ষ্ট্ৰেচিৰ মতে, জীৱনীকাৰৰ বাবে দ্বিতীয় চৰ্তটো হ'ল, নিজৰ মন-মেজাজৰ স্বাধীনতা ৰক্ষা কৰা। বিষয়-ব্যক্তিগৰাকীৰ প্ৰতি জীৱনীকাৰ শ্ৰদ্ধাশীল হ'বই লাগিব বুলি কোনো কথা নাই; নিজৰ অনুভৱ অনুযায়ী বিষয়-ব্যক্তিক উন্মোচিত কৰাটোহে তেওঁৰ আচল কাম (...."it is his business to lay bare the facts of the case, as he understands them."), 'Eminent Victorians'গ্ৰন্থত লিটন ষ্ট্ৰেচিয়ে তাকে কৰিছে 'Cardinal Manning', 'Florence Nightingale', 'Dr. Arnold' আৰু 'The End of General Gordon' শীৰ্ষক লেখাকেইটাত নিজে কোৱা মতেই কেউটা লেখাতে তেওঁ বিষয়-ব্যক্তিৰ জীৱনৰ ছবি আঁকিছে নিৰুত্তাপ হৈ, নিৰপেক্ষভাৱে, আৰু নিৰভিপ্ৰায় মনেৰে ("dispassionately, impartially, and without ulterior intentions")।হেন্‌ৰি এড্‌বাৰ্ড মেনিং-অৰ সম্পৰ্কত ষ্ট্ৰেচিয়ে কৈছে বোলে মেনিং-অৰ জীৱনৰ দুটা কথাহে জীৱনীকাৰ হিচাপে তেওঁৰ বাবে প্ৰয়োজনীয় ঃ (১) তেওঁৰ জীৱনৰ পোহৰত বিচাৰি পাব পৰা যুগৰ কালিকাটো, আৰু (২) তেওঁৰ অন্তৰাত্মা সমুখীন হোৱা মনস্তাত্ত্বিক সমস্যাবোৰ। ষ্ট্ৰেচিয়ে অংকন কৰা ফ্লোৰেন্স নাইটিংগেলৰ ছবিখনো সাধাৰণৰ সহজ কল্পনাই ঢুকি পোৱা ছবিখন নহয়। নিপীড়িতজনৰ সেৱাৰ স্বাৰ্থতে নিজৰ জীৱনৰ সমস্ত আনন্দ উছৰ্গা কৰা আৰু আতংকময় পৰিবেশত হাতত চাকি এটা লৈ ("the Lady with the Lamp") টাকুৰি ঘূৰাদি ঘূৰি ফুৰা কমনীয় মাধুৰীৰ কুমাৰীগৰাকীয়েই লিটন ষ্ট্ৰেচিৰ ফ্লোৰেন্স নাইটিংগেল নহয়; ষ্ট্ৰেচিৰ ফ্লোৰেন্স নাইটিংগেল যেন উদ্বেল সমুদ্ৰ-বক্ষত অকলশৰে থিয় হৈ থকা নিবাত-নিষ্কম্প প্ৰস্তৰ-পৰ্বত এটাহে। এই নাইটিংগেল এক মহাকাব্যিক প্ৰতিৰূপ; এই নাইটিংগেল অনমনীয় চাৰিত্ৰিক উপাদানেৰে গঠিত ("made of sterner stuff.")। কেৱল ফ্লোৰেন্স নাইটিংগেলকেই নহয়, গ্ৰন্থখনৰ কেউটা লেখাতে কেউগৰাকী বিষয়-ব্যক্তিকে ষ্ট্ৰেচিয়ে এইদৰে কেৱল অংকনহে কৰিছে, ব্যাখ্যা কৰা নাই। ষ্ট্ৰেচিয়ে নিজেই কৈ গৈছে সেই কথা ঃ "It has been my purpose to illustrate, rather than to explain."

'বিস্মৃত ব্যতিক্ৰম'ত নিজৰববীয়াকৈ এষাৰ কওঁতে মুনীন বৰকটকীয়ে গ্ৰন্থখনত সন্নিবিষ্ট লেখাকেইটাক "জীৱনচৰ্যামূলক চৰিত্ৰ-চিত্ৰ" বুলি অভিহিত কৰিছে। ("এই কেইটাক জীৱনচৰ্যামূলক চৰিত্ৰ-চিত্ৰ বুলিলেও বুলিব পাৰি")। মনীষী কাৰ্লাইলৰ

'On Heroes and Hero-worship' গ্ৰন্থত সন্নিবিষ্ট লেখাকেইটাক চৰিত্ৰ-অধ্যয়ন বা চৰিত্ৰ-বিশ্লেষণ ("brilliant character-studies") বুলি কৈছে গ্ৰন্থখনৰ পাতনি-লেখক উইলিয়াম হে'ন্‌ৰি হাড্‌ছনে। কোৱা বাহুল্য মাথোন যে কাৰ্লাইল-গৃহীত চৰিত্ৰৰ লেখীয়া চৰিত্ৰ 'বিস্মৃত ব্যতিক্ৰম'ত এটাও নাই; কিন্তু কাৰ্লাইলৰ প্ৰকাশভংগীৰ মনোহাৰিত্ব আৰু অধ্যয়ন বা বিশ্লেষণ-পদ্ধতিৰ অভিনৱত্বই মুনীন বৰকটকীক প্ৰেৰণা দিছিল যেন লাগে। সি যি হওক, কাৰ্লাইলৰ আলোচনা এই প্ৰসংগত গৌণ; মুখ্য লিটন ষ্ট্ৰেচিহে। ষ্ট্ৰেচিৰ মতে, জীৱনীকাৰগৰাকী বিষয়-ব্যক্তিৰ প্ৰতি শ্ৰদ্ধাশীল নহ'বও পাৰে (" It is not his business to be complimentary"....)। বৰকটকীয়েও কৈছে, "মোৰ বিষয়-ব্যক্তিকেইগৰাকীক 'বীৰ' বুলি ধৰি লৈ পূজা কৰিবলৈ মই প্ৰবৃত্ত হোৱা নাই। বীৰ-বন্দনাৰ লগৰে হ'লেও ইয়াক সমালোচনামূলক জীৱন-চৰ্চা বোলাহে বেছি যুগুত হ'ব।

'বিস্মৃত ব্যতিক্ৰম'ত বৰকটকীয়ে যিকেইগৰাকী ব্যক্তিৰ জীৱনৰ বিষয়ে চৰ্চা কৰিছে, সেইকেইগৰাকীৰ সকলোৱেই সমকালীন নহয়। কোনোবাগৰাকী বিংশ শতিকাৰ লগতে উপজিছে, কোনোবাগৰাকীৰ জন্ম শতিকাটোৰ দ্বিতীয়টো দশকত, কোনোবাগৰাকীয়ে আকৌ ঊনবিংশ শতিকাৰো দুটা বা এটা দশক দেখি আহিছে। বিংশ শতিকাৰ তৃতীয়টো দশকত জন্ম গ্ৰহণ কৰি "ক্ষন্তেকীয়া কবি-জীৱন আৰু কাব্যকৃতি"ৰে মুঠেই একুৰি পাঁচোটা বছৰ আমাৰ মাজত থকা অমূল্য বৰুৱাৰপৰা শতবৰ্ষৰ সীমাত ভৰি দিয়া আৰু বিংশ শতিকাৰ সৰহ ভাগ অসমীয়াৰ সাৰ্বজনীন 'ককা'ৰূপে পৰিগণিত হোৱা বাগ্মীবৰ নীলমণি ফুকনলৈকে যিকেইগৰাকী ব্যক্তিক মুনীন বৰকটকীয়ে বিষয়ৰূপে বাছি লৈছে, সেই কেউগৰাকীৰে জীৱনৰ বহুখিনি "অকথিত কথা আৰু অ-গীত গান" 'বিস্মৃত ব্যতিক্ৰম'ত প্ৰকাশ পাইছে। কিন্তু এই কথাবোৰৰ মাজত বৰকটকীয়ে কোনো ধৰণৰ ইতিহাস কোৱা নাই; অথচ প্ৰতিগৰাকী ব্যক্তিৰে জীৱন অসমৰ সামাজিক-সাংস্কৃতিক ইতিহাসৰ একো একোটা দিশ পোহৰাই যাব পৰাকৈ প্ৰোজ্জ্বল।

এই গ্ৰন্থত চৰ্চা কৰা ব্যক্তিকেইগৰাকীৰ বিষয়ে বৰকটকীয়ে স্থানান্তৰতো আলোচনা কৰিছে; কেতিয়াবা একেগৰাকী ব্যক্তিৰ বিষয়েই একাধিকবাৰ। তেনেধৰণৰ আলোচনা কৰিবলগীয়া হৈছে ,কেতিয়াবা সংশ্লিষ্ট ব্যক্তিগৰাকীৰ গ্ৰন্থ একোখনৰ পৰিচয় প্ৰসংগত, কেতিয়াবা কোনোবাগৰাকীৰ মৃত্যু বাৰ্ষিকীত, নাইবা কেতিয়াবা কোনোবাগৰাকীৰ জন্ম শতবাৰ্ষিকী উপলক্ষ্যত। 'বিস্মৃত ব্যতিক্ৰম'ত চৰ্চিত অম্বিকাগিৰী ৰায়চৌধুৰী, লক্ষ্মীনাথ ফুকন, মহেন্দ্ৰনাথ ডেকাফুকনৰ বিষয়ে লিখা তেনে ধৰণৰ লেখা সংকলিত-সম্পাদিত হৈছে 'বন্দিত বৰেণ্য'তো। 'আধুনিক অসমীয়া

সাহিত্য' গ্ৰন্থৰ পৰিচয় প্ৰসংগত জ্ঞাননাথ বৰা আৰু 'সাহিত্য আৰু সাহিত্য' গ্ৰন্থৰ পৰিচয় প্ৰসংগত হেম বৰুৱাৰ বিষয়ে কৰা আলোচনা সংকলিত হৈছে 'প্ৰসংগ ঃ সমালোচনা'ত। হেম বৰুৱা আছিল মুনীন বৰকটকীৰ সহপাঠী। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই জনোৱা মতে, "হেম বৰুৱা তেতিয়া উজ্জ্বল তৰা নাছিল; উজ্জ্বল তৰা আছিল মুনীন বৰকটকী।" ('মুনীন বৰকটকী ঃ সৰহভাগ নীৰৱতা, অলপ সৰৱতা'; উপেন্দ্ৰ বৰকটকী-সম্পাদিত 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী')। 'বিস্মৃত ব্যতিক্ৰম'ৰ হেম বৰুৱা বিষয়ক লেখাটো পিছে নিজৰ উজ্জ্বলতাৰে আন এক স্তিমিতপ্ৰায় সমুজ্জ্বল তৰাৰ ওপৰত পেলোৱা অসাধাৰণ পোহৰৰ ছাটি। বৰকটকীয়ে নিজে কোৱা মতেই, লেখাটো "এজন মৃতপ্ৰায় জীৱিত বন্ধুৰ অতীত আৰু বৰ্তমানৰ বৈপৰীত্য দৰ্শোৱা এখন কৰুণ চিত্ৰ"।

'বিস্মৃত ব্যতিক্ৰম'ৰ সূচীপত্ৰত (১ম প্ৰকাশ) দেখুৱা মতে তিনিটা পৃথক পৃথক শীৰ্ষক (মানবিক পণ্ডিত সন্দিকৈ; আনন্দৰামৰ পৰা কৃষ্ণকান্ত; তিনি 'ম'-ৰ অক্সফোৰ্ড) হ'লেও কেউটা শীৰ্ষক পিছে কৃষ্ণকান্ত সন্দিকৈ সম্পৰ্কীয়। পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ প্ৰতি থকা বৰকটকীৰ শ্ৰদ্ধাৰ চিন প্ৰকাশ পাইছে 'বন্দিত বৰেণ্য'ত সন্নিৱিষ্ট 'পণ্ডিতপ্ৰবৰ সন্দিকৈ ঃ মনীষা আৰু বৈশিষ্ট্য', আৰু 'আৰ্হি পুৰুষ সন্দিকৈ ঃ মহান এক্‌জেম্প্‌লাৰ'ৰ উপৰি 'A Munin Barkotoki Miscellany -ত সন্নিৱিষ্ট 'K.K. Handique: Scholar par Excellence' লেখাতো। শেষোক্ত লেখাটো সন্দিকৈৰ ষষ্ঠ মৃত্যুবাৰ্ষিকী উপলক্ষে ১৯৮৮ চনৰ ৭ জুনত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ কথিকা অনুষ্ঠানৰ যোগেদি প্ৰচাৰিত হৈছিল। নীৰদ চি. চৌধুৰীৰ মতে মেক্সমুলাৰ অসাধাৰণ পণ্ডিত,'Scholar Extra-ordinary'। কৃষ্ণকান্ত সন্দিকৈৰ বেলিকা বৰকটকীয়ে প্ৰয়োগ কৰা বিশেষণ হ'ল- 'Scholar par Excellence', পুৰোধা পণ্ডিত। মেক্সমুলাৰৰ লগত বৰকটকীয়ে সন্দিকৈৰ সমতুল্যতা দেখুৱাইছে সচেতনভাৱেই; নিজে কোৱা মতে নীৰদ চি. চৌধুৰীয়ে লিখা মেক্সমুলাৰৰ জীৱনী 'Scholar Extra-ordinary' পঢ়িয়েই। মেক্সমুলাৰৰ অসাধাৰণ পাণ্ডিত্যৰ কথা কৈও নীৰদ চি. চৌধুৰীয়ে জীৱনীখনত এইবুলিহে কৈছে বোলে প্ৰকৃততে মেক্সমুলাৰ এজন বুদ্ধিজীৱীহে। বুদ্ধিজীৱীৰূপে তেওঁৰ বিশালত্বৰ তুলনাত পণ্ডিত মেক্সমুলাৰজন হীনপ্ৰভ ঃ "... he was less a scholar in the strict sense of the word than an intellectual."। বৰকটকীৰ দৃষ্টিতো পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ যথাৰ্থ পৰিচয় হ'ল এজন মানৱিকবাদীৰূপে ঃ " তেওঁ এই যুগৰ আমাৰ দেশৰ এজন মহান হিউমেনিষ্ট"।

বাগ্মীবৰ নীলমণি ফুকনক মুনীন বৰকটকীয়ে 'মেথুচেলা' আখ্যা দিছে, বাইবেলৰ মেথুচেলা। জীৱনৰ দৈৰ্ঘ্যৰ বাবেহে মেথুচেলাৰ লগত ফুকনৰ এই তুলনা। বাইবেলৰ মেথুচেলা জীয়াই আছিল ৯৬৯ বছৰ ("And all the days of Methuselah were nine hundred sixty and nine years."- Holy Bible)। অসমীয়াৰ 'ককা' নীলমণি ফুকন জীয়াই আছিল দুবছৰ কম এশ বছৰ। ককা ফুকনৰ বয়সৰ জোখত অস্বাভাৱিকতা একো নাই। ককা নীলমণি ফুকনতকৈ এশ পঁচপন বছৰ অধিক কাল জীয়াই আছিল হেনো পঞ্চদশ-সপ্তদশ শতিকাত পেৰ (Parr) নামৰ মানুহজন (১৪৮৩-১৬৩৬)। কিন্তু মানুহৰ কৃতিত্ব বছৰৰ লেখত নাথাকে, থাকে কৃতিৰ জোখতহে। বৰকটকীয়ে ককা ফুকনৰ জীৱন চৰ্চা কৰাৰ গুৰি কথা নিশ্চয় এইটোহে যে জীৱনৰ বিভিন্ন পৰ্য্যায়ত একো একোটা নতুন নতুন ভূমিকা গ্ৰহণ কৰিব পৰা, আৰু যিহকে গ্ৰহণ কৰে তাতে নতুনত্বৰ সঞ্চাৰ কৰি মানুহক চমক খুৱাব পৰা গুণ বা শক্তিৰ অধিকাৰী আছিল ককা নীলমণি ফুকন।

বৰকটকীয়ে কৈছে, "আমাৰ সাহিত্যিক-সাংবাদিক অনেক; কিন্তু সাংবাদিক-সাহিত্যিক তাকৰ।" লক্ষ্মীনাথ ফুকন সংখ্যালঘু প্ৰজাতিটোৰ প্ৰতিনিধি। দেৱকান্ত বৰুৱা আৰু বাগ্মীবৰ নীলমণি ফুকনৰ লেখীয়া সাহিত্যিক-সাংবাদিকো এদিন ৰাজনীতিৰ ক্ষেত্ৰখনত নামিল। তাৰ বিপৰীতে আকাশৰ অকলশৰীয়া তৰা এটাৰ দৰে অসমৰ সাংবাদিকতাৰ জগতখনতে অকলশৰে স্থিৰ হৈ ৰ'ল লক্ষ্মীনাথ ফুকন। সেইবাবেই বৰকটকীৰ মতে, লিটন ষ্ট্ৰেচিৰ দৃষ্টিৰে বিচাৰ-বিশ্লেষণ কৰিব পৰা ব্যক্তিসকলৰ ভিতৰত লক্ষ্মীনাথ ফুকন অন্যতম। একে কথা ক'ব পাৰি 'ডাঙৰীয়া অসমীয়া' জ্ঞাননাথ বৰাৰ বিষয়েও। বৰকটকীৰ দৃষ্টিত- জ্ঞাননাথ বৰা আছিল "নিৰহ-নিপানী অসমীয়া ডাঙৰীয়া"। 'নিৰহ নিপানী' - এই শব্দ দুটা বৰকটকীয়ে এনেয়ে ব্যৱহাৰ কৰা নাই। অসমীয়া ভাষাত 'ডাঙৰীয়া' এটা শব্দ মাথোন নহয়; এটা ঐতিহ্য। আহোম ৰাজত্বকালতে স্থাপিত হোৱা এই ঐতিহ্যৰ গৌৰবোজ্জ্বল মহিমা এসময়ত নোহোৱা হ'ল। তাৰ মূল কাৰণ, পৰৱৰ্তী কালৰ অসমীয়াৰ অৰ্থহীন ভেম। হেমচন্দ্ৰ বৰুৱাৰ দিনৰেপৰা ('বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী'ৰ ভগেশ্বৰ বৰুৱা স্মৰণীয়) বৰলোকালি কৰা তেনে ধৰণৰ 'ডাঙৰীযাৰ' সংখ্যা বাঢ়ি বাঢ়ি বেজবৰুৱাৰ কৃপাবৰৰ দিনত "অসম বৰপুখুৰী ডাঙৰীয়া-লালুকীৰে ক'লা পৰি" আহিল ('অসমীয়া জাতি ডাঙৰ জাতি')। সেই শ্ৰেণীটোৰপৰা সম্পূৰ্ণ পৃথক চৰিত্ৰৰ গৰাকী হ'ল জ্ঞাননাথ বৰা। তেখেত সাহিত্যিকো আছিল, অসম সাহিত্য সভাৰ সভাপতিৰ আসনো বৰাই অলংকৃত কৰিছিল। কিন্তু বৰকটকীয়ে নিজে কোৱা মতেই, "সাহিত্যিক বুলি নহয়, অসমীয়া জাতীয়তাবাদৰ গতি নিৰ্দেশক, আৰু

নিভাঁজ অসমীয়া ডাঙৰীয়া সংস্কৃতিৰ প্ৰতিনিধি" বুলিহে জ্ঞাননাথ বৰা বৰকটকীৰ বাবে জীৱনীৰ বিষয়-ব্যক্তি হৈ পৰিছে।

"বিস্মৃত ব্যতিক্ৰম'ত চৰ্চিত বাকীকেইগৰাকী ব্যক্তিৰো সৰ্বজন পৰিচিত ৰূপে মুনীন বৰকটকীক উপাদান যোগোৱা নাই। সৰ্বসাধাৰণৰ দৃষ্টিৰ অগোচৰত থকা গুণ বা বিশেষত্ব একোটাৰ ৰঙেৰেও কেনেকৈ একোগৰাকী ব্যক্তিৰ ছবি একোখন অংকন কৰিব পাৰি, 'বিস্মৃত ব্যতিক্ৰম' তাৰেই উদাহৰণ। বৰকটকীৰ দৃষ্টিত অম্বিকাগিৰী ৰায়চৌধুৰী যেন প্ৰকৃততে আছিল এক "শৃংখলিত প্ৰমিথিউছ"; শ্বেলীৰ প্ৰমিথিউছৰ সকলোখিনি উপাদান নাথাকিলেও যিজনৰ আছিল অন্ততঃ অসীম সহিষ্ণুতা ("to suffer woes"), আৰু আছিল ক্ষমতাক পদাঘাত কৰিব পৰা ("to defy power") মনোবল। তেনেদৰে মহেন্দ্ৰ নাথ ডেকাফুকন আজন্ম নেতা; "নেতা হৰলৈকে জন্ম হোৱা মানুহ"। মাধৱ চন্দ্ৰ বেজবৰুৱা অপৰাজেয় আশাবাদী আৰু অলৌকিক স্বপ্নবাদী পুৰুষ। হলীৰাম ডেকা এজন "অলপ সুকীয়া ধৰণৰ অসমীয়া ব্যক্তি"। হৰেন্দ্ৰনাথ কলিতা কলিকতাত বা বহিঃঅসমত একালৰ "বেচৰকাৰী সাংস্কৃতিক ৰাষ্ট্ৰদূত"। মনোভিৰাম বৰুৱা এজন অকলশৰীয়া মানুহ। কবি অমূল্য বৰুৱা "আমাৰ সাহিত্য-কৃতিৰ বিবেক"। নটসূৰ্য্য ফণী শৰ্মা ভাৰতীয় মঞ্চজগতত প্ৰচাৰৰ দিশত আমাৰ নিষ্ক্ৰিয়তাৰ নিদৰ্শন। আৰু বিষ্ণু প্ৰসাদ ৰাভা? নিৰ্দিষ্ট কোনো ক্ষেত্ৰতে শীৰ্ষতম বিন্দুলৈ নুঠা এটা মৃত্যুঞ্জয়ী প্ৰতিভা। এইসকলক মুনীন বৰকটকীয়ে এনেকুৱা ৰূপতে দেখিছে, আৰু এনেকৈয়ে আঁকিছে। আনেও এইসকলৰ ছবি নিজা নিজা দৃষ্টিকোণৰপৰা আঁকিছে বা আঁকিব। কিন্তু কোনোবাই যদি মুনীন বৰকটকীয়ে অঁকা ছবিকে সঁচা বুলি গ্ৰহণ কৰে, তাত কাৰো ক্ষতি নহয়; ছবিৰ বিষয়-ব্যক্তিৰো, গ্ৰহীতাৰো।◆◆

# অভিজাত অসমীয়া বুদ্ধিজীৱী বৰকটকী ছাৰ

## কুমুদ গোস্বামী

তীক্ষ্ণ বুদ্ধি আৰু অসাধাৰণ মেধাশক্তিসম্পন্ন লোক সাধাৰণতে হ্ৰস্বদেহী আৰু ক্ষীণকায় হয় বুলি আমাৰ আশৈশৱ ধাৰণা আছিল। এই ধাৰণাৰ সমৰ্থনত বহুতো বিচক্ষণ ব্যক্তিৰ নাম আৰু ছবিয়ে মনত সদায় দোলা দি আছিল। কিন্তু মুনীন বৰকটকীদেৱক (আমাৰ প্ৰজন্মৰ সৰহসংখ্যাকে 'ছাৰ' বুলিছিলো — কেৱল 'ছাৰ' বুলিলে বুজিছিলো তেখেতকে) দেখা পোৱাৰ লগে লগে আমাৰ শৈশৱৰ ধাৰণাটো ধোঁৱা হৈ উৰি গ'ল। এয়া দেখোন গ্ৰীক ভাস্কৰ্যৰ নিদৰ্শন— সুন্দৰ, সুবিশাল লগতে প্ৰাজ্ঞ, প্ৰবুদ্ধ। ছাৰ আছিল বিশাল পুৰুষ ঃ ওখ, শকত, গুৰু-গম্ভীৰ, গভীৰ কণ্ঠস্বৰৰ অধিকাৰী। তাহানিৰ যেন সম্ভ্ৰান্ত অসমীয়া ডাঙৰীয়া।

সোঁশৰীৰে লগ পোৱাৰ বা কথা পতাৰ আগতে ছাৰৰ বিষয়ে আনৰ মুখত শুনিছিলো, তেখেতে লিখা দুই এটা কথাও পঢ়িছিলো। তেতিয়া ভাব হৈছিল, এই-গৰাকী দেখোন অসমীয়া লিটন ষ্ট্ৰেচি, ড° জনছন নাইবা সুধীন্দ্ৰনাথ দত্ত। কঠিন শব্দ লিখে, অকাই-পকাই কথাবোৰ লিখে, বাক্যবোৰ শেষ নহয়হে নহয়, বাক্যাংশৰ পিছত বাক্যাংশ যোগ হৈ গৈ থাকে; ভাবে জটিলকৈ, কঁয়ো জটিলকৈ। মনে মনে ভয়ো লাগি আছিল, লগ পালে কি কথা পাতিম, কেনেকৈ পাতিম, আমাক যদি কিবা সোধে কি উত্তৰ দিম! নীৰদ চন্দ্ৰ চৌধুৰীৰ 'স্কলাৰ এক্সট্ৰা অৰ্ডিনেৰি' যে, তেনেকুৱা এটি ভাবমূৰ্তি তেখেতৰ অংকিত হৈ আছিল আমাৰ মনত। আমি গল্প কবিতা বুজি পঢ়িব পৰা বয়সত ভৰি দিয়াৰ আগতে ছাৰে হেনো গল্পও লিখিছিল। কথাটো জানি কৌতূহল উপজিছিল— এফালে গল্প, আনফালে কঠিন গদ্য; বুদ্ধিদীপ্ত, ব্যতিক্ৰম, কেনেকৈ সম্ভৱ?

ছাৰৰ সৈতে প্ৰথম সাক্ষাৎ কেতিয়া কেনেকৈ হৈছিল মনত নাই; কিন্তু সাক্ষাতৰ সময়ত আমাৰ লগতযে বন্ধু উপেন্দ্ৰ বৰকটকী আছিল আৰু সাক্ষাৎ যে ছাৰৰ শিলপুখুৰীৰ ঘৰতে হৈছিল, সেইটো হ'লে নিশ্চিত। বৰ ডাঙৰ ঘৰ। তেতিয়ালৈকে সিমান ডাঙৰ ঘৰত, জোতা-চেণ্ডেল খুলি সোমাবলগীয়া ঘৰত সোমোৱাৰ অভ্যাস আমাৰ নাছিলেই। নিজৰ উৎপত্তি জুপুৰি ঘৰত, ক্ৰমবিকাশো জুপুৰি ঘৰতে হোৱা

কাৰণে বোধহয় ডাঙৰ ঘৰত থকা মানুহৰ প্ৰতি আমাৰ মনত সিমান ভাল ধাৰণা নাছিল। থাকিবৰ কাৰণেই ইমান ডাঙৰ ঘৰনো কিয় লাগে বা কিয় সজায়? বোধহয় দুখীয়া মানুহবোৰক ভয় খুৱাই শাসন - দমন কৰাৰ কাৰণে, এনেকুৱা ভাব। সেই ভাব এতিয়াও সম্পূৰ্ণৰূপে আঁতৰ হোৱা নাই। ডাঙৰ ঘৰত ডাঙৰ মানুহ নাথাকে, সৰু ঘৰতহে ডাঙৰ মানুহ থাকে বা ওপজে। কিন্তু ছাৰৰ ঘৰৰ বাৰাণ্ডাত থিয় দিয়াৰ লগে লগে আমাৰ ধাৰণাবোৰ ওলট-পালট হৈ গ'ল। কেনেবাকৈ খিড়িকী বা পৰ্দাৰ ফাঁকেৰে বোধহয় বাৰাণ্ডাত আমাক দেখা পাই তেখেতে নিজে বাৰাণ্ডালৈ ওলাই আহি মাতি লৈ গ'ল— আহা, আহা! মুখত সেই অপূৰ্ব হাঁহিটো। সৰল অথচ সপ্ৰতিভ। বন্ধু বৰকটকীক তেখেতে আগৰেপৰা জানে। গতিকে স্বাভাৱিকতে দৃষ্টি আৰু মনোযোগ আকৰ্ষিত হ'ল আমাৰ প্ৰতি। মৰমসনা মাতেৰে চুটি চুটি বাক্যেৰে কেইটামান কথা সুধিলে; তাতকৈও চুটি আমাৰ উত্তৰ। কি ভাব ল'লে ছাৰে আমাৰ প্ৰতি নাজানো, আহিবৰ সময়ত একে সৌজন্য আৰু সৰলতাৰে আমাক বাৰাণ্ডালৈ আগবঢ়াই থলে। সেয়ে প্ৰথমে জীৱনত শিক্ষা পালো, কিছুমান ডাঙৰ ঘৰতো ডাঙৰ মানুহ থাকে।

ছাৰৰ মেৰিটৰ কথা আমি সাধুকথাৰ দৰে শুনিছিলো আনৰ মুখে। অত্যন্ত চোকা, পঢ়েও খুব, কিবাকিবি ভাল চাকৰিও কৰিছিল হেনো, কিন্তু সকলোতে অসন্তুষ্ট, লিখা - মেলাও বেছিকৈ নকৰিলে, যিখিনি কৰিলে সেইখিনিতো জ্ঞানৰ অতল তলীলৈ গৈ গৈ তেখেতে নিজেই যেন থাউনি নাপালে। হাঁহিৰ আঁৰতো স্পষ্ট হৈ থাকে বিষাদ, বিষন্নতা, এক ধৰণৰ উদ্বেগ। সেই সময়ত আমি ভাবি ভাবি পাৰ পোৱা নাছিলো, ছাৰেনো জীৱনত কি বিচাৰিছিল! কিহৰ অন্বেষণ কৰিছিল? স্বৰ্ণমৃগৰ নিশ্চয় নহয়। কিন্তু ছাৰৰ মনত মৃগতৃষ্ণা আছিল, মৰুভূমিৰ বালিৰ মাজত মৰীচিকা বিচাৰি ফুৰা অপাৰ তৃষ্ণা। সেই তৃষ্ণাৰ নাম জ্ঞানস্পৃহা। কিতাপ পঢ়াটো তেখেতৰ বাবে আছিল এক এৰাব নোৱৰা সামাজিক কৰ্তব্য। পঢ়িলেই যেন সমাজৰ প্ৰতি দায়িত্ব আৰু কৰ্তব্য পালন কৰা হয়; জ্ঞান অৰ্জনেই যেন মানুহৰ প্ৰধান সামাজিক কৰ্তব্য, লিখা -নিলিখাটো পাছৰ কথা। সেইফালৰপৰা তেখেত আছিল ছক্ৰেটিছ, প্লেটো, এৰিষ্টটল আদি মহান পণ্ডিতসকলৰ সমগোত্ৰীয়। তেখেত আমাৰ দ্বিতীয়গৰাকী কৃষ্ণকান্ত সন্দিকৈ। লজ্জাশীলতা, অন্তৰ্মুখী স্বভাৱ আৰু প্ৰচাৰবিমুখিতাৰ বাবে ছাৰৰ কোনো যেন চাৰ্কল বা লবী গঠন নহ'ল; আজিকোপতি তেখেতৰ প্ৰতিভা আৰু পাণ্ডিত্যৰ পৰিসৰ বুজি পোৱা মানুহ নোলাল। ভাবিলে আচৰিত লাগে, আৰু আজিৰ বঁটা-বাহনলোলুপ সাহিত্যিক-শিল্পীসকলে শুনিলে বিশ্বাস নকৰিব যে বৰকটকী ছাৰ

এইবোৰৰ প্ৰতি একেবাৰে উদাসীন আছিল। মানুহক দেখুউৱা উদাসীনতা নহয়, আন্তৰিকতাপূৰ্ণ সঁচা উদাসীনতা।

সেই যি সাক্ষাৎ, তাৰ পাছৰপৰা ছাৰৰ সৈতে আমাৰ এক প্ৰকাৰৰ 'বন্ধুত্ব' গঢ়ি উঠিছিল। এবাৰ তেখেতে আমাক শিলপুখুৰীৰ ফুটপাথত পাই কান্ধত হাতখন থৈ সুধিলে, কিবা লিখি আছা? 'কিবা' মানে গল্প; আমি তেতিয়া গল্প লিখিবলৈ লৈছিলো। ছাৰে ক'ৰবাত গম পাইছে কথাটো। পালেওনো কেনেকৈ কওঁ তেখেতৰ আগত 'কিবা' লিখিছো বুলি? প্ৰায়ে উত্তৰ দিয়া নহয়। সিদিনাও নহ'ল।

— সিদিনা ক'ত জানো পঢ়িলো। তুমি এঠাইত 'চৈনিক' আৰু 'বৈয়ক্তিক' শব্দ দুটা লিখিছা। ক'ত পালা?

মৰমসনা মাতেৰেই সুধিলে; কিন্তু ভিতৰি ভিতৰি আমাৰ অৱস্থা কাহিল হৈ পৰিল। তথাপি সাহ কৰি সুধিলো, ছাৰ, ভুল নেকি শব্দ দুটা? চৈনিক পৰিব্ৰাজক হিউৱেন চাং, বৈয়ক্তিক প্ৰতীক — এনেকৈ দেখোন কোনোবাই লিখে যেন পাওঁ! — ময়ো ভাবি চোৱা নাই। ছাৰে ভাবিবলৈ ধৰিলে; কিন্তু একো সিদ্ধান্তলৈ আহিবলৈ নৌপাওঁতেই আমি গৈ জিলা পুথিভঁৰালৰ অধ্যয়ন কোঠা পালো। তাত সোমোৱাৰ লগে লগে ছাৰে মোৰ কান্ধৰপৰা হাতখন আঁতৰাই নিলে, আৰু পঢ়াত ব্যস্ত হৈ পৰিল। প্ৰথমে আটাইখিনি বাতৰিকাকত, প্ৰধানকৈ ইংৰাজী, তাৰ পাছত কিতাপ। ছাৰে কিতাপৰ মাজত ডুবি যোৱাৰ পাছত আমাৰ অসহায় অৱস্থা। পিং-পাংকৈ তাতে দুপাকমান মাৰি পুথিভঁৰালৰ বেয়া হৈ থকা ঘড়ীটোৰ তলত বহি থকা মানুহজনৰ কাষ পালোগৈ। তেওঁ লাহেকৈ ক'লে— একেবাৰে দুৱাৰ-খিড়িকী বন্ধ কৰালৈকে থাকিব। সদায়। ইমান পঢ়েনে? মানুহজনে খঙেই কৰিলে নে বিৰক্তিয়েই প্ৰকাশ কৰিলে ধৰিব পৰা নগ'ল। সেই এটা অভ্যাস। সদায় আবেলি ছাৰে শিলপুখুৰীৰ ঘৰৰপৰা খোজকাঢ়ি লাইব্ৰেৰীলৈ যায়, সন্ধিয়া ঘূৰি আহে।

এদিন সুধিছিলো, ছাৰ, লাইব্ৰেৰীলৈ সদায় যায় নেকি? কিয় যায়?

— যাওঁ, গৈ আছো। কাগজবোৰ নাচালে ভাল নালাগে।

বহুতে নাজানিলে, ছাৰে বাতৰিকাকত কেনেকৈ পঢ়িছিল। ক'ব পাৰি তন্ন তন্নকৈ।

— কোন ক'ত আছে, কি কৰিছে, ইয়াতেই পাওঁ। এদিন বাতৰিকাকত নপঢ়িলে এশবছৰ পিছুৱাই যোৱা যেন লাগে।

বহুতে আৰু এটা কথা নাজানিলে, ছাৰে কোনোখন চৰকাৰকে ভাল পোৱা নাছিল। শাসক মানে শোষক বুলি ভাবিছিল। ধৰকৈ কোৱা নাছিল; কিন্তু 'এহ, তেওঁলোকৰ কথা কি ক'বা' বুলি সামৰি থৈছিল। অতি ভদ্ৰ, অমায়িক আৰু সৎ

সাধু লোকে যেনেকৈ আনক সমালোচনা কৰে, তেনেকৈ। আমি কাৰোবাৰ কথা কিবা ক'লেও সমিধানত ছাৰে কৈছিল— এৰা! ভদ্ৰ, অভিজাত আৰু সাধু লোকৰ ভাষাৰ সৈতে ছাৰৰ জৰিয়তেই আমাৰ প্ৰথম পৰিচয় ঘটিছিল।

তেতিয়াৰপৰা আমিও প্ৰায়ে ছাৰৰ সৈতে আবেলি লাইব্ৰেৰীলৈ যাওঁ, ছাৰৰ সৈতে ঘূৰি আহো সন্ধিয়া। আহিবৰ সময়ত তেখেতে কয় - কাইলৈ আহিবা। পঢ়াটোহে আচল। ছাৰৰ আকস্মিক বিয়োগৰ পাছতো যেতিয়া লাইব্ৰেৰীলৈ যাওঁ, (প্ৰায়ে যাওঁ, অন্ততঃ দেওবাৰে আবেলি) তেতিয়া সেই চুটি বাক্য দুটা মনত পৰে। মাজে মাজে ভাব হয়, আজিও যে লাইব্ৰেৰীলৈ যাওঁ, সেই বাক্য দুটাৰ প্ৰেৰণাতে যাওঁ, আৰু যেন যাওঁ ছাৰক বিচাৰি। লাইব্ৰেৰীৰ মস্ত মস্ত পিলাৰকেইটায়ো আঁৰ কৰি ৰাখিব নোৱৰা মানুহজন হঠাৎ যেন এখন সৰু কিতাপৰ মাজতে হেৰাই গ'ল। আজিও ভাব হয়, লাইব্ৰেৰীৰ প্ৰতিখন কিতাপৰ পাততে যেন তেখেতৰ আঙুলিৰ ছাপ বহি আছে। সদায় উদাস মনেৰে লাইব্ৰেৰীলৈ যায়, উদাস মনেৰে উভতি আহে। বাটত বৰ বেছি কথাও নকয়, কোনোফালে নাচায়ো। ছাৰৰ মনৰ বিষণ্ণতাৰ উৎস কাৰণ বিচাৰি বহুদিন হাবাথুৰি খাইছিলো মনৰ মাজতে। সুধিবলৈও সাহস নহয়। তথাপি ভাবি ভাবি পাইছিলো, এই বিষণ্ণতা নিঃসংগতাৰে নামান্তৰ। বৰকটকী ছাৰ সঁচাকৈয়ে নিঃসংগ আছিল; নিঃসংগতাবোধে তেখেতৰ ব্যক্তিত্বক বিশেষ ধৰণে গঢ় দিছিল। নিঃসংগতাৰ জন্ম হয়, বিচ্ছিন্নতাবোধৰ চেৰাশালিত। হয়তো তেখেতেই সৃষ্টি কৰিছিল এই বিচ্ছিন্নতাবোধৰ। ছাৰে সদায়-ভাবিছিল, তেখেতক মানুহে পাহৰি গৈছে, যাওক। পাহৰণিৰ গৰ্ভত হেৰাই যোৱাৰ প্ৰৱণতায়ো এচাম লোকক মানসিক তৃপ্তি দান কৰে, তাকে বৌদ্ধিকতা বুলিও জ্ঞান কৰে। পণ্ডিত আৰু জ্ঞানী লোকৰ বৌদ্ধিক জগতত এনে এবিধ মানসিকতাই ক্ৰিয়া কৰে। বৰকটকী ছাৰ এনে এক বিৰল বুদ্ধিজীৱী আছিল। আৰু যদি "বুদ্ধিজীৱী" শব্দৰ বুৎপত্তিগত অৰ্থই আনকমপ্ৰ'মাইজিং, স্ব-মতত দৃঢ় এক ব্যক্তিসত্তাক বুজায়, তেন্তে বৰকটকী ছাৰ আছিল প্ৰকৃত বুদ্ধিজীৱী।

নিঃসংগ, বিষণ্ণ বৰকটকীছাৰে যি সময়ত তেখেতৰ মনোজগতখন বাহ্যিক জগতৰ পৰা ইনছুলেটেড কৰি লৈছিল, সেই সময়টোৰ চৰিত্ৰ, বিশেষকৈ অসমৰ বৌদ্ধিক জগতখনৰ স্বৰূপ নুবুজিলে তেখেতৰ ব্যক্তিত্বৰ বহু দিশ অনাবিষ্কৃত হৈ ৰ'ব। এই নিবন্ধত সেই কথাৰ গভীৰতালৈ আমি যাব খোজা নাই যদিও দুটামান কথা উনুকিয়াই থ'লে চিন্তাৰ পথ মুকলি হ'ব যেন লাগে। বৰকটকীদেৱে গল্প লিখা এৰি যেতিয়া নিলিখো নিলিখোকৈ দুই এটা প্ৰবন্ধ লিখিবলৈ ধৰে, তেতিয়া তেখেতৰ সন্মুখত আছিল ইংৰাজী সাহিত্যৰ বাঘা বাঘা এছেয়িষ্টসকলৰ আৰ্হি আৰু আদৰ্শ।

তাত নাছিল ৰোমান্টিক ভাবপ্রৱণতা, নাছিল আৱেগৰ ধল। কিন্তু অসমীয়া সাহিত্যত তেতিয়া আৰম্ভ হৈ প্রবল হৈ উঠিছিল ইংৰাজী আৰু বাংলা সাহিত্যত, ইতিপূর্বে তামাদি হৈ যোৱা বহু প্রাচীন আর্হি- আদর্শ আৰু নৈতিকতাৰ অনুশীলন। বাস্তৱতা আৰু বৌদ্ধিক দীপ্তিৰ নামত এবিধ ছিউড'-ৰিয়েলিজম আৰু নব্য-ৰোমান্টিক ছেন্সিবিলিটিৰ জোৱাৰ উঠিছিল। ইতিহাসৰ নৱ-ৰূপায়ণ আৰু উত্থান পর্ব চলিছিল। কিন্তু সেয়া হৈছিল জাতীয়তাবাদী ধাৰাৰ ফেচিষ্ট পদ্ধতিৰে। আমাৰ তথাকথিত প্রতিষ্ঠিত কবি, গল্পকাৰ, ঔপন্যাসিক আৰু নাট্যকাৰসকলো এই পদ্ধতিৰ গ্রাসত পৰিছিল। ড° হীৰেন গোহাঁয়ে কেম্ব্রিজৰপৰা আহি পৰিস্থিতিটো উদঙাই দিয়াতহে কিছু ডাৱৰ আঁতৰিল। কিন্তু ইতিমধ্যে বৰকটকীদেৱ হতাশা আৰু বিষণ্ণতাৰ মাজত সোমালেই। মিলিব বা মিলাব নোৱৰা এটা পৰিস্থিতিৰ চিকমিকনিৰপৰা আঁতৰি থাকিবলৈ তেখেতে নিজেই নিজৰ আবেষ্টনীত সোমাই পৰিল। এনেকৈয়ে ঘটিছিল তেখেতৰ বৌদ্ধিক ইনছুলেশ্যন। সেইবুলি তেখেতৰ বৌদ্ধিক পৰিমণ্ডলত যে মার্ক্স - এংগেলছ দ্বৈত নক্ষত্র হৈ জিলিকি আছিল, এনে নহয়। এক ধৰণৰ মেটাফি জিকেল ম'ৰেলিটি আৰু বৈজ্ঞানিক ডিটাৰমিনিজম প্রবল হৈ আছিল তেখেতৰ ব্যক্তিত্ব আৰু লেখাত। ছাৰৰ ঐতিহ্যচেতনাও আছিল প্রখৰ। এক ধৰণৰ জাতীয়তাবাদৰ সাধকো আছিল তেখেত; কিন্তু সেই চেতনা বা বোধে চেৰাই গৈছিল জাতি আৰু দেশৰ সীমা। শেষত গৈ মিলিত হৈছিল বিশাল মানৱতাবোধৰ সৈতে।

ছাৰক সেই সময়ত বহুতে এলেহুৱা বুলি ভাবিছিল। কাৰণ, তেখেতৰ লিখা-মেলাৰ পৰিমাণ নিচেই কম। পঢ়ে যিমান বেছি, লিখে সিমান কম। কিতাপ এখনহে বিস্মৃত ব্যতিক্রম। বাহিৰৰপৰা দেখাত সেইটো এলাহ; কিন্তু ভালদৰে চালে বুজা যায় সেয়া অনীহা; পঢ়া আৰু ভবা কথাবোৰ আনক ক'বলৈ অনীহা। ইয়াৰো কাৰণ আছিল। ইংৰাজী সাহিত্য বিস্তৃত আৰু গভীৰভাৱে পঢ়া লোকৰ লিখাৰ প্রতি এক অনীহা জন্মে। শ্বেইক্সপিয়েৰৰ নাটক আৰু মিল্টনৰ কাব্য পঢ়াৰ পাছত কাৰোবাৰ কিবা লিখিবলৈ মন যাবনে? ইংৰাজী ভাষাত ইমান ডাঙৰ ডাঙৰ এছেয়িষ্ট আছে - বেকন, এমার্ছন, হেজলিট আদি, অসমীয়াত আৰু কোনে এছে লিখে? তদুপৰি, এইবিধ ৰচনাৰ অৱস্থা এতিয়া ইংৰাজী ভাষাতে মৃতপ্রায়, অসমীয়াততো কথাই নাই। মনত ৰখা ভাল যে বৰকটকী ছাৰ অসমীয়া ভাষাৰ শ্রেষ্ঠ এছেয়িষ্ট হোৱাৰ পথত অগ্রসৰ হৈছিল, সেই ফর্মটো মৃত্যুমুখী বুলি জানিও। পৃথিৱীৰ প্রায়ভাগ উন্নত ভাষাই পাহৰিবলৈ ধৰা ফর্ম এটাত আস্থা আৰু বিশ্বাস স্থাপন কৰাৰ কাৰণেই ছাৰৰ প্রতিভাৰ সম্যক স্ফুৰণ নঘটিল, বা আমি তেখেতক চিনি নাপালো।

ছাৰৰ গুণমুগ্ধ বহু আছিল; এই লেখক, উপেন্দ্ৰ বৰকটকী, গুণীন হাজৰিকা, বীৰেন্দ্ৰ কুমাৰ লহকৰ আদি, কিন্তু কোনো লবী নাছিল। লবী পকাব পৰা লোক তেখেত নহয়েই। কেইটামান প্ৰবন্ধ লিখিছিল, সেয়াও তেখেতে ভাল পোৱা বা শ্ৰদ্ধা কৰা লোকৰ জীৱনীজাতীয় প্ৰবন্ধ, বেয়া পোৱা মানুহক বেয়া বুলি ক'ব লাগে বাবে তেওঁলোকৰ কথা ছাৰে লিখাই নাছিল। এই কথা আমাৰ সৰু-বৰ সকলো লেখকে মন কৰা উচিত যে বৰকটকী ছাৰে অসমীয়া ভাষাক বিশেষ এক মান্যতা দি গ'ল মুষ্টিমেয় প্ৰবন্ধৰ জৰিয়তে— অসমীয়া শব্দৰ মাজে মাজে ইংৰাজী শব্দ সুমুৱাই দি হ'লেও, অসমীয়া বাক্য গাঁথনি ইংৰাজী সাঁচত ঢালি হ'লেও, ডেশ্ব্, কমা, ছেমিকলন আদি পৰ্য্যাপ্ত পৰিমাণে ব্যৱহাৰ কৰি হ'লেও। আৰু এটা কথা বহুতে জানে বা বহুতে নাজানে যে ছাৰৰ আখৰ বৰ বেয়া আছিল; সৰু সৰু, অস্পষ্ট, চুক-কোণবোৰ চকুত নপৰা ধৰণৰ। তদুপৰি লিখি থাকিলে বাক্যবোৰ কাগজৰ ওপৰলৈ উঠি গৈ থাকে। কোনো কাকত-আলোচনীয়ে তেখেতৰ হাতেলিখা আখৰৰ লেখা শুদ্ধকৈ ছপাব পৰা নাছিল। লাহে লাহে গুৱাহাটীত তেখেতৰ হস্তলিপি বিশাৰদ দুজনমানৰেই সৃষ্টি হৈছিল। তাৰে এজন এই লেখক, আনজন বীৰেন্দ্ৰকুমাৰ লহকৰ। ছাৰে নিজৰ লেখা নিজেই পঢ়িব নোৱাৰি কেতিয়াবা আমাক সুধিছিল— চোৱাচোন, এইটো কি লিখিলো! 'বিস্মৃত ব্যতিক্ৰম'খন উলিয়াওঁতেও এনে ধৰণৰ অসুবিধা হৈছিল; সেইবোৰৰ আউল ভাঙিব লগা হৈছিল ছাৰৰ হস্তলিপি বিশাৰদসকলে।

কিতাপ ওলাল। বঁটাও পালে। আলোচনীত ছাৰৰ বিষয়ে লিখিব লগা হ'ল। লগতে প্ৰয়োজন হ'ল ছাৰৰ এখন ফটোৰ। প্ৰকাশন পৰিষদৰ এগৰাকী কৰ্মচাৰী আৰু এজন ফটোগ্ৰাফাৰ লগত লৈ আমি গ'লো ছাৰৰ ঘৰলৈ ফটো তুলিবলৈ। তেখেতে আমাক সুধিছিল, ফটোও লাগে নেকি?

— লাগে ছাৰ, বহুতে আপোনাক দেখা নাই; চাব খোজে।

ছাৰে ফটো উঠিবলৈ বৰ অসুবিধা পাইছিল। লাজো কৰিছিল, অলপ অপ্ৰস্তুত হোৱা যেনো লাগিছিল। বোধহয় ভাবিছিল যে কেমেৰাৰ লেন্সখনলৈ এখন্তেক চালেই ফটো উঠা হৈ যায়। সেই কাৰণে কেমেৰামেনে এইফালে চাওক এইফালে চাওক বুলি কোৱাৰ পাছতে তেখেতে ক্ষন্তেকৰ বাবে লেন্সখনলৈ চাই মুখখন আনফালে ঘূৰাই দিয়ে। কেমেৰামেন হ'ল ফুটাৰে জুমি চোৱা মানুহ, ছাৰৰ দৰে বিশাল ব্যক্তি এগৰাকীক চিনি পোৱাৰ সুবিধা তেওঁৰ নাই। সেয়ে তেওঁ এইবাৰ জোৰকৈ ক'লে— এইফালে চাই থাকক! তেনেকৈ চাই থাকোতে কেমেৰামেনে

টিপতে ফটো তুলিলে। বৰ অশান্তিৰপৰা যেন তেখেত মুক্ত হ'ল, এনে একে ভাবত আমাৰ ফালে চালে। বেয়া লাগিছিল সিদিনা, ছাৰৰ অন্তৰ্মুখী সত্তাটোক অযথা জুলুম কৰিব লগা হোৱা বাবে।

তেখেতে নতুন লেখকসকলক বৰ উৎসাহ দিছিল, প্ৰশংসাও কৰিছিল, কিছুমানৰ দৰে লবী পকোৱাৰ আশাত নহয়, নিঃস্বাৰ্থভাৱে। অসমীয়া ভাষাত যেতিয়া ভবেন বৰুৱা আৰু হীৰেন গোঁহায়ে নতুন সমালোচনা আৰু চিন্তাৰ ধাৰা মুকলি কৰিছিল, তেতিয়া তেখেতে বহু ঠাইত মুকলি মনেৰে কৈছিল— দুয়ো বহুত ভাল কাম কৰি আছে। পঢ়া-শুনা আছে। যি সময়ত দুয়োগৰাকী সমালোচককে একোচামে চাৰিওফালৰপৰা বিনাশ কৰিবলৈ চেষ্টা কৰিছিল, সেই সময়ত একমাত্ৰ বৰকটকীছাৰেই এনে সপ্ৰংশস মন্তব্য দিছিল। সাম্প্ৰতিক অসমীয়া সাহিত্যৰ বজৰুৱা পৰিৱেশত তেখেতৰ দৰে এগৰাকী নিৰহংকাৰ, ঈৰ্ষাশূন্য, তপস্বী লোকৰ অভাৱ বৰকৈ অনুভৱ কৰা যায়।

বৰকটকীদেৱৰ ব্যক্তিত্ব, প্ৰতিভা আৰু বৰগুণি সম্পৰ্কে বাছ-বিচাৰ কৰিব পৰাৰ বাবে যোগ্য নহওঁ বুলি জানিও আমি আমাৰ নিজা পদ্ধতিৰে অৱলোকনৰ চেষ্টা কৰি পাইছো যে তেখেতৰ জন্ম অসময়ত হৈছিল; মানে অনুপযুক্ত যুগত, যিটো যুগৰ গতিধাৰাৰ পৰিপন্থী আছিল তেখেতৰ চিন্তাধাৰা। এশ বছৰৰ আগতে বা এশবছৰৰ পাছত তেখেত জন্মিব লাগিছিল অসমত। কাৰণ, তেখেতৰ ব্যক্তিত্বৰ যুগ-সংযোগী চুম্বকত্ব নাছিল, আছিল শাশ্বত আৰু ধ্ৰুপদী চিন্তনৰ যাদু। নতুন প্ৰজন্মৰ বহুতে বৰকটকীদেৱৰ নামেই হয়তো নাজানে; জনাৰ কথাও নাই। কাৰণ, ছাৰে পৰৱৰ্তী প্ৰজন্মৰ বাবে কোনো 'লিগেছি' এৰি থৈ যোৱা নাই। তেখেত নিজেই আছিল পূৰ্ববৰ্তী প্ৰজন্মৰ সূত্ৰধাৰ। ইংৰাজী সাহিত্যৰ মহৎ ঐতিহ্যৰ সোৱাদ লৈ বেজবৰুৱা, কৃষ্ণকান্ত সন্দিকৈৰ পথেৰে আগবাঢ়ি আহি তেখেত থমকি ৰৈ গৈছিল অসমীয়া ভাষা-সংস্কৃতিৰ আধুনিকতামুখী আলিকেঁকুৰিটোত। তেখেতৰ ৰচনা-ভংগীও উদ্ভাৱনশীল, অভিনৱ আৰু বুদ্ধিদীপ্ত। ভাৱৰ আঁত ধৰাই টান, অনুষংগবোৰ আৰু জটিল। লেখাৰ মাজত যেনেকৈ 'ইৰুডিশ্যন' প্ৰকাশ পাইছিল মিল্টনৰ, তেনেকৈ বৰকটকী ছাৰৰ লেখাতো প্ৰকাশ পাইছিল পুংখানুপুংখ অধ্যয়নৰ জ্যোতি।

সংবাদপ্ৰিয় বৰকটকী ছাৰে পাবলো নেৰুডাৰ দৰে জীৱনৰ শেহলৈকে খবৰ পঢ়িয়েই কটাইছিল। সংখ্যাৰ নহয়, আখৰৰ তথ্যসমৃদ্ধ খবৰৰ বাবে তেখেত আছিল চিৰউদগ্ৰীৱ। অসমীয়া ভাষাৰ শুদ্ধতা আৰু কালিকা বিচাৰিয়েই তেখেতে সাধাৰণতে বাতৰিকাকত চলাথ কৰিছিল। সেইবুলি, লিখিবৰ সময়ত উপযুক্ত অসমীয়া শব্দ

এটা কলমৰ আগত নোলালে ইংৰাজী শব্দেৰে তাৰ জোৰা মাৰিবলৈও তেখেতে কুণ্ঠাবোধ কৰা নাছিল। তেখেতৰ মনত আছিল সদায় এটা ইচ্ছা অতি প্ৰবল, ভবা কথাটো বা পঢ়ি উপলব্ধি হোৱা কথাটো মান্য ভাষাত লিখিব পাৰিব লাগে— যি ভাষাতেই নহওক, সেই ভাষাৰ মান্য আৰু বৌদ্ধিক ৰূপটোহে তেখেতৰ প্ৰিয় আছিল।

অসমীয়া ভাষা-সাহিত্য থাকে মানে, বৌদ্ধিক চিন্তাধাৰাৰ পৰিৱেশ প্ৰশস্ত হৈ থাকে মানে, জ্ঞান আৰু বিদ্যাই সভ্যতাৰ ৰথ টানি লৈ গৈ থাকে মানে, তীক্ষ্ণধী লেখক, মানৱদৰদী ব্যক্তি, অভিজাত অসমীয়া মুনীন বৰকটকীদেৱ চিৰকাল অমৰ হৈ থাকিব।◆◆

৩১/ প্ৰসঙ্গ ঃ মুনীন বৰকটকী

# মুনীন বৰকটকী ঃ সাহিত্য আৰু ঐতিহ্য
## ('অন্তৰ আৰু অন্তৰীক্ষ'ৰ আংশিক আলোচনা)

**প্ৰভাত বৰা**

হলব্ৰুক জেকছনে (Hallbrook Jackson) তেওঁৰ "The Eighteen Nineties" নামৰ গ্ৰন্থখনত "a decade of thousand movements" বুলি আখ্যা দিয়া ঊনবিংশ শতাব্দীৰ অন্তিম দশকটোকে য়ুৰোপত আধুনিকতাৰ প্ৰথম দশক বুলি ক'ব পৰা যায় যদিও ইংলেণ্ডত বিংশ শতাব্দীৰ দ্বিতীয় দশকটোৰহে সেই সন্মান প্ৰাপ্য। ভাৰ্জিনিয়া বুল্‌ফে (Virginia Woolf) প্ৰধানকৈ ১৯১০চনৰ শেষৰ ফালে ৰ'জাৰ ফ্ৰাইৰ (Roger Fry) উদ্যোগত লণ্ডনত অনুষ্ঠিত হোৱা প'ষ্ট্‌- ইম্প্ৰেছনিষ্ট্‌ (Post- Impressionist) ছবিৰ প্ৰদৰ্শনীখনে ইংলেণ্ডৰ বৌদ্ধিক জীৱনক ওলট-পালট কৰা প্ৰভাৱৰ কথা লক্ষ্য কৰিয়ে কৈছিল - "On or about December 1910 human character changed .... . And when human relation shift there is at the same time a change in religion, conduct, politics and literature." নক'লেও হ'ব, তেতিয়াৰ সৰহখিনি অসমীয়া মানুহে সেইবোৰ কথাৰ ভু-কে পোৱা নাছিল আৰু আনকি অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাৰ চিন্তাত বুৰ গৈ থকা মুষ্টিমেয় শিক্ষিত অসমীয়া মানুহখিনিয়ে জোনাকীৰ আধা ছাঁ আধা পোহৰত য়ুৰোপীয় মানৱতাবাদৰ চকাছন্দা ৰূপ এটা প্ৰত্যক্ষ কৰিলেও বেলিৰ পোহৰত পৃথিৱীৰ খলা-বমা বাট-পথ চিনি লোৱাৰ কথা ভাবিবলৈও অৱকাশ পোৱা নাছিল। তথাপি অসমৰ বৌদ্ধিক ইতিহাসত কুৰি শতিকাৰ দ্বিতীয় দশকটোৰ গুৰুত্ব উলাই কৰিব নোৱাৰি। সেই দশকটোতে দুজন কৃতবিদ্য অসমীয়াই – সূৰ্য্য কুমাৰ ভূঞা আৰু বাণীকান্ত কাকতিয়ে – কটন কলেজত অগা-পিছাকৈ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে যোগদান কৰিছিল। প্ৰায় একে সময়তে অসমৰ দুজন কৃতী সন্তানে প্ৰথমবাৰৰ কাৰণে অধ্যাপনাক বৃত্তি হিচাপে গ্ৰহণ কৰা কথাটোৰ গুৰুত্ব আৰু অসমৰ বৌদ্ধিক বিকাশত তাৰ সুদূৰপ্ৰসাৰী প্ৰভাৱক আধুনিক অসমৰ নিৰ্মাণৰ ইতিহাস প্ৰণয়নৰ বেলিকা কোনেও উপেক্ষা কৰিব নোৱাৰে। এওঁলোক দুজনৰ এজন কৃতকৰ্মা সূৰ্য্য কুমাৰ ভূঞা অসমৰ

জাতীয়-চেতনাৰ সৈতে ইতিহাস-চেতনাক সংযুক্ত কৰিবলৈ আৰু আনজন কৃতধী বাণীকান্ত কাকতিয়ে বিজ্ঞানসম্মতভাৱে গৱেষণা কৰি এটা আধুনিক ভাৰতীয় ভাষা হিচাপে অসমীয়া ভাষাৰ মৰ্য্যাদা প্ৰতিষ্ঠিত কৰাৰ লগতে বৃত্তিগত নিষ্ঠাৰে অধ্যয়ন কৰি পাশ্চাত্য সাহিত্যৰ লগত অসমীয়া সাহিত্যৰ সংযোগ অধিক দৃঢ়বদ্ধ কৰিবলৈ তৎপৰ হৈছিল। এজনে কৰিছিল ইতিহাসৰ মাজত সাহিত্যৰ সন্ধান আৰু আনজনে কৰিছিল সাহিত্যৰ মাজত ইতিহাসৰ সন্ধান। দুয়োজনেই নিজস্বভাৱে অসমীয়া জাতীয়-চেতনাৰ লগত এক বৌদ্ধিক মাত্ৰাৰ সংযোগ সাধন কৰিছিল। অসমৰ ইতিহাসত আৰু এটা কাৰণত কুৰি শতিকাৰ দ্বিতীয় দশকটো স্মৰণীয় হৈ ৰ'ব। সূৰ্য্যকুমাৰ-বাণীকান্তৰদ্বাৰা প্ৰদৰ্শিত সাৰস্বত সাধনাৰ পথটো গ্ৰহণ কৰি অসমীয়া সাহিত্যৰ মননশীল দিশটোৰ ব্যাপ্তি সংবৰ্ধিত কৰাত ব্ৰতী হোৱা পিছৰ প্ৰজন্মৰ কেইবাজনো অসমৰ মেধাবী, প্ৰতিভাশালী সন্তানে নিতান্ত কাকতালীয়ভাৱে হ'লেও জন্মগ্ৰহণ কৰিছিল সেই দশকটোতে। সেইসকলৰ মাজত আটাইতকৈ উল্লেখযোগ্য হ'ল — হেম বৰুৱা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা আৰু প্ৰফুল্ল দত্ত গোস্বামী। (দেৱকান্ত বৰুৱা আৰু আব্দুল মালিকৰ কৃতিৰ ক্ষেত্ৰ এইসকলৰ পৰা পৃথক আছিল।) উল্লিখিতসকলৰ সৈতে প্ৰায় একে সময়তে জন্মগ্ৰহণ কৰা মুনীন বৰকটকীৰ মেধা, প্ৰতিভা আৰু অধ্যয়নৰ বিস্তৃতি সিসকলৰ তুলনাত কোনো গুণেই হীন নহ'লেও তেখেতৰ নামটো একে পংক্তিতে উল্লিখিত নোহোৱাৰ সন্দৰ্ভত 'অন্তৰ আৰু অন্তৰীক্ষ'ৰ ভূমিকাত ড° হীৰেন গোহাঁইদেৱে কৰা মন্তব্য এটা উল্লেখ কৰিলোঁ - "খ্যাতি বা স্বীকৃতিৰ প্ৰতি নিৰ্লিপ্ততাৰ বাবেই হওক, অথবা অধ্যৱসায়ৰ অভাৱৰ বাবেই হওক, বৰকটকীয়ে তেনে ধৰণৰ কৃতিত্ব অৰ্জন নকৰিলে। শেষলৈকে তেওঁ এজন gentleman scholar বা 'বিদ্বান ভদ্ৰলোক' হৈয়েই ৰ'ল।" ড° গোহাঁয়ে উল্লেখ কৰা স্বীকৃতিৰ প্ৰতি নিৰ্লিপ্ততা আৰু পাৰিপাৰ্শ্বিক বৌদ্ধিক অনগ্ৰসৰতাৰ উপৰিও মেধা আৰু প্ৰতিভাৰ অনুপাতে বৰকটকীয়ে কৃতিত্ব অৰ্জন নকৰাৰ আন কিছুমান কাৰণো আছে। (স্বীকৃতিৰ প্ৰতি চৰম ঔদাসীন্য সত্ত্বেও ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে নিজা অধ্যয়ন-ক্ষেত্ৰত যথেষ্ট কৃতিত্ব অৰ্জন কৰিছিল।) সূৰ্য্যকুমাৰ ভূঞা আৰু বাণীকান্ত কাকতিৰ দৰে ওপৰত উল্লিখিত চাৰিওজনেই অধ্যাপনাকেই বৃত্তি হিচাপে গ্ৰহণ কৰিছিল। হেম বৰুৱাই সাংসদ হোৱাৰ আগলৈকে মধ্যবয়স পৰ্য্যন্ত কলেজত অধ্যাপনা কৰিছিল। আন তিনিজন মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা আৰু প্ৰফুল্ল দত্ত গোস্বামী আছিল বিশ্ববিদ্যালয়ৰ অধ্যাপক। বিশ্ববিদ্যালয়ত অধ্যাপনা কৰাৰ সূত্ৰে তেখেতসকলে পাইছিল এক নিৰ্দিষ্ট পাঠক-মণ্ডলী। নিৰ্দিষ্ট পাঠক-মণ্ডলীৰ প্ৰয়োজনৰ দাবীয়ে আৰু বিশ্ববিদ্যালয়ৰ চৌহদে তেখেতসকলক

একনিষ্ঠভাৱে সাহিত্য-সাধনাত ব্ৰতী হ'বলৈ উদ্বুদ্ধ কৰাৰ উপৰিও তেখেতসকলৰ কৰ্ম-পদ্ধতিৰ এক অয়ন-বৃত্ত নিৰ্দ্ধাৰণ কৰি দিছিল। অন্যহাতে বিশ্ববিদ্যালয় চৌহদীয় বিষয়-অধ্যয়নৰ পৰিধিৰ বাহিৰত বিচৰণ বিশ্ববিদ্যালয়ৰ প্ৰাতিষ্ঠানিক সংৰক্ষণশীলতাৰদ্বাৰা কিছু নিয়ন্ত্ৰিত হোৱাৰ কাৰণে আধুনিকতাবাদৰ প্ৰতি অধ্যাপকসকলৰ মনোভাৱ কিছু অনুদাৰ হোৱাটো স্বাভাৱিক আছিল। মুনীন বৰকটকী বিশ্ববিদ্যালয়ৰ অধ্যাপক নাছিল। আধুনিকতাবাদক তেখেতে উদাত্তভাৱে.আদৰণি জনাইছিল। ফ্ৰি-লান্‌ছ হিচাপে বৰকটকীৰ চিন্তাপ্ৰবাহ কোনো ধৰণৰ অয়ন-বৃত্তত আবদ্ধ নোহোৱা কাৰণে কেউফালে কোবাই যাওঁতে কেতিয়াবা ই লক্ষ্যস্থানৰ আদ বাটতে বৈ যোৱা যেন লাগে আৰু তেখেতৰ চিন্তাৰ চাকনৈয়াৰ পাক-ঘূৰণিত পাঠকৰো কৰ্ফাল খাই পৰা অৱস্থা হৈছিল। এইবোৰ কাৰণতে অসমীয়া সমালোচনা-সাহিত্যলৈ বিশাল অৱদান আগবঢ়াব পৰা শক্তি তেখেতৰ মাজত সঞ্চিত হৈ থকা সত্ত্বেও পাঠকৰপৰা কাঙ্ক্ষিত সঁহাৰি নোপোৱাত তেখেতৰ জীৱনৰ আটাইতকৈ কৰ্মক্ষম সময়ছোৱাত সমালোচক হিচাপে বৰকটকীয়ে উদ্যম হেৰুৱাই পেলাইছিল।

হেম বৰুৱাতকৈ মুনীন বৰকটকীয়ে আধুনিকতাবাদৰ কিছুমান তাৎপৰ্য্যপূৰ্ণ দিশ বিশেষকৈ ঐতিহ্যৰ গুৰুত্বটোৰ তৎ বেছি ভালকৈ ধৰিব পাৰিছিল। কিন্তু পাশ্চাত্য সাহিত্যৰ কুৰি শতিকাটো অসমীয়া সাহিত্যত প্ৰবৰ্তন কৰাত বৰকটকীয়ে কোনো গুৰুত্বপূৰ্ণ ভূমিকা নল'লে বা ল'ব নোৱাৰিলে। এই ক্ষেত্ৰত অৰ্থাৎ আমাৰ সাহিত্যত আধুনিকতাবাদ উন্মেষিত হোৱাত হেম বৰুৱাৰ ভূমিকাৰ ঐতিহাসিক গুৰুত্ব কোনেও অস্বীকাৰ কৰিব নোৱাৰে। পঞ্চাছৰ দশকলৈকে আমাৰ ইয়াত আধুনিকতাবাদ মানে লেখক-পাঠক উভয়ে আধুনিক কবিতা বুলিয়ে বুজি পাইছিল আৰু আধুনিকতাবাদৰ আলোচনা কবিতাৰ চাৰিবেৰৰ মাজতে আবদ্ধ আছিল। আনকি সৌৰভ চলিহাৰ গল্পও আধুনিকতাবাদৰ আলোচনাত অন্তৰ্ভুক্ত হোৱা নাছিল। 'জয়ন্তী', 'পছোৱা'ৰ কালৰে পৰা হেম বৰুৱাই আধুনিক কবিতা লিখিছিল আৰু 'আধুনিক' কবিতাৰ বিষয়ে পৰিচয়মূলক আলোচনা আগবঢ়াইছিল। অৱশ্যে হেম বৰুৱাৰ অধ্যয়নশীলতাতকৈ তেখেতৰ কোবাল বৰ্ণাঢ্য ব্যক্তিত্বইহে ডেকাচামৰ লেখকসকলক তেখেতৰ কাষ চপাই আনিছিল আৰু আধুনিক অসমীয়া কাব্য-আন্দোলনৰ অন্যতম মূল হোতা হিচাপে তেখেত পৰিগণিত হৈছিল। হেম বৰুৱা 'জয়ন্তী' যুগৰ লেখক হোৱাৰ বিপৰীতে মুনীন বৰকটকী আছিল 'আৱাহন' যুগৰ লেখক। 'আৱাহন'ত তেখেতৰ গল্প প্ৰকাশিত হৈছিল। 'আৱাহন'ত প্ৰকাশিত তেখেতৰ 'কন্‌ফেছন্‌ছ' শীৰ্ষক লেখাটোৰপৰা তেখেতে লৰেন্স, জয়ছ্‌ প্ৰভৃতি আধুনিক লেখকসকলৰ কৰ্মৰাজি নিবিড়ভাৱে পঢ়িছিল বুলি জনা যায়। কিন্তু তেখেতৰ গল্প

পঢ়িলে তেখেতে লৰেন্স-জয়ছৰ সোৱাদ লোৱাৰ উমান মুঠেই পোৱা নাযায়। সেয়ে গল্পকাৰ হিচাপে তেখেতৰ পৰিচয়টো 'আৱাহন যুগৰ গল্পকাৰ' হৈ ৰ'ল। বোধহয় তেখেতৰ এই পৰিচয়টোৰ কাৰণেও কবিতাকেন্দ্ৰিক অসমীয়া আধুনিকতাবাদৰ উপাসকসকলক তেখেতে বেছি আকৰ্ষণ কৰিব পৰা নাছিল। অথচ বৰকটকীয়েই ১৯৪০ চনতে 'আৱাহন'ত প্ৰকাশিত 'কনফেছন্‌ছ'ত অসমীয়া সাহিত্যলৈ আধুনিকতাবাদৰ পছোৱা অহাত পলম হোৱা কাৰণে খেদ প্ৰকাশ কৰিছিল। 'কন্‌ফেছন্‌ছ'ত লক্ষিত হোৱা বৰকটকীৰ অধ্যয়ন-বিস্তৃতিয়ে পাঠক-সমাজত ব্যাপ্তি লাভ কৰা হ'লে নিশ্চয় অসমীয়া সাহিত্য লাভবান হ'লহেঁতেন। অৱশ্যে 'কন্‌ফেছন্‌ছ'ৰ লঘু নিবন্ধীয়া সুৰটোৱে তেখেতৰ চিন্তাৰ গভীৰতাত প্ৰৱেশ কৰাত পাঠকক বাট আগচি ধৰিছিল। লঘু নিবন্ধৰ সন্দৰ্ভত ড° গোহাঁয়ে সঠিকভাৱেই সকীয়নি দিছে - "যি সাহিত্যত সুশৃংখল চিন্তা আৰু প্ৰণালীবদ্ধ যুক্তি-যোজনাৰে সমৃদ্ধ ৰচনা বিৰল, তাত লঘু নিবন্ধই তেনেধৰণৰ চিন্তাৰ লেকামৰপৰা মুক্ত হৈ স্বৈৰাচাৰত লিপ্ত হ'ব পাৰে, আৰু তাৰ ফলত আনকি পাঠকক বা সমাজক উপকাৰ কৰিব পৰা মননশীল ৰচনা লুপ্তই হৈ যাব পাৰে।" লঘু ৰসৰ নিবন্ধৰ প্ৰতি বৰকটকীৰ পক্ষপাতিত্ব তেখেতৰ স্বভাৱৰ পৰিহাস-প্ৰীতিকে প্ৰকাশ কৰে। তেখেতক দুই-এবাৰ লগ পাওঁতেও তেখেতৰ অন্তৰ্মুখী ব্যক্তিত্বৰ এই তল-সুঁতীয়া পৰিহাস-প্ৰীতি লক্ষ্য কৰিছিলোঁ।

'কন্‌ফেছন্‌ছ'ত ইংৰাজী সাহিত্যৰ আধুনিক যুগটোৰ বিভিন্ন দিশৰ সম্পৰ্কে আলোচনা কৰাৰ উপৰিও বৰকটকীয়ে কনৰাড্, ছিনক্লেয়াৰ লিৱিছ্ প্ৰভৃতিৰ সাহিত্য-কৰ্মৰ সম্পৰ্কে সুকীয়া প্ৰবন্ধ লিখি পাশ্চাত্য সাহিত্যৰ লগত অসমীয়া পাঠক সমাজৰ যোগসূত্ৰ স্থাপন কৰিবলৈ তৎপৰ হোৱাটো লক্ষ্য কৰিবলগীয়া। কিন্তু পঞ্চাছৰ দশকত আধুনিকতাৰ ধামখুমীয়াত বৰকটকীৰ সুদূৰ-প্ৰসাৰী চিন্তাই গুৰুত্ব নাপালে। সেই সময়ত বৰকটকীৰ সজাগতাৰ প্ৰতি লেখকসকলে আৰু পাঠকসমাজে সঁহাৰি জনাব পৰা হ'লে পঞ্চাছৰ দশকৰ কিছুমান বিভ্ৰান্তিৰপৰা আমাৰ সাহিত্যই হাত সাৰিব পাৰিলেহেঁতেন। তেখেতৰ প্ৰতি পঞ্চাছৰ দশকৰ সাহিত্যিকসকল চূড়ান্তভাৱে নিৰ্বিকাৰ হোৱা সত্ত্বেও তেওঁলোকৰ প্ৰতি বৰকটকীৰ কোনো অনুযোগ নাছিল। বৰঞ্চ ১৯৭৪ চনত অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ আলোচনা-চক্ৰৰ সভাপতিৰূপে দিয়া ভাষণত তেখেতে ঐতিহ্যমুখিতা নাকচ কৰা পঞ্চাছৰ দশকৰ সাহিত্যিকসকলৰ প্ৰতি যথেষ্ট উদাত্তভাৱে সহানুভূতি প্ৰকাশ কৰিছে — "......... এই (ঐতিহ্যৰ পিনে ঢাল খোৱা) প্ৰৱণতাৰ প্ৰতি ওলোটা প্ৰতিক্ৰিয়াৰূপেই নেকি 'ৰামধেনু', 'পছোৱা' যুগৰ পৰা আমাৰ সাহিত্য ক্ৰমাৎ কল্পনাবিলাসী, অনুভূতি প্ৰৱণ, নান্দনিক সাহিত্যসেৱীসকলৰ আধিপত্যৰ পৰা মুকলি

হৈ, মেধাৱী, বৌদ্ধিক-উচ্চশিক্ষিত বঙালী আৰু বিদেশী সাহিত্যৰ প্ৰভাৱপুষ্ট এচাম অধ্যাপক-বুদ্ধিজীৱী সাহিত্যিকৰ দখললৈ আহিল আৰু তেওঁলোকে ঐতিহ্যৰ সৈতে পৰাপক্ষত সন্ধি কৰাৰ আৱশ্যকতা নেদেখা হ'ল। (অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতা)" ঐতিহ্যমুখিতাক বৰকটকীয়ে নাকচ কৰিলেও ঐতিহ্য-বিচ্ছিন্ন আধুনিকতাবাদক গ্ৰহণ কৰা নাই। তেখেতে কৈছে – "সুখৰ বিষয়, সমকালীন অসমীয়া সাহিত্যত এনে কেইবাগৰাকীও কবি, কথা-সাহিত্যিক-শিল্পীৰ আবিৰ্ভাব হৈছে, যিসকল ঐতিহ্যৰ গুৰুত্ব আৰু তাৎপৰ্য্য সম্পৰ্কে যেনেকৈ সম্পূৰ্ণ অৱহিত, তেনেকৈ ভাৱে-ভাষাই মানসিক গাঁথনি আৰু প্ৰৱণতাও প্ৰকৃতাৰ্থত আধুনিক।" (অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতা) ড° গোহাঁয়ে 'অন্তৰ আৰু অন্তৰীক্ষ'ৰ ভূমিকাত বৰকটকীৰ ঐতিহ্য-ধাৰণাৰ বিষয়ে সুবিস্তৃতভাৱে আলোচনা কৰিছে। এই বিষয়ে আৰু নতুনকৈ কিবা ক'বলৈ আছে বুলি নাভাবোঁ। ইয়াত মই অন্য দুই এটা কথালৈহে আঙুলিয়াই দিব বিচাৰিছোঁ। এলিয়টৰ Tradition and Individual Talent (1919) প্ৰকাশিত হোৱাৰ পাছৰেপৰা কুৰি শতিকাৰ প্ৰথমাৰ্ধৰ ইঙ্-মাৰ্কিন্ সাহিত্য-সমালোচনাত ঐতিহ্যই কেন্দ্ৰীয় গুৰুত্ব লাভ কৰিছিল। আমাৰ চল্লিছ-পঞ্চাছৰ দশকৰ সাহিত্য-সমালোচকসকলে এলিয়টকে গুৰু বুলি গ্ৰহণ কৰিলেও আধুনিকতাবাদৰ লগত ঐতিহ্যৰ সম্পৰ্কৰ গুৰুত্বৰ বিষয়ে মুঠেই অৱহিত নাছিল। বৰঞ্চ তেওঁলোক ঐতিহ্যৰ লগত আধুনিকতাবাদৰ হোকা-পানী বন্ধ কৰাৰ পক্ষেহে আছিল যেন লাগে। অকল আমাৰ ইয়াতেই নহয়, পাশ্চাত্য সাহিত্যৰ জগততো এনে ধৰণৰ সমস্যা উদ্ভৱ নোহোৱাকৈ থকা নাছিল। ফৰাছী কবি ৰ্‍্যাবোয়ে (Rimbard) 'চূড়ান্তভাৱে আধুনিক' (absolument moderne) হোৱাৰ আৱশ্যকতা ঘোষণা কৰিছিল। এই প্ৰসংগত Richard Ellman আৰু Charles Feidelson এ সম্পাদনা কৰা 'The Modern Tradition : Background of Literature'(1965) গ্ৰন্থখন পল্ ডি মানে (Paul de Man) কৰা সমালোচনাৰপৰা কিয়দ্যংশ উদ্ধৃত কৰিলোঁ – The various appeals for modernity recurrent throughout the nineteenth and the twentieth century very deliberately set out to demolish tradition to replace the literary past by actual experience; .... That such new departures are often short-lived or illusory should not blind us to the fact that they do nevertheless occur. It is all too easy to point to apparent repetitions in the history of the human mind for proof that there is nothing new under the sun, but

this can only be done by confusing tradition with the common place and by mistaking the stagnation of one's own mind for the stagnation of history." (What is Modern?) সুতৰাং আধুনিকতাবাদ আৰু ঐতিহ্যৰ সম্পৰ্কত আমাৰ সমালোচকসকল বিভ্ৰান্ত হোৱাত আচৰিত হ'বলগীয়া নাই। বৰকটকীয়ে আমাৰ সাহিত্যত ঐতিহ্য আৰু আধুনিকতাবাদৰ সমস্যাটো উল্লেখ কৰিছে এইদৰে – "মোৰ বোধেৰে ঐতিহ্য আধুনিকতাৰ যি সমস্যাৰ কথা আমাৰ মনত খেলাইছে সেইটো আচলতে এই সম্পূৰ্ণ ঐতিহ্য-উপেক্ষা আৰু সম্পূৰ্ণ আধুনিকতা গ্ৰহণৰ দোমোজা বা ডাইলেমাহে। অৰ্থাৎ ই মূলতঃ ঐতিহ্য আধুনিকতাৰ সংঘাত আৰু আঁতৰে আঁতৰে থকাৰ সমস্যা।" (অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতা)। ঐতিহ্য আৰু আধুনিকতা আঁতৰে আঁতৰে থকাৰ সমস্যাটোৰ প্ৰসংগত মুখ বাগৰি অহা কথা এটালৈ মনত পৰিছে। আমাৰ বিশ্ববিদ্যালয় এখনৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপকৰ পদটোৰ বাবে হোৱা সাক্ষাৎকাৰ এটাত আধুনিক অসমীয়া কাব্য-আন্দোলনৰ লগত বিশেষ ভাবে জড়িত প্ৰাৰ্থী এগৰাকীক সাক্ষাৎকাৰ সমিতিৰ এজন বিদ্বান ঐতিহ্যমুখী সদস্যই কটাক্ষ কৰি ক'লে - "আপোনাক বোধহয় প্ৰাচীন অসমীয়া সাহিত্যৰ সম্পৰ্কে সুধিলে আপুনি চাগৈ একো ক'ব নোৱাৰিব।" প্ৰাৰ্থীজনেও হেনো টপৰাই উত্তৰ দিলে – "হয়। যেনেকৈ আপোনাক আধুনিক অসমীয়া সাহিত্যৰ সম্পৰ্কে সুধিলে আপুনি একো ক'ব নোৱাৰিব।" এনে ধৰণৰ উখনা-উখনি প্ৰকৃততে ঘটিছিল নে নাই সেই সম্পৰ্কে নিশ্চিত নহ'লেও এটা কথা ঠিক যে ইয়াৰ মাজেদি অসমীয়া সাহিত্যত ঐতিহ্য আৰু আধুনিকতাৰ দ্বন্দ্বটো পৰিস্ফুট হৈ পৰিছে।

ঐতিহ্য আৰু আধুনিকতাৰ দ্বন্দ্ব/সম্পৰ্কৰ স্বৰূপটো পাশ্চাত্যৰ সাহিত্যৰ বেলিকা যিমান জটিল, তাতকৈ বহুত বেছি জটিল আমাৰ সাহিত্যৰ বেলিকা। পাশ্চাত্যত সাহিত্যৰ ঐতিহ্যৰ যি ধাৰাবাহিকতা লক্ষ্য কৰা যায, আমাৰ সাহিত্যত ঐতিহ্যৰ সেই ধাৰাবাহিকতা নাই। পশ্চিমত আধুনিকতাবাদ শিল্পায়নৰ সৃষ্টি। আমাৰ ইয়াত আধুনিকতা হ'ল পশ্চিমৰ অনুসৰণ। ঔপনিবেশিক শাসন প্ৰবৰ্তিত হোৱাৰ পাছৰেপৰা আমাৰ সাহিত্যৰ ইতিহাস প্ৰকৃততে ঐতিহ্য-বিসৰ্জনৰ ইতিহাসত পৰিণত হোৱা বুলি ক'ব পাৰি। পশ্চিমত আধুনিকতাবাদ হ'ল আধুনিকতাৰ বিৰুদ্ধে হোৱা প্ৰতিক্ৰিয়া। 'Tradition and Individual Talent' অত এলিয়টে আধুনিক সভ্যতাৰূপী পাষণ্ডক মৰ্দন কৰাৰ উদ্দেশ্যেই ঐতিহ্যৰ শৰণ লৈছে। এলিয়টৰ মতে প্ৰত্যেক নতুন সাহিত্যকৰ্মতে ঐতিহ্যৰ ৰূপান্তৰ ঘটে, অৰ্থাৎ ঐতিহ্য স্থানুধৰ্মী নহয়। এলিয়টে আশ্ৰয় গ্ৰহণ কৰা আধ্যাত্মিকতাৰো এক ধৰণৰ জীৱনমুখী গতিশীলতা আছিল।

জীৱনৰ সিটো পাৰত আৰম্ভ হোৱা আমাৰ আধ্যাত্মিকতাৰ তেনে ধৰণৰ গতিশীলতা আছে বুলি মনে নধৰে। ঐতিহ্যমুখিতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিয়েই আমাৰ সাহিত্যিকসকলে আধুনিকতাবাদক পশ্চিমৰপৰা আমদানি কৰি আনিলে, শাহটো অৱশ্যে তাতে থাকি আহিলে। আৰু এটা কথা, পশ্চিমৰ পৰা সুৱাগুৰি তুলি বৰঘৰলৈ আদৰি অনা আধুনিকতাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হয়েবা কেনেকৈ? সেয়ে পশ্চিমৰ আধুনিকতাবাদ আধুনিকতাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হোৱাৰ বিপৰীতে আমাৰ ইয়াত আধুনিকতাবাদ আধুনিকতাৰে প্ৰতিশব্দত পৰিণত হ'ল। বৰকটকীয়ে যি সময়ৰ আধুনিকতাবাদৰ কথা কৈছে, সেই সময়ত আমাৰ ইয়াত আধুনিকতাই কদৰ্য্য ৰূপটো ধাৰণ কৰাও নাছিল। সেই কাৰণেই বোধহয় আমাৰ আধুনিকতাবাদৰ প্ৰবক্তাসকলৰ মনলৈ ঐতিহ্যৰ চিন্তা নাহিলেই। আনহাতে পশ্চিমৰ পৰা আমদানি কৰি অনা আধুনিকতাবাদত আমাৰ ঐতিহ্য জীণ নোযোৱাটোৱেই স্বাভাৱিক।

আমাৰ মনোজগতত ঐতিহ্যৰ মুচুকুন্দ-নিদ্ৰা ভঙ্গৰ বৃথা চেষ্টা কৰাৰ সলনি কাল-যৱনৰ আধিপত্যক স্বীকাৰ কৰিয়েই বৰকটকীয়ে 'অসমীয়া মাত-কথাৰে বিশ্বৰ ঐতিহ্যৰ পৰিপুষ্ট সাৰ্বজনীন আধুনিক অসমীয়া সাহিত্য সৃষ্টি' কৰিবলৈ আহ্বান জনাইছে। বিশ্বৰ ঐতিহ্য মানে বৰকটকীয়ে য়ুৰোপীয় ঐতিহ্যকে বুজাইছে। কিন্তু কথা হ'ল, সম্প্ৰতি অৰ্থনৈতিক, সাংস্কৃতিক সকলো ক্ষেত্ৰতে বিশ্বায়ন অৰ্থাৎ মাৰ্কিন সম্প্ৰসাৰণবাদৰ খুন্দাত খোদ য়ুৰোপতে য়ুৰোপীয় ঐতিহ্য বিপৰ্য্যস্ত। এই বিশ্বায়নৰ খুন্দাৰ কোবত আধুনিকতাৰ আচল ৰূপটোৰ লগত আমাৰো পৰিচয় ভালকৈ ঘটাই নহয়, অৱস্থাও হৈছে ত্ৰাহি মধুসূধন। আমাৰ সাহিত্য-সংস্কৃতিক ইয়াৰপৰা পৰিত্ৰাণৰ পথ য়ুৰোপীয় ঐতিহ্যই দিব পাৰিবনে? আমি নিজেই নিজৰ পথ নিৰ্দ্ধাৰণ কৰাৰ বাহিৰে উপায়ান্তৰ নাই। মই ভাবোঁ, আমি য়ুৰোপৰপৰা সিমানখিনি লোৱাই যুগুত, যিমানখিনি লাটিন আমেৰিকাৰ সাহিত্যিকসকলে গ্ৰহণ কৰি তাক খিলঞ্জীয়া 'ইণ্ডিয়ান' সংস্কৃতিৰ আধাৰত আঁউটাই লৈ এক স্বতন্ত্ৰীয়া সাহিত্যধাৰা সৃষ্টি কৰিছে আৰু আনকি বাস্তৱৰো নিজাকৈ সংজ্ঞা নিৰূপণ কৰি লৈছে। মোৰ ধাৰণা, এলিয়টীয় আধুনিকতাবাদৰ আৱৰ্তৰ বাহিৰত থাকি নীলমণি ফুকনে ঔপনিবেশিক শাসনেও বিধ্বস্ত কৰিব নোৱাৰা আমাৰ লোক-কৃষ্টিৰ মাজত অচ্যুত হৈ ৰোৱা ঐতিহ্যৰ সূতলাহিকেপৰা আঁত চন্দিয়াই তাক আধুনিক মানুহৰ ভাষাৰ লগত গ্ৰথিত কৰি যি নতুন কাব্য-ভংগী সৃষ্টি কৰিছে, তাৰ মাজতে আমাৰ নতুন সাহিত্যিকসকলে নিজাকৈ সাহিত্যৰ ভাষা এটা তৈয়াৰ কৰি লোৱাৰ বাট বিচাৰি ল'ব পাৰিব। আমাৰ জনজাতীয় কৃষ্টিসমূহৰ মাজতো সৃষ্টি-সমল খুন্দ খাই আছে। আমাৰ নতুন সাহিত্যিকসকলে সিবোৰক উদ্‌ঘাটন কৰাৰ কৌশল আয়ত্ত

কৰিবলৈ শিকিলে অসমীয়া সাহিত্য আপোন কান্তিৰে উজ্জ্বল হৈ বৰকটকীয়ে বিচৰা ধৰণে সাৰ্বজনীন সাহিত্যত পৰিণত হ'ব।

'অসমীয়া সাহিত্য ঃ ঐতিহ্য আৰু আধুনিকতাৰ সমস্যা'ৰ সামৰণিৰফালে অসমীয়া সাহিত্যত ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয় স্থাপনৰ ওপৰত গুৰুত্ব দি বৰকটকীয়ে তাৎপৰ্য্যপূৰ্ণভাৱে কৈছে, "আমাৰ দৃষ্টি সদায় উন্মুক্ত আকাশ আৰু বিপুল পৃথিৱীৰ পিনে নিবদ্ধ থাকিলে অসমীয়া সাহিত্যৰ ঐতিহ্য আৰু আধুনিকতাৰ সমস্যা লৈ বিতত-বোধ কৰাতকৈ কেনেকৈ সেই সমস্যাসমূহ অসমীয়া সাহিত্যৰ সমুখত ওলাই থকা সমস্যা হিচাপে আগুৱাব পাৰি, সেইটোহে মন কৰিবলগীয়া আৰু সম্ভাৱনাৰ বাস্তৱতালৈ ৰূপায়িত কৰাৰ আটাইতকৈ উত্তম পন্থা হ'ব ঐতিহ্য আৰু আধুনিকতাৰ মাজৰ এটা সন্তোষজনক equilibrium সমানুপাত তথা balance-বা ভাৰসাম্য বিচাৰি লোৱা।" বিশ্বসাহিত্যৰ অন্তৰীক্ষত বিচৰণ কৰিও অন্তৰখন তেখেতে অসমীয়া সাহিত্যত থাপি ৰাখিছিল কাৰণেই অসমীয়া সাহিত্যৰ ভৱিষ্যৎ লৈ তেখেতৰ এই উদ্বিগ্নতা। ড° গোহাঁয়ে গ্ৰন্থখনক 'অন্তৰ আৰু অন্তৰীক্ষ' নামকৰণ কৰি এই ব্যতিক্ৰমধৰ্মী পণ্ডিত-সমালোচক জনলৈ শ্ৰদ্ধাঞ্জলি যাচিছে আৰু আমাকো মনত পেলাই দিছে ৱৰ্ডছ্বৰ্থৰ The Skylark কবিতাটোৰ সেই প্ৰসিদ্ধ শাৰী দুটালৈ –

"..... while the wings aspire, are heart and eye
Both with thy nest upon the dewy ground?" ◆◆

# বিভিন্নজনৰ দৃষ্টিত উদ্ভাসিত অসমীয়া বিদ্বৎ সমাজত স্বতন্ত্ৰ সম্ৰাট ঃ মুনীন বৰকটকী

প্ৰীতি বৰুৱা

অসমৰ বৌদ্ধিক জগতৰ এক ব্যতিক্ৰমী প্ৰতিভা স্বৰ্গীয় মুনীন বৰকটকী। স্বচ্ছ প্ৰজ্ঞাদৃষ্টিৰে উজ্জ্বল এইগৰাকী ব্যক্তিয়ে জীৱনকালত অপূৰ্ব ৰচনা সম্ভাৰ সৃষ্টি কৰি গ'ল। সেইবোৰ থুপাই গ্ৰন্থ প্ৰকাশৰ কোনো উদ্যম নল'লে। তেখেতক নিজৰ বৌদ্ধিক স্তৰৰ চিন্তা আৰু অধ্যয়নেৰে পুষ্ট কৰি বিৰল আনন্দ লাভ কৰাৰ সাধনা কৰা সাধক যেন লাগে। নিচেই কম বয়সৰপৰাই বৰকটকী আছিল বিভিন্ন বিষয়ৰ গ্ৰন্থ অধ্যয়ন কৰা লোক; গ্ৰন্থ অধ্যায়ন তেখেতৰ মজ্জাগত হৈ পৰিছিল। অনুৰাগ কেৱল অধ্যয়নতে নাছিল; সংগীত, নাটক, কথাছবি আদিৰ প্ৰতিও অনুৰক্ত আছিল। পিতৃৰ লগত কলিকতাত থাকি পঢ়াৰ সময়তে বৰকটকীয়ে সংস্কৃতিৰ সকলো দিশৰ সম্ভাৰেৰে নিজকে পুষ্ট কৰিছিল। এইবোৰ কথা 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী' নামৰ গ্ৰন্থখনত কলিকতাৰ একেটা ঘৰতে থাকি বিশ্ববিদ্যালয়ত পঢ়া স্বৰ্গীয় অধ্যাপক সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মাদেৱৰ 'ভাইটিৰ বিষয়ে' নামৰ লেখাটোত উল্লেখ কৰিছে।

তেখেতে আৰু মন্তব্য কৰিছে যে "মুনীন বৰকটকী চিন্তাশীল শ্ৰেণীৰ (contemplative) মানুহ আছিল। কিন্তু মাতে-কথাই, চকুৰে-মুখে মাধুৰ্য্য আছিল। কঠোৰতা অলপো নাছিল। সেইকাৰণে মানুহ তেওঁৰ ফালে আকৃষ্ট হৈছিল- এখন ভাল কিতাপলৈ যিদৰে হয়।" শৰ্মাদেৱৰ এই তুলনামূলক বাক্যষাৰ সু-প্ৰযোজ্য। তেখেতে সমালোচক মুনীন বৰকটকী সম্পৰ্কত আৰু এটা কথা কৈছে যে সমালোচকৰ গাত উদাৰতা, নিৰপেক্ষতা আৰু ৰসগ্ৰাহিতা — এই গুণকেইটা থাকিব লাগে। আৰু এই গুণবোৰ গছত গুটি লগাদি নালাগে। "মুনীন বৰকটকীৰ পিতৃদেৱ স্বৰ্গীয় দুৰ্গাধৰ বৰকটকীৰ অসমীয়া সাহিত্যলৈ থকা শ্ৰদ্ধা আৰু মহানগৰীৰ (কলিকতা) শুভ্ৰ পৰিবেশ — এই দুয়োটা কথাই মুনীন বৰকটকীক সাহিত্যিক জীৱনত শক্তি দিছিল।" আৰু এটা গুৰুত্বপূৰ্ণ কথাও তেখেতে কৈছে — "তেওঁৰ ৰচনা ৰসাল, কিন্তু তাক বুজিবলৈ পাঠকৰ কিছু ক্ষমতাও লাগে।" এই শ্ৰদ্ধাঞ্জলিত বৰকটকীৰ স্কুলীয়া কালৰ আৰু

আই.এ.শ্ৰেণীৰ শিক্ষক শৰ্মা ডাঙৰীয়াই তেওঁৰ চৰিত্ৰগুণ আৰু মেধাৰ চমু কথাতে সুন্দৰ পৰিচয় দিছে।

প্ৰয়াত সাহিত্যিক-সাংবাদিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই কৈছে "মুনীন বৰকটকীৰ অধ্যয়নৰ ব্যাপ্তি বিশাল, কিন্তু সেই অনুপাতে ৰচনাৰ সংখ্যা তাকৰ। কিয় তেখেতে ইমান কম লিখিলে, সেই কথা কল্পনা কৰা জটিল। তেওঁৰ জীৱনৰ সৰহভাগ নীৰৱতা, অলপহে মাথোন সৰৱতা। ... কিন্তু বুকু ডাঠি ক'ব নোৱাৰিলেও মুনীন বৰকটকীয়ে ত্ৰিশৰ দশকতে নিৰীক্ষক আৰু গল্পলেখক হৈছিল আৰু এইদৰেই সাৰ্থক আধুনিকতাৰ বাহক হৈ পৰিছিল।"

ভট্টাচাৰ্য্যই আৰু এটা কথা কৈছে যে মুনীন বৰকটকীয়ে ব্যাপক অধ্যয়নৰ উপৰি অসমীয়া সাহিত্যৰ স্বৰূপ যিদৰে বুজিবৰ প্ৰয়াস কৰিছিল। সেইদৰে অধ্যয়নৰদ্বাৰা তেওঁ পচিশীয়া আৰ্হিত অসমীয়া মানুহৰ জীৱনী ৰচনাৰো প্ৰয়াস কৰিছিল। পিছে বৰকটকীয়ে নিজে স্বীকাৰ কৰিছে ......... কিন্তু নোৱাৰিলোঁ। পূৰ্ব সংস্কাৰেই হওক কিম্বা অন্তৰ্নিহিত শ্ৰেণী-চেতনাৰ দোষতেই হওক, স্বৰ্গীয় বেণুধৰ শৰ্মাৰপৰা স্বৰ্গীয় মাধৱ বেজবৰুৱালৈকে কেইবাগৰাকীও ব্যক্তিৰ জীৱন অধ্যয়নত মানুহকিজনৰ দুৰ্বলতা বা গুপুত সত্যবোধৰ ওপৰত আঙুলি থৈ সমাজক ৰিঙিয়াই ক'ব নোৱাৰিলো – "এয়া চাওক, আমাৰ আদৰ্শনীয় নায়কসকলৰ ওপৰখিনিহে বা গা-গছডালহে কলোচাচৰ লেখীয়া, তলডোখৰ ঢিলা, পলসুৱা মাটিৰে সজা মূৰ্ত্তিৰ দৰে দুৰ্ব্বল, অকামিলা।" এনে আত্ম-সমালোচনাও আমাৰ সাহিত্যত বিৰল। বৰকটকীয়ে নিৰ্মমভাৱে আত্ম-বিশ্লেষণ কৰি যিখিনি কথা কৈছে, সেইবিষয়ে ভট্টাচাৰ্য্যই প্ৰশ্ন কৰিছে, যে জীৱনীলেখক নিৰ্মম আৰু সত্যাশ্ৰয়ী হোৱা ভাল। কিন্তু মানুহৰ অস্তিত্বৰ সত্যতকৈ ব্যাৱহাৰিক সত্য জানো ডাঙৰ? ..... আচল কথা অসমীয়াৰ অস্তিত্বৰ সত্যটো ব্যক্তিগত সত্যৰপৰা বিচ্ছিন্নকৈ চোৱা অকল বৰকটকীৰ পক্ষেই নহয়, আমাৰ বহুতৰে পক্ষেই বোধহয় সম্ভৱ নহয়। লিখিব খোজাহেঁতেন বৰকটকীয়ে নিশ্চয় আমাৰ বহু বীৰ আৰু নেতাৰ জীৱনৰ স্খলন, দোষণীয় প্ৰবৃত্তি আৰু যদি আছিল, তেনেহ'লে জীৱনৰ অসৎ কাম উদঙাই দিব পাৰিলেহেঁতেন। মুনীন বৰকটকীয়ে নিশ্চয় অসমীয়া জাতিৰ উত্তৰণত সহায়ক হ'ব বুলিহে দোষ এৰি গুণবোৰ দাঙি ধৰিছে। জাতিৰ মঙ্গলৰ চিন্তাতেই নিশ্চয় তেখেতে এনে পন্থা লৈছিল।

অতি আন্তৰিক শ্ৰদ্ধা আৰু দেশৰ মঙ্গলৰ প্ৰতি দৃষ্টি ৰাখি কিদৰে বৰকটকীয়ে সমসাময়িক মধ্য কুৰি শতিকাৰ 'বিস্মৃত' অথচ 'ব্যতিক্ৰমী' লোকসকলৰ, যেনে সাহিত্যিকসকল, প্ৰাচীন আৰু বিশ্বসাহিত্যৰ বিষয়ত পণ্ডিত ব্যক্তিসকল, স্বদেশ প্ৰেমিক ৰাজনীতিক, সাংবাদিক আদি প্ৰতিভাবান অসম সন্তানৰ এটি তালিকা প্ৰস্তুত কৰি তেখেতসকলৰ ব্যতিক্ৰমী সত্তাৰ পৰিচয় অতি নিষ্ঠাৰে যে ভৱিষ্যত পুৰুষলৈ থৈ

গৈছে, ভট্টাচাৰ্য্যদেৱে সেই কথাৰ প্ৰশংসা কৰিছে।

সমসাময়িক সমাজখনৰ বিশিষ্ট ব্যক্তিসকলক সমসাময়িক লেখকসকলে বিভিন্ন দৃষ্টিকোণৰপৰা নিৰীক্ষণ কৰে। বৰকটকীৰ দৃষ্টিকোণৰ, সুকীয়া বৈশিষ্ট্য নানা প্ৰসঙ্গৰ আলোচনাত অনন্যৰূপত প্ৰকাশ হৈছে আৰু সি যে নতুনচামক আকৃষ্ট কৰিব পৰাকৈ হৈছে, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ আধুনিক দৃষ্টিয়ে ফঁহিয়াই দেখুৱাইছে।

ড° হীৰেন গোঁহাইৰ প্ৰবন্ধটোত বৰকটকীদেৱৰ এক সুন্দৰ সংস্কৃত আভিজাত্য আৰু বিৰল ব্যক্তিত্বৰ ছবি এখন ঘনিষ্ঠ হৈ উঠিছে। বৰকটকীদেৱে চল্লিশৰ দশকত যোৰহাটৰ এদল আধুনিক চিন্তা-চৰ্চাৰ প্ৰতি হাবিয়াস থকা হাইস্কুলৰ ওপৰশ্ৰেণীৰ ছাত্ৰৰ মাজত কিদৰে আধুনিক কবিতাৰ মৰ্ম বুজিবলৈ ইংৰাজী সাহিত্যৰ বিখ্যাত কবিসকলৰ সন্ধান দি পুৰণি পৰম্পৰাৰ পৰা আঁতৰি আহি নতুন কবিতাৰ অনুশীলনৰ বাবে উদগনি দিছিল, সেই কথালৈ আঙুলিয়াই দিছে। ইংলেণ্ডৰ কবিয়েই নহয, বঙ্গদেশৰ সেই সময়ৰ আধুনিক কবিসকলৰ কবিতাৰ চৰ্চা কৰিবলৈকো পৰামৰ্শ দিছিল। কেৱল সেয়ে নহয, বৰকটকীয়ে নাটকৰ প্ৰতি থকা উৎসাহৰ বাবে নাট্যকলাৰ বিকাশৰ বিষয়েও জনাবলৈ ভাল পাইছিল। অসমৰ যুৱ সমাজত চল্লিশৰ আধুনিক চিন্তা-চৰ্চাৰ বন্থখিনি বিকাশ অমূল্য বৰুৱাকে ধৰি কেইবাজনো কবি-সাহিত্যিকৰ মাজত সঞ্জীৱিত কৰাত বৰকটকী এগৰাকী পুৰোধা ব্যক্তি আছিল।

বৰকটকীৰ থিয়েটাৰৰ প্ৰতি অনুৰাগ বৰ প্ৰবল আছিল। কলিকতাত থকা কালত বিশিষ্ট অভিনেতাসকল থকা বিখ্যাত ছবি তেখেতে যেনেতেনে চাইছিলগৈ। সেই অভ্যাস তেখেতৰ স্বাস্থ্য ভালে থকালৈকে আছিল। বৰকটকীদেৱৰ তন্নতন্নকৈ বাতৰিকাকত পঢ়াৰ লগতে নিয়মীয়াকৈ সময়ৰ হেৰফেৰ নোহোৱাকৈ পুথিভঁৰাললৈ গৈ কেইবাঘন্টাও ধৰি পঢ়াশুনা কৰাৰ অভ্যাস আছিল। শেষ সময়ত অসুস্থ হৈ পৰাত তেখেতে আটাইতকৈ মানসিক কষ্ট পাইছিল পঢ়াশুনা কৰিব নোৱাৰাত। তেখেতে নবীন লেখকসকলক বৰ আন্তৰিকতাৰে উৎসাহ দিছিল, নিজৰ উদ্যোগতে তেওঁলোকৰ বিষয়ে লিখিছিলেও। লগ পালে কৈছিলো।

'বিস্মৃত ব্যতিক্ৰম'ত সন্নিৱিষ্ট লেখাসমূহ সম্পৰ্কে ড° গোঁহায়ে এই প্ৰবন্ধবিলাকত বৰকটকীয়ে যিসকল ব্যতিক্ৰমী চৰিত্ৰ আৰু কৰ্মৰ মানুহক মানুহে কিদৰে পাহৰি গৈছে তাকে আঙুলিয়াই সেইসকলৰ সঠিক মূল্যায়ন কৰি জাতীয় জীৱন আৰু সংস্কৃতিত তেওঁলোকৰ অৰিহণাৰ কথা সোঁৱৰাই দিছে।

ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই বৰকটকীদেৱৰ 'বিস্মৃত ব্যতিক্ৰম'ক এক নতুন ৰূপৰ, নতুন আয়তনৰ বুৰঞ্জী সাহিত্যৰ নিদৰ্শন বুলি কৈছে। বৰকটকী যে আবাহন যুগৰ এগৰাকী সফল গল্পকাৰ, তাৰ বিস্তৃত পৰিচয়ো দাঙি ধৰিছে। পাছলৈ গল্প লিখিবলৈ

এৰিলেও আৱাহনত প্ৰকাশিত গল্পকেইটি এতিয়াও বাটকটীয়া গল্পৰ শাৰীতে থাকিব। বিশেষকৈ বীণা, বিদ্ৰোহী, জয় নে পৰাজয়, পাপ নে ভুল আদি গল্পকেইটি প্ৰকাশভঙ্গী আৰু বাস্তৱতাৰ দৃষ্টিৰে এতিয়াও উল্লেখযোগ্য। জয়ন্তীতো গল্প লিখিছিল। জীৱিতকালত শেষৰফালে সকলোৰে অনুৰোধত নিজাববীয়াকৈয়ে গল্প-সংকলন এটা প্ৰকাশ কৰিবলৈ ইচ্ছা কৰিছিল যদিও শেষলৈ নহ'লগৈ। ভূএগ্ৰাদেৱে লিখিছে যে তেখেতে "কন্টিনেন্টাল সাহিত্য আৰু সাহিত্যিকৰ পৰিচয় আমাৰ নতুন লেখক-লেখিকাৰ কাৰণে আৱশ্যক" বুলি ভাবিছিল। মুনীন বৰকটকী ব্যক্তিগৰাকীৰ আন বহুতো সাহিত্যিক বা বুদ্ধিজীৱীৰ নথকা এটা গুণ আছিল, সেইটো হৈছে তেখেতৰ বিৰলপ্ৰায় আন্তৰিক সৰলতা আৰু অকৃত্ৰিম বৌদ্ধিক বদান্যতা।

ড° নগেন শইকীয়াই 'এগৰাকী সৃষ্টিশীল বুদ্ধিজীৱীৰ সোঁৱৰণত' শীৰ্ষক লেখাটোত বৰকটকীৰ বিয়োগত কৈছে — অসমীয়া সাহিত্যলৈ আধুনিকতাৰ টৌ বাগৰি আহিবলৈ বাট কাটি দিওঁতা মানুহজন গুচি গ'ল। এজন যথাৰ্থ আধুনিক বুদ্ধিজীৱীৰ জীৱনৰ অৱসান ঘটিল। " ড° নগেন শইকীয়াদেৱে এবাৰ অতি ক্ষোভৰ কথাকে আঙুলিয়াই দিছে যে অসমীয়া আধুনিক সাহিত্যৰ ইতিহাসে এই পৰ্য্যন্ত মুনীন বৰকটকীৰ চিন্তাৰ গভীৰতাৰ উপলব্ধিৰে সাহিত্যকৰ্মৰ মূল্যায়ন কৰা নাই। অথচ আমাৰ যুদ্ধোত্তৰ সাহিত্যৰ পথ-নিৰ্ণয়ৰ কালত বৰকটকীয়ে দি অহা নীৰৱ বৌদ্ধিক নেতৃত্বৰ গুৰুত্ব পাহৰিলে নচলিব।

বৰকটকীৰ শিৱনাথ বৰ্মনৰ দ্বাৰা সম্পাদিত 'বন্দিত বৰেণ্য' পুথিখনত বৰ্ণিত বিশিষ্ট ব্যক্তিসকলৰ চৰিত্ৰকথাতো, 'বিস্মৃত ব্যতিক্ৰম'ত ব্যক্তি-পৰিচয়ৰ যি নিৰ্মোহ দৃষ্টিভংগী, সেই একে ভঙ্গী অনুভৱ কৰা যায়।

বৰকটকীৰ একালৰ তথ্য আৰু প্ৰচাৰ বিভাগৰ সহকৰ্মী প্ৰয়াত ঈশ্বৰপ্ৰসাদ চৌধুৰীয়ে লিখিছে — "তেওঁৰ অধ্যয়নপুষ্ট মনৰ ভঁৰালটো যথেষ্ট ডাঙৰ আছিল, সেয়ে তেওঁৰ প্ৰবন্ধ, সমালোচনা আদি অতি উচ্চ স্তৰৰ আছিল। তেওঁৰ সমকক্ষ সমালোচক সংখ্যাত কম — তেওঁ সাৰ পদাৰ্থ উলিওৱাত সিদ্ধহস্ত আছিল।"

পঢ়াশুনাৰ প্ৰতি বৰকটকীৰ অত্যুগ্ৰ হেঁপাহ আৰু নিষ্ঠাৰ কথা কবলৈ গৈ পদ্ম বৰকটকীয়ে লিখিছে — "সদায়ে তেওঁ ধীৰ-স্থিৰ, আপোন চিন্তাতে আৱামেৰে নিমগ্ন। সদায়ে তেওঁ পঢ়ে, উৰাই-ঘূৰাই পঢ়ে, মনে মিলা মানুহ পালে আলোচনা কৰে — ভূ-ভাৰতৰ সকলো কোণৰ খবৰৰ কাৰণে ঘন্টাৰ পাছত ঘন্টাকৈ জিলা গ্ৰন্থাগাৰত বহি দিনৌ সকলো বাতৰিকাকত পঢ়ে আৰু নিতৌ দিনপঞ্জী লিখে। কিন্তু জীৱনকালত এখনহে পুথি সংকলিত কৰিছে — 'বিস্মৃত ব্যতিক্ৰম'। "মুঠতে অধ্যয়নপুষ্টতা, গভীৰতা আৰু অন্তৰ্মুখিতাত মুনীন বৰকটকীৰ তুলনা নাই।"

শ্ৰদ্ধাঞ্জলি নিবেদন কৰা এইসকল ব্যক্তিয়ে বৰকটকীৰ ব্যক্তিত্ব, উচ্চস্তৰৰ চিন্তা-ভাৱনা, সদা-সচেতন দৃষ্টিৰে সামাজিক সকলো সমস্যাকে চালি-জাৰি চোৱাৰ প্ৰৱণতা, সকলোশ্ৰেণীৰ মানুহৰ প্ৰতি সহৃদয়তা আদি বহু গুণৰ উল্লেখ কৰিছে।

সাংবাদিক-সাহিত্যিক তিলক হাজৰিকা, যোগেশ দাস, অতুলানন্দ গোস্বামী, অজিতকুমাৰ শৰ্মা, ৰঞ্জিৎ কুমাৰ দেৱগোস্বামী, চাৰু মহন্ত, শিৱনাথ বৰ্মন, চন্দ্ৰপ্ৰসাদ শইকীয়াই বিভিন্ন লেখাত বৰকটকীদেৱৰ বিৰল প্ৰতিভা সম্বন্ধে নিজ নিজ বিচাৰ-বিশ্লেষণেৰে তেখেতৰ অনন্য সৃষ্টিশীল প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে।

তিলক হাজৰিকাই 'অবিস্মৃত ব্যতিক্ৰম' বুলি বৰকটকীদেৱক শ্ৰদ্ধাৰ্ঘ্য দান কৰি কৈছে —'একেধাৰে বুদ্ধিজীৱী আৰু সাহিত্যিক বুলি ক'ব পৰা কৃতি লোক কমেইহে ওলাব পাৰে। মুনীন বৰকটকী তাৰে এজন। কিন্তু তেওঁ আশানুৰূপভাৱে লিখি নগ'ল। তেখেতে অধ্যয়ন আৰু বৈদগ্ধৰ অফুৰন্ত ঐশ্বৰ্য্য আত্মসাৎ কৰি ৰখাৰ অভিযোগত তেওঁৰ গুণমুগ্ধসকলৰ ওচৰত অভিযুক্ত হৈ ৰ'ল।"

বৰকটকী বৃত্তিজীৱী হিচাপেও আছিল এগৰাকী সাংবাদিক। তেওঁ ৰাজ্যিক চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ সংবাদ-সেৱাৰ লগত জড়িত থাকি অৱসৰ গ্ৰহণ কৰিছিল। এই জীৱিকা অৰ্জনৰ পৰিসীমাৰ বাহিৰতো এজন মুক্ত আৰু প্ৰবুদ্ধ মুনীন বৰকটকী সদায় আছিল, সেইজনেই হৈছে সাংবাদিক-বুদ্ধিজীৱী ব্যক্তিজন। তেওঁ নিজৰ জীৱন দৰ্শনেৰে বুজাই দিছিল যে সকলো ধৰণৰ সংবাদ অধ্যয়নৰ অবিহনে প্ৰকৃত মানৱ-সংবাদ আৰু জগতসংবাদৰ অন্তৰ্দৰ্শন কৰা সম্ভৱ নহয়।

নীতিনিষ্ঠতএজন জেদী মানুহ আছিল বৰকটকী। তেখেতে তেনে এক নীতিগত কথাত ক্ষুণ্ণ হৈ স্বাধীনতাৰ প্ৰায় আগে আগে প্ৰতিষ্ঠাপিত হোৱা প্ৰথমখন 'দৈনিক অসমীয়া' ৰ প্ৰধান সহকাৰী-সম্পাদক বৰকটকীয়ে সম্পাদক দেৱকান্ত বৰুৱাৰ সাংবাদিকতাৰ নীতিনিষ্ঠতাৰ ক্ষেত্ৰত খেদ কৰি তৎকালে তাৰপৰা আঁতৰি আহিছিল। নীতিনিষ্ঠতাত বৰকটকী চিৰকাল এগৰাকী 'জেদী মানুহ'।

বেজাৰৰ কথা এয়ে যে তেওঁৰ বৌদ্ধিক জীৱনৰ লগত সাহিত্য-জীৱনৰ এনে ঐক্য-বন্ধন, যি তেওঁৰ বিস্তৃত অধ্যয়নৰ অনুভূতিক, ৰসাস্বাদনৰ আনন্দক আন পঢ়ুৱৈ সকললৈ বিয়পাই দিবলৈ উদাৰভাৱে খৰচ কৰিব নোৱাৰিছিল। অধ্যয়ন আৰু জ্ঞানৰ বিপুলতাৰ তুলনাত তেওঁৰ লেখাৰ সংখ্যা তাকৰ হোৱাই স্বাভাৱিক। কিন্তু যিখিনি লিখি থৈ গ'ল, তাৰ ভিতৰত সমালোচনামূলক লেখাবোৰ বৈদগ্ধত উজ্জ্বলতম। অসমীয়া সাহিত্যলৈ এইখিনি তেখেতৰ মহত্তম উপহাৰ। অৰ্ধ শতিকাৰ আগতেই মুনীন বৰকটকীয়ে ইংৰাজী সাহিত্যত স্থান পোৱা বিশেষ নতুন ৰীতিৰ ৰচনাৰ আৰ্হিত 'কনফেশ্যনছ' নামৰ এখন ৰচনা লিখি পাঠকসকলক চমক লগাইছিল। ই অসমীয়া

ৰচনা সাহিত্যৰ ব্যতিক্ৰমধৰ্মী ৰচনা আছিল। সেইখন ৰচনাই ইংৰাজী সাহিত্যত ইতিমধ্যে পৰম্পৰা ভাঙি সৃষ্টি হোৱা নতুন ৰচনা-সাহিত্যৰ খবৰ অসমীয়া পাঠকক দিছিল। বৰকটকীৰ সেই ৰচনাখন অন্তৰঙ্গ আৰু গভীৰ আত্মপ্ৰত্যয়ী ৰচনা — যি ধৰণৰ ৰচনা অসমীয়া সাহিত্যলৈ বৰকটকীয়ে আৰু দ্বিতীয়বাৰলৈ উপহাৰ নিদিলে।

প্ৰয়াত সফল গল্পকাৰ যোগেশ দাসে গল্পকাৰ মুনীন বৰকটকীৰ সম্পৰ্কে কৈছে যে গ্ৰন্থাকাৰে প্ৰকাশ নোহোৱাৰ বাবেই আৰু পুৰণি আৱাহনবোৰ হাততে পোৱাত নাই বাবেও সেই গল্পবোৰৰ মাত্ৰ দুটাৰ বাহিৰে অসমীয়া গল্প সাহিত্যৰ প্ৰথম সংকলন ত্ৰৈলোক্য নাথ গোস্বামীৰ 'অসমীয়া গল্প সাহিত্য'তো বৰকটকীৰ গল্পৰ বিশেষ আলোচনা আৰু পুনৰ্মুদ্ৰণ নহ'ল। তথাপি যোগেশ দাসৰ প্ৰবন্ধত তেওঁ বাৰটামান গল্পৰ উল্লেখেৰে কৈছে যে আৱাহনত মুনীন বৰকটকী আৰু কৃষ্ণ ভূএৱাৰ গল্পই পোনপ্ৰথমে গল্প-সাহিত্যত মনোবিশ্লেষণধৰ্মী কাহিনীৰ অৱতাৰণা কৰিছে। অৱশ্যে মুনীন বৰকটকীয়েই পোনপ্ৰথমে মনোবিশ্লেষণৰ ধাৰা মুকলি কৰি গল্প-সাহিত্যৰ এটা নতুন ধাৰাৰ বাট কাটিলে। নতুন চিন্তাৰ দিশাৰী হিচাপে মুনীন বৰকটকী গল্প সাহিত্যৰ ক্ষেত্ৰতো অগ্ৰণী হৈ থাকিব। কিন্তু এই বিষয়ত তেখেত বেছি দিনলৈ লাগি নাথাকিল। গল্পতকৈও অধিক গুৰুত্বপূৰ্ণ বিষয়বোৰত তেখেত গভীৰভাৱে নিমগ্ন হোৱাই ইয়াৰ কাৰণ হ'ব পাৰে। ফলত অসমীয়া গল্প-সাহিত্য কিছু ক্ষতিগ্ৰস্ত হ'ব পাৰে, কিন্তু জীৱনব্যাপী নিষ্ঠাৰে যিখিনি দি গ'ল, সেয়ে তেখেতক এক ব্যতিক্ৰমী প্ৰতিভাৰ ধাৰক বুলি স্বীকৃতি দিব।

অধ্যাপক ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে 'সমালোচনামূলক সাংবাদিকতাত মুনীন বৰকটকী'ৰ বিশিষ্ট অৰিহণাক চেৰ পেলাব পৰা অসমীয়া সাংবাদিক পোৱা টান বুলিছে। সাংবাদিকৰূপে বৰকটকীৰ সমান বিচিত্ৰ অভিজ্ঞতা থকা ব্যক্তি সেইকালত বিৰল আছিল, এতিয়াও সতকাই আঙুলিয়াব পৰাত নাই। অধ্যাপক দেৱগোস্বামীয়ে তেখেতৰ প্ৰবন্ধটোত কৈছে, বৃত্তিত আৰু প্ৰবৃত্তিতো বৰকটকী আছিল সমালোচনামূলক সাংবাদিকতাৰ প্ৰতি আগ্ৰহী। বিভিন্ন ধৰণৰ লেখাত বৰকটকীয়ে এনে দৃষ্টিভংগীৰ সাৰ্থক প্ৰয়োগ কৰিছে। 'বিস্মৃত ব্যতিক্ৰম'ৰ প্ৰথম ৰচনাখনকে বৰকটকীৰ 'সমালোচনামূলক সাংবাদিকতা'ৰ নিদৰ্শনমূলক ৰচনা বুলি দেৱগোস্বামীয়ে চিহ্নিত কৰিছে। উনবিংশ শতিকাৰ শেষৰফালৰ ইংৰাজী ৰস ৰচনাৰ প্ৰেৰণাত সৃষ্ট ৰচনাৰে বৰকটকীয়ে অসমীয়া পাঠকক এনে ৰচনাৰ আৰ্হি অতি সাৰ্থকভাৱে দেখুৱাই দিয়াৰ উপৰি এনে ৰচনাৰ মৌলিক ৰসাস্বাদনৰ আনন্দৰ প্ৰতিও দৃষ্টি আকৰ্ষণ কৰিছে। অৱশ্যে বৰকটকীয়ে ইয়াৰ ৰচনাৰাজিক নিজে জীৱন-কৰ্মভিত্তিক ৰেখাচিত্ৰ বুলি কৈছে।

অসমীয়া সাহিত্যলৈ 'সমালোচনামূলক সাংবাদিকতা'ক আদৰি আনি সাংবাদিকতাৰ ক্ষেত্ৰখনতো সমালোচনামূলক দৃষ্টিৰে কৰা পৰ্য্যবেক্ষণে সাংবাদিকতাক সাহিত্য মৰ্য্যাদা

দান কৰে। মুনীন বৰকটকীৰ এনে প্ৰচেষ্টাৰ সফলতাই তেওঁক উচ্চস্তৰৰ সাংবাদিক বুলি প্ৰতিপন্ন কৰিছে। 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী' গ্ৰন্থখনত বৰকটকীৰ প্ৰতি শ্ৰদ্ধাঞ্জলি, প্ৰতিভা প্ৰকাশক আৰু In Memorium শিতানত অসমৰ বিভিন্নজন সাহিত্য-সংস্কৃতি অনুৰাগী বিশিষ্ট ব্যক্তিৰ নিজা দৃষ্টিকোণৰূপৰা মুনীন বৰকটকীদেৱৰ স্মৃতিচাৰণ কৰা হৈছে। এই লেখাটো তেখেতসকলৰ লিখনিৰ বিচাৰ নহয়, পাঠকৰ আগলৈ বিনম্ৰভাৱে লিখনিসমূহৰ কেইটামান বক্তব্যৰ মাজেৰে বৰকটকীৰ আভাস দিয়াহে আমাৰ উদ্দেশ্য। পোনতেই পুথিখনৰ সম্পাদক, অধ্যাপক উপেন্দ্ৰ বৰকটকীদেৱলৈ তেখেতৰ প্ৰচেষ্টাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিলো।

মুনীন বৰকটকী অসমৰ এগৰাকী ব্যতিক্ৰমী ব্যক্তি। তেখেতৰ বিস্তৃত অধ্যয়নৰ ফলশ্ৰুতি যি অনন্য ৰচনা সম্ভাৰ, সেইখিনিৰ বহুখিনিয়েই আজিৰ প্ৰজন্মৰ সম্পূৰ্ণ অজ্ঞাত আৰু পূৰ্বৰ প্ৰজন্মৰো বেছিভাগৰে হাতত তাৰ সংগ্ৰহ নাই। এখন মাথোঁ প্ৰকাশ হৈছিল তেখেতৰ জীৱনকালতে, তাকো বহুতৰ অনুৰোধতহে। পুথিখন 'বিস্মৃত ব্যতিক্ৰম'। সেইখন হাতত পৰিলত বুজা গ'ল, এই ব্যতিক্ৰমী লেখকজনক বহু পলমকৈহে এই প্ৰজন্মৰ লগত চিনাকি কৰি দিয়া হ'ল। তেখেতৰ বহু লেখা বিনষ্ট হ'ল, বহু লেখা তেখেতৰ অনীহাত প্ৰকাশ নহ'ল। 'বিস্মৃত ব্যতিক্ৰম'খনে 'প্ৰকাশন পৰিষদ'ৰ বঁটা লাভ কৰাৰ পাছতহে এইগৰাকী অনন্য প্ৰতিভাৰ বিষয়ে সাহিত্য-সংস্কৃতিপ্ৰেমী সজাগ হ'ল। অৱশ্যে তেখেতৰ মৃত্যুৰ পাছত ছখন গ্ৰন্থ প্ৰকাশ হয়। 'বিস্মৃত ব্যতিক্ৰম'ত আছে চৈধ্যগৰাকী অসমৰ ব্যতিক্ৰমী ব্যক্তিৰ অপূৰ্ব জীৱনকথা। ভিন্ন মত আৰু ভিন্ন পথৰ পথিকৰ জীৱন এষণাৰ পৰিচয়জ্ঞাপক ৰচনা। ব্যক্তি হিচাপে তেখেত আছিল এগৰাকী উদাৰ হৃদয়, সদা-উৎকণ্ঠিত মনা, অসমৰ সফলতাত আনন্দিত, বিফলতাত বেদনাসিক্ত, মানুহৰ অবিমৃষ্যকাৰিতাত ক্ষোভিত, আন্তৰিক সৌহাৰ্দ্যত মুগ্ধ হৃদয় ব্যক্তি। ব্যাপক আৰু গভীৰ অধ্যয়নপুষ্ট মনৰ এগৰাকী জ্ঞানবন্ত পুৰুষ। জ্ঞানৰ ভৰে কিন্তু মুনীন বৰকটকীক হেঁচি ৰখা নাছিল। স্নিগ্ধ আৰু সৰল আনন্দৰ স্পৰ্শই তেখেতৰ সান্নিধ্যলৈ অহাজনক তৃপ্ত কৰিছিল। তেখেত সৰ্বশ্ৰেণীৰ মানুহৰ লগতে আগ্ৰহেৰে আলাপ কৰা এগৰাকী ব্যক্তি — অনন্য বক্তি আছিল।◆◆

# বিৰল বিবেকবান

## মুনীন বায়ন

মুনীন বৰকটকীৰ প্ৰখৰ বুদ্ধিদীপ্ততা আৰু লিবৰেল মানৱতাবাদী দৃষ্টিকোণে কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত অসমীয়া সাংবাদিকতালৈ এটা সুকীয়া আয়তন আনি দিছিল। জীৱনৰ দীৰ্ঘ সময় সাংবাদিকতাৰ সৈতে জড়িত থাকিলেও অসমীয়া সমাজ-সাহিত্য-সংস্কৃতিৰ বিকাশত শিক্ষাসদী আৰু অশিক্ষাসদী, দুয়োবিধৰ গুৰুত্বকে তেওঁ উলাই কৰা নাছিল। আজি হয়তো একবিংশ শতিকাৰ প্ৰথম দশকটোত থিয় হৈ অসমীয়া সাংবাদিকতাৰ ৰেহ-ৰূপটোলৈ চালে মুনীন বৰকটকীক বিলুপ্তপ্ৰায় প্ৰজাতিৰ প্ৰতিনিধি যেন লগাই স্বাভাৱিক। সম্ভৱতঃ এই কাৰণেই বৰকটকীৰ মেধা-অনুসন্ধিৎসাই বহুতকে প্ৰেৰণা যোগায়। তেওঁৰ অধ্যয়ন-স্পৃহা আৰু জ্ঞানৰ পৰিধিলৈ লক্ষ্য কৰিলে তেওঁৰ লিখনি বেছি নহয়। কুৰি শতিকাৰ ত্ৰিছৰ দশকটোত 'আৱাহন'ৰ পাছত তেওঁ কেইটামান গল্পৰ লগতে দুটামান কবিতাও লিখিছিল। কিন্তু পাছলৈ তেওঁ গল্প-কবিতা লিখাৰপৰা বিৰত থাকিল। মুনীন বৰকটকী মূলতঃ পৰিচিত তেওঁৰ পৰবৰ্তী কালৰ ব্যক্তিগত ৰচনা আৰু সমালোচনাত্মক ৰচনাসমূহৰ বাবেহে। 'আৱাহন'ত লিখা তেওঁৰ 'কনফেছনছ' আৰু 'বিস্মৃত ব্যতিক্ৰম' (১৯৮১) নামৰ কিতাপখনত অন্তৰ্ভুক্ত 'জীৱন কৰ্মভিত্তিক ৰেখা-চিত্ৰ' মূলক ৰচনাকেইখনত বৰকটকীৰ আধুনিক মননশীলতা আৰু বুদ্ধিদীপ্ত তথা যুক্তিশৃংখলিত গদ্যৰ এক সুকীয়া পৰিচয় স্পষ্ট হৈ আছে।

কুৰি শতিকাৰ সত্তৰ দশকৰপৰা বৰকটকীয়ে ইংৰাজী পত্ৰ-পত্ৰিকা আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ বাবে ইংৰাজীতো কিছুসংখ্যক প্ৰবন্ধ লিখিছিল। বহল পঢ়ুৱৈ সমাজৰ বাবে ইংৰাজীত লিখিলেও ইবোৰৰ বিষয়বস্তুও আছিল অসমীয়া সাহিত্য-সংস্কৃতি। এই প্ৰবন্ধসমূহৰ মাজত বৰকটকীৰ সহজাত বুদ্ধিদীপ্ততাৰ লগতে চিন্তাৰ প্ৰাঞ্জলতাও লক্ষ্য কৰিবলগীয়া। আনন্দৰ কথা, বৰকটকীৰ মৃত্যুৰ পাছত তেওঁৰ অসমীয়া লিখনিসমূহ গ্ৰন্থাকাৰে প্ৰকাশ পোৱাৰ লগতে ইংৰাজী প্ৰবন্ধ-পাতিৰো এটা সুন্দৰ সংকলন প্ৰকাশ পাইছে। বিশিষ্ট সমালোচক ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীৰ সম্পাদনাত প্ৰকাশিত 'এ মুনীন বৰকটকী মিশ্চেলেনি' নামৰ

সংকলনটোত তেওঁৰ ইংৰাজী প্ৰবন্ধৰ উপৰি বাতৰি কাকতৰ সম্পাদকলৈ লিখা ভালেসংখ্যক চিঠি আৰু 'কনফেছনছ'ৰ ইংৰাজী অনুবাদ সন্নিবিষ্ট হৈছে। বিশিষ্ট গল্পকাৰ আৰু বৰকটকীৰ দীৰ্ঘকালৰ ঘনিষ্ঠ বন্ধু কৃষ্ণ ভূএগ্ৰাৰ স্মৃতিচাৰণমূলক লেখাটোৱে জ্ঞানান্বেষী বৰকটকীৰ আকৰ্ষণীয় ব্যক্তিত্বৰ কিছুমান বিৰল আৰু অনালোকিত দিশত পোহৰ পেলাইছে। তেনেদৰে সংকলনটোৰ দীৰ্ঘ মুখবন্ধত সম্পাদক দেৱগোস্বামীয়ে বৰকটকীৰ জীৱন-চৰ্চাৰ বিভিন্ন পৰ্ব আৰু বৌদ্ধিক পটভূমিৰ বিষয়ে গভীৰ আলোচনা আগবঢ়োৱাৰ লগতে লিখনিটো চমু অথচ চিত্ৰাকৰ্ষক মূল্যায়ন কৰিছে।

মুনীন বৰকটকীৰ বিদ্যোৎসাহী মনটোৰ আঁৰত ওঠৰ শতিকাৰ ইউৰোপৰ আলোকপ্ৰাপ্তি (enlightenment) যুগৰ বিচিত্ৰ জ্ঞান-স্পৃহাই সক্ৰিয় হৈ আছিল যেন ধাৰণা হয়। আনন্দৰাম বৰুৱা আৰু কৃষ্ণকান্ত সন্দিকৈৰ দৰে ব্যক্তিৰ বৌদ্ধিক উত্তৰাধিকাৰৰ বিষয়ে আলোচনা কৰোঁতে তেওঁ বাৰে বাৰে এই ইউৰোপীয় ঐতিহ্যৰ বুকুলৈকে উভতি গৈছে। সম্ভৱতঃ এই বাবেই তেওঁৰ জ্ঞানতৃষ্ণা আৰু জীৱিকাত কাহানিও পূৰ্ণতা আৰু সন্তুষ্টি নাছিল। অৰ্থোপাৰ্জন তেওঁৰ ডিগ্ৰী বা জীৱিকাৰ কেতিয়াও লক্ষ্য হৈ পৰা নাছিল। সেইবাবেই হয়তো ঈপ্সিত পৰিবেশ নাপালেও তেওঁ ঘাইকৈ সাংবাদিকতাৰ জগতখনতে মনোনিবেশ কৰিছিল। বোহেমিয়ান জীৱনধাৰা বাছি নল'লেও বৰকটকীক কলেজীয়া দিনৰেপৰাই এক ধৰণৰ বৌদ্ধিক অস্থিৰতাই খেদি ফুৰিছিল। কৃষ্ণ ভূএগ্ৰাৰ অত্যন্ত সুলিখিত ৰচনা 'মুনীন বৰকটকী- আ ব্ৰিফ একাউন্ট- অব হিজ লাইফ এণ্ড ৱৰ্ক'ত বৰকটকীৰ ব্যক্তিত্বৰ এই দিশটো সুন্দৰকৈ প্ৰকাশ পাইছে। বৰকটকীয়ে তাহানিৰে কিছুমান আধুনিক ধ্যান-ধাৰণা আলম্বন কৰি 'আৱাহন'ত কেইটামান গল্প লিখিছিল। ৰসজ্ঞ পঢ়ুৱৈৰেপৰা সঁহাৰি পালেও তেওঁ কেইবছৰমান গল্প-চৰ্চা কৰি তাৰ পাছত ত্যাগ কৰিলে। তেওঁ গল্প লিখি থকাহেঁতেন অসমীয়া সাহিত্যই ৰোমাণ্টিক উত্তৰ যুগৰ এগৰাকী শক্তিশালী আৰু ব্যতিক্ৰম গল্পকাৰ লাভ কৰিলেহেঁতেন। কিন্তু ব্যক্তিগত সিদ্ধিৰ প্ৰতি বৰকটকীৰ কোনো আকৰ্ষণেই নাছিল। সেয়া স্নাতক পৰীক্ষাৰ ফলাফলৰ ক্ষেত্ৰত হওক, নিজৰ লিখা-মেলাৰ ক্ষেত্ৰতেই হওক। কৃষ্ণ ভূএগ্ৰাই বৰকটকীৰ ব্যক্তিত্বৰ এই দিশটোৰ কথা গভীৰভাৱে আলোচনা কৰি মন্তব্য কৰিছিল, আত্মবিশ্বাসৰ অভাৱৰ বাবেই যে বৰকটকীৰ নিজৰ সিদ্ধি সম্পৰ্কে ধাৰণা নাছিল এনে নহয়, but for the reason that he never believed that anything he did was the best he could do and that he could do no better. This peculiar trait in his character was perhaps responsible for the fact that he gave

up writing short stories despite his initial success. He was always after some imaginary perfection - elusive and out of reach. (A Munin Barkotoki Miscellany, page 156)

স্কুলীয়া দিনৰ কথা সুঁৱৰি কৃষ্ণ ভূঞাই লিখিছে, সাহিত্য, সংগীত আৰু দেশপ্ৰেম মুনীন বৰকটকীৰ প্ৰিয় আছিল যদিও, তেওঁৰ প্ৰথম প্ৰেম আছিল জ্ঞানান্বেষণ (acquisition of knowledge)। কিছুদিনৰ বাবে পৰিয়ালৰ সৈতে কলকাতাত থকাৰ পাছত ১৫ বছৰীয়া বৰকটকী ১৯৩০ চনত যেতিয়া যোৰহাটলৈ উভতি আহিছিল, তেতিয়া তেওঁ বাঙালী সাহিত্যৰ ৰাবীন্দ্ৰিক আৰু উত্তৰ ৰাবীন্দ্ৰিক, দুয়োটা পৰ্বৰে শ্ৰেষ্ঠ সাহিত্যকৃতিৰে অনুপ্ৰাণিত হৈ আছিল। এই সময়খিনিত লগ পোৱা ভূঞাই লিখিছে, তেতিয়াই বৰকটকীয়ে বংকিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰ, বিভূতিভূষণ, তাৰাশংকৰ, বুদ্ধদেব বসু, আশাপূৰ্ণ দেৱী আদি লেখকৰ কিতাপৰ বিষয়ে মন্তব্য কৰি সহপাঠীৰ সম্ভ্ৰম আদায় কৰিছিল। কলকাতাত থকা কালত তেওঁ ৰবীন্দ্ৰ সংগীতৰ পাঠো লৈছিল আৰু সুললিত কণ্ঠেৰে ৰবীন্দ্ৰনাথৰ গীত পৰিবেশন কৰিছিল। স্কুলীয়া জীৱনতে বৰকটকীয়ে বংগৰ সেইসময়ৰ প্ৰাণৱন্ত বৌদ্ধিক পৰিমণ্ডলৰ জৰিয়তে ইউৰোপীয় হিউমেনিষ্ট ঐতিহ্যৰ প্ৰভাৱ আত্মস্থ কৰিছিল। এই ঐতিহ্যৰ উপজাত জ্ঞান আৰু যুক্তিৰ আলোকত ব্যক্তি আৰু সংস্কৃতিৰ বিভিন্ন অভিব্যক্তিবোৰ উপলব্ধি আৰু বিশ্লেষণ কৰাত তেওঁ যত্নপৰ হৈছিল। তেওঁৰ অধ্যয়ন আৰু কৌতূহলৰ মাজত স্বাভাৱিকতে জ্ঞানৰ অধিকাৰী হোৱাতকৈ প্ৰজ্ঞাবান হোৱাৰ প্ৰয়াসহে প্ৰবল। তেওঁৰ ব্যক্তিগত ৰচনাসমূহত তেওঁৰ সৰ্বগ্ৰাহী (eclectic) আৰু সংশ্লেষণধৰ্মী মন এটাৰ পৰিচয় পোৱা যায়। বৰকটকীৰ সাহিত্যৰ উপৰি নাটক, চলচ্চিত্ৰ আৰু অন্যান্য পাৰফৰ্মিং কলাৰ প্ৰতি আকৰ্ষণৰ কথাও এই প্ৰসংগতে স্মৰণীয়। তেওঁৰ মনোৰম ব্যক্তিত্ব আৰু চিন্তাশীল মনটোৰ আঁৰত এগৰাকী সজীৱ প্ৰজ্ঞাবান লোকৰ উপস্থিতি সততে লক্ষ্য কৰিব পাৰি। (Having knowledge is taking and keeping possession of available knowledge (information); knowing is functional and part of the proccess of productive thinking - Erich Fromm)

কৃষ্ণকান্ত সন্দিকৈৰ জ্ঞানসাধনাই বৰকটকীক প্ৰভূত অনুপ্ৰাণিত কৰিছিল। আলোচ্য সংকলনখনত অন্তৰ্ভুক্ত K.K.Handique : Scholar Par Excellance শীৰ্ষক ৰচনাখনত তেওঁ সন্দিকৈক ভাৰতীয় ধ্ৰুপদী জ্ঞানসাধনাৰ ঐতিহ্যৰ প্ৰতিভূ হিচাপে উল্লেখ কৰিছে। সংস্কৃত আৰু লেটিনকে ধৰি কেইবাটাও ক্লাছিকেল ভাষা আৰু সাহিত্যৰ অধ্যয়ন আৰু পাণ্ডিত্যৰ জৰিয়তে জ্ঞানযোগী

সন্দিকৈয়ে অসমীয়া পৰিচয় মচি ভাৰতীয়ত্ব অৰ্জন কৰিছিল। এই ক্ষেত্ৰত বৰকটকীয়ে কুৰি শতিকাৰ দ্বিতীয় দশকত সন্দিকৈয়ে অক্সফ'ৰ্ডত লাভ কৰা ইউৰোপীয় বৌদ্ধিক ঐতিহ্যৰ কথাও গুৰুত্বসহকাৰে উল্লেখ কৰিছে। এই সন্দৰ্ভত সম্পাদক দেৱগোস্বামীয়ে মন্তব্য কৰিছে Barkotoki's assumption of culture as a quest for harmonious perfection and his repeated invocation of the 'Oxford' ideals point to his Arnoldian inheritance. (Forward) আৰ্নল্ডীয় এই বিশ্ববিক্ষাৰ মাজত ঊনবিংশ শতিকাৰ শেষাৰ্ধৰ ইংলেণ্ডৰ এংগলিকান চাৰ্চৰ প্ৰতিপত্তিৰ ঠাইত মুক্ত তথা উদাৰনৈতিক চিন্তাৰ উন্মেষৰ টনা-আঁজোৰা পৰিলক্ষিত হৈছিল। সন্দিকৈৰ অক্সফ'ৰ্ড পৰ্বৰ কথা কওঁতে বৰকটকীয়ে তেওঁক মানৱকেন্দ্ৰিক জ্ঞান-বিজ্ঞানৰ অধ্যয়ন কৰা। বাক' আৰু অক্সফ'ৰ্ডক ৰেনেছাঁসম্ভূত হিউমেনিষ্ট সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হিচাপে অভিহিত কৰিছে। প্ৰসংগক্ৰমে উল্লেখ্য, এই ঐতিহ্যৰ মাজত পশ্চিমীয়া জ্ঞানমাৰ্গক বিভিন্ন শাখাত ভাগ কৰি শৃংখলিত (discipline) কৰাৰ প্ৰক্ৰিয়াও ধীৰে ধীৰে আৰম্ভ হৈছিল। আলোকপ্ৰাপ্তি যুগত যুক্তি আৰু বিশেষীকৰণৰ নামত জ্ঞানক এনেদৰে শৃংখলাবদ্ধ কৰাৰ আঁৰত ফৰাচী চিন্তাবিদ মিছেল ফুকোৱে ক্ষমতা আৰু শাসনৰ প্ৰভাৱ লক্ষ্য কৰিছে। কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত ইউৰোপৰ প্ৰধান বিশ্ববিদ্যালয়বোৰত ইউৰোপকেন্দ্ৰিক (এডৱাৰ্ড ছয়ীদৰ মতে Franco-centric) খণ্ডিত তথা বিশেষীকৃত জ্ঞানচৰ্চাৰ বিৰুদ্ধে ইউৰোপতে এতিয়া সমালোচনা আৰম্ভ হৈছে। এই বিশেষজ্ঞকেন্দ্ৰিক বিদ্যা-চৰ্চাৰ প্ৰতি বৰকটকীৰ মনোভাৱ কেনে আছিল, সেয়া অৱশ্যে স্পষ্টকৈ জনাৰ এতিয়া উপায় নাই।

বৰকটকীৰ বৌদ্ধিক মানসৰ বিষয়ে ক'বলৈ গৈ দেৱগোস্বামীয়ে কৈছে বৰকটকীয়ে দেশী-বিদেশী আন প্ৰভাৱৰ উপৰি সন্দিকৈ আৰু বাণীকান্ত কাকতিৰ দৰে বিদগ্ধ পূৰ্বসূৰীৰ বৌদ্ধিকতাৰদ্বাৰা প্ৰভাৱিত হৈছিল। কুৰি শতিকাৰ বিশ আৰু ত্ৰিশৰ দশকত ৰবীন্দ্ৰনাথ ঠাকুৰে অভিহিত কৰা 'বিশ্ব সাহিত্য'ৰ ধাৰণাও কাকতি আৰু সন্দিকৈৰ লিখনিৰ জৰিয়তে খোপনি পুতিবলৈ লৈছিল। কিন্তু কাকতি আৰু সন্দিকৈৰ বৌদ্ধিক অনুসন্ধিৎসা আত্মস্থ কৰি ল'লেও তেওঁলোকৰ বিদ্যায়তনিক পথে বৰকটকী, আকৰ্ষণ কৰা দেখা নগ'ল। দেৱগোস্বামীয়ে সংগতভাৱেই মন্তব্য কৰিছে, One wonders why, for all his breath of learning and openness to fresh ideas from the west, Barkotoki was not attracted to a pursuit of that line of enquiry and why he took to literary journalism instead. বৰকটকীৰ বৌদ্ধিক অনুশীলনৰ

ধাৰাবাহিকতাৰে লক্ষ্য কৰিলে তেওঁ বিশুদ্ধ তত্ত্ব চৰ্চাৰ প্ৰতি আগ্ৰহী নোহোৱা বুলিয়ে ধাৰণা হয়। ইয়াৰ ফলত সাহিত্যৰ জগত ক্ষতিগ্ৰস্ত হ'লেও অসমীয়া সাংবাদিকতা সমৃদ্ধ হ'ল গভীৰ সাহিত্যচেতনা আৰু একধৰণৰ সজীৱ বৌদ্ধিকতাৰে।

এই সংকলনত সন্নিবিষ্ট কেইবাটাও প্ৰবন্ধত বৰকটকীৰ সজীৱ বৌদ্ধিক অনুসন্ধিৎসা আৰু অন্তৰ্দৃষ্টিৰ প্ৰভাৱ পৰিলক্ষিত হয়। অসমীয়া নাটকৰ ৰেহ-ৰূপসম্পৰ্কীয় লিখনিটোৰ (Trends in Assamese Dramaturgy) চমু পৰিসৰতে তেওঁ অসমীয়া আধুনিক নাটকৰ দুৰ্বল স্বৰূপটো বিভিন্ন দিশৰপৰা চিত্তাকৰ্ষকভাৱে আলোচনা কৰিছে। কুৰি শতিকাৰ তৃতীয় দশকৰ জ্যোতিপ্ৰসাদৰ আগলৈকে অসমীয়া নাটকে সাহিত্যৰ গণ্ডী ভাঙি দৰ্শকৰ হৃদয়াসনত বহিবলৈ সক্ষম হোৱা নাছিল। তেওঁ লিখিছে, মঞ্চাভিনয়ৰ উপযোগিতাৰ প্ৰশ্নটো এনেবোৰ নাটকত প্ৰায়ে উপেক্ষিত হৈছিল। জ্যোতিপ্ৰসাদেই এই অচলায়তন ভাঙি সময়তকৈ আগবাঢ়ি গৈ নাটকৰ এক নতুন শৈলী উদ্ভাৱন কৰিছিল। No dramatist in Assamese until then had bestowed so much thought to setting stage decor, costumes and stage directions in general. (page 20) তেওঁৰ মতে জ্যোতিপ্ৰসাদৰ হাততে অসমীয়া নাট্যশিল্পই বিকাশৰ পথত ভৰি দিছিল। ষাঠিৰ দশকৰপৰা অসমীয়া নাটকে নতুন এক আলিদোমোজাত ভৰি দিছিল -while on one side thrive the highbrowish intellectual plays of the absurdist and existentialist variety, the old-fashioned plays based on mythology, history and social relationships still go strong. (page-23) এনে পৰিবেশত নামনি অসমত গা-কৰি উঠা ভ্ৰাম্যমান থিয়েটাৰ আন্দোলনৰ প্ৰতিও তেওঁৰ দৃষ্টি আকৰ্ষিত হৈছে যদিও এই আন্দোলনে মৌলিক নাটক ৰচনা আৰু দৰ্শকৰ ৰুচি উন্নত কৰাৰ কিদৰে সহায় কৰিব, সেই সম্পৰ্কে স্বাভাৱিক সন্দেহ প্ৰকাশ কৰিছে।

অৰ্থাৎ নাটকৰ বিষয়ে আলোচনা কৰোঁতেও বৰকটকীয়ে বিশ্বৰ বিভিন্ন প্ৰান্তত চলা পৰীক্ষা-নিৰীক্ষাৰ লগতে নতুন অভিজ্ঞতা আৰু সামাজিক মংগলবোধৰ প্ৰাসংগিকতাৰ প্ৰশ্নটো এৰি যোৱা নাই। তেনেদৰে অসমত সাংবাদিকতাৰ ভৱিষ্যৎ সম্পৰ্কীয় লেখাটোতো অসমৰপৰা প্ৰকাশিত ইংৰাজী আৰু অসমীয়া সংবাদপত্ৰই সন্মুখীন হোৱা সুকীয়া সমস্যা আৰু প্ৰত্যাহ্বানৰ কথা উল্লেখ কৰি অসমীয়া পঢ়ুৱৈৰ মনৰ দিগন্ত প্ৰসাৰিত কৰাত সাংবাদিকতাৰ গুৰুত্ব দোহাৰিছে। অসমীয়া কাকতত অসমৰ বাহিৰে আন ঠাইৰ বাতৰিয়ে কম ঠাই পোৱাৰ কথা আশীৰ দশকত দিয়া এটা অনাতাঁৰ কথিকাত উল্লেখ কৰিছিল। নতুন প্ৰযুক্তি আৰু তথ্যবিপ্লৱৰ যুগত

অসমৰ পটুৱৈক নিত্য-নতুন খা-খবৰ যোগান ধৰাৰ ওপৰতে অসমৰ সাংবাদিকতাৰ ভৱিষ্যৎ আৰু অৰ্থনীতি নিৰ্ভৰ কৰিছে বুলি তেওঁ পতিয়ন গৈছিল। তেওঁৰ মতে the regional appeal and patriotic fervour can work as a plus factor for them only to a degree. (page 5)

বাতৰিকাকতৰ সম্পাদকলৈ লিখা চিঠিসমূহৰ মাজত সমাজ-সংস্কৃতিমনস্ক অন্য এগৰাকী মুনীন বৰকটকীৰ পৰিচয় পোৱা যায়। প্ৰাত্যহিক বিষয় আৰু সাময়িক প্ৰসংগ কিছুমানৰ প্ৰতিক্ৰিয়া হিচাপে লিখা প্ৰায়বোৰ চিঠিত তেওঁৰ সামাজিক দায়বদ্ধতাৰ গভীৰ তাড়না অনুভৱ কৰিব পাৰি। তেওঁ সমাজৰহিত বিদ্যাচৰ্চাত কেতিয়াও আগ্ৰহী নাছিল। সেয়ে আধুনিক জ্ঞান আৰু সংস্কৃতিৰ আলোক অসমৰ সাধাৰণ লোকেও পাওক বুলি তেওঁ সততে অনুভৱ কৰিছিল। বাঙালীত সুখ্যাতিৰে স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা অসমীয়া ব্ৰন্টি ভগ্নীদ্বয় সুধালতা দুৱৰা আৰু সুখলতা দুৱৰাৰ জীৱনী উদ্ধাৰত গুৰুত্ব, ৰাজ্যিক সংগ্ৰহালয় দেওবাৰ আৰু বন্ধৰ দিনত খোলা ৰখাৰ যুক্তিযুক্ততা, জিলা পুথিভঁৰালত অসুচলতা, ১৯৮৩ৰ ৰক্তাক্ত পৰিস্থিতিৰ কেন্দ্ৰীয় চৰকাৰৰ ভূমিকাত উদ্বিগ্নতা— এই বিচিত্ৰ প্ৰতিক্ৰিয়া, দায়বদ্ধতাৰ মাজত এগৰাকী বিৰল বিবেকবান, দায়বদ্ধ আৰু আদৰ্শ জীৱন-চৰ্চাৰ অধিকাৰী মুনীন বৰকটকীৰ সন্ধান পাওঁ। এই আদৰ্শ অসমৰ সাংবাদিকতা আৰু সমাজৰ বাবে আজি সবাতোকৈ বেছি প্ৰয়োজনীয়।◆◆

## A Munin Barkotoki Miscellany

ড° দীপ্তি ফুকন পাটগিৰি

অসমীয়া সাহিত্য জগতৰ সুপৰিচিত সাহিত্যিকসকলৰ ভিতৰত মুনীন বৰকটকীৰ নাম উল্লেখযোগ্য। এইজন লেখকে উচ্চমানৰ সাহিত্য সৃষ্টি কৰি অসমীয়া সাহিত্যলৈ বিশেষ বৰঙণি আগবঢ়াইছে। 'বিস্মৃত ব্যতিক্রম' বৰকটকীৰ উল্লেখযোগ্য গ্রন্থ। তেখেত কেৱল সাহিত্যিকেই নাছিল, সাংবাদিকতা আৰু ৰাজনীতি জগতৰ প্রতিও বিশেষ অনুৰাগী লোক আছিল। যথাৰ্থতে ক'বলৈ গ'লে নাট, সঙ্গীত, চিত্রকলা, বোঁলছবি আৰু খেল-ধেমালিৰ জগতৰ প্রতিও তেখেতৰ অনুৰাগ আছিল। সেইবাবে তেখেতৰ ৰচনাৰ বিষয়বস্তু বিভিন্ন ধৰণৰ। প্রকৃততে তেখেত আছিল বহুমুখী ব্যক্তিত্বসম্পন্ন লোক। 'A Munin Barkotoki Miscellany' শীৰ্ষক গ্রন্থখন বিশিষ্ট সাহিত্যিক তথা সমালোচক ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে সম্পাদনা কৰিছে। গ্রন্থখনৰ আৰম্ভণিতে গোস্বামীয়ে মুনীন বৰকটকীৰ জীৱন আৰু সাহিত্যকৃতিৰ এক আভাস দাঙি ধৰিছে। তেখেতে এঠাইত উল্লেখ কৰিছে – "Most of the articles of Munin Barkotoki comprising the present volume are occasional pieces--souvenir articles, reviews, obituaries and radio-talks - comparable in their design and scope to some of his relatively longer letters to the press. There is nothing at hand to suggest that the thought of collecting them together in the form of a book ever crossed his mind. He might even have resisted the idea of getting them out, at least in their original form. His death has, how ever, left us with no other choice than to remain faithful to the words as they appeared in print, or in the type-scripts of his radio-broadcasts, during his life time."

গ্রন্থখনৰ প্রথম প্রবন্ধটো হ'ল 'Journalism in Assam'.। এই প্রবন্ধত অসমৰ সাংবাদিকতা সম্পৰ্কে বিশদভাৱে আলোচনা কৰা হৈছে। দ্বিতীয় প্রবন্ধটো হ'ল 'Journalists and Mafasal News Man'। গ্রন্থখনৰ চতুৰ্থ প্রবন্ধটো হ'ল 'Trends in Assamese Dramaturgy'.। সেই প্রবন্ধত অসমীয়া নাটকৰ

ক্ৰমবিকাশৰ বিশেষ আলোচনা পোৱা গৈছে। ইয়াত জ্যোতিপ্ৰসাদৰ পূৰ্বৰ অসমীয়া নাটকৰ আলোচনাত গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী'ৰ কথা উল্লেখ কৰা হৈছে। তদুপৰি সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া নাট্য সাহিত্য' নামৰ গ্ৰন্থখনৰ কথাও উনুকিয়াই সেই গ্ৰন্থত অসমীয়া নাটকৰ সামগ্ৰিক বিশ্লেষণ দাঙি ধৰাৰ কথা উল্লেখ কৰা হৈছে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মিত্ৰদেৱ মহন্ত, কমলানন্দ ভট্টাচাৰ্য্য, অতুলচন্দ্ৰ হাজৰিকা, নকুল চন্দ্ৰ ভূঞা, প্ৰসন্নলাল চৌধুৰী আদিয়ে অসমীয়া নাটকৰ ক্ষেত্ৰত কেনে ভূমিকা গ্ৰহণ কৰিছিল সেই কথাও কোৱা হৈছে। এই প্ৰবন্ধতে জ্যোতিপ্ৰসাদৰ নাট্যপ্ৰতিভাৰ এক বিশ্লেষণ দাঙি ধৰা হৈছে। তেখেতে 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আদি নাটক ৰচনা কৰি অসমীয়া নাট্য সাহিত্যলৈ কেনেধৰণৰ বৰঙণি আগবঢ়াইছিল, সেই কথা ইয়াত সুন্দৰভাৱে আলোচিত হৈছে। জ্যোতিপ্ৰসাদৰ পৰৱৰ্তী কালত অসমীয়া নাটকৰ বিকাশৰ ধাৰাটোৱেও এই প্ৰবন্ধত বিশেষভাৱে ঠাই পাইছে। এই একে প্ৰবন্ধতে বৰ্তমান সময়ৰ অসমীয়া নাটকৰ বিষয়েও এক সম্যক আলোচনা পোৱা গৈছে।

'Plays of Arun Sarma' নামৰ প্ৰবন্ধত নাট্যকাৰ অৰুণ শৰ্মাৰ নাট্যপ্ৰতিভাৰ এক বিশ্লেষণ দাঙি ধৰা হৈছে। আধুনিক অসমীয়া নাটকৰ বিশেষ প্ৰবক্তা, নাট্যকাৰ অৰুণ শৰ্মাৰ 'নিবাৰণ ভট্টাচাৰ্য্য' নামৰ নাটকখনত এক বিশেষ নাট্যশৈলী প্ৰয়োগ কৰা হৈছে। এইখন নাটকৰ জৰিয়তে অসমীয়া নাটকলৈ এক নতুনত্ব আহি পৰিছে। 'নিবাৰণ ভট্টাচাৰ্য্য' নাটকৰ আলোচনাত লেখকে কৈছে — 'Another point setting Nibāran Bhattacārya apart from the bulk of Assamese dramas of the time is its distinctive literary flavour. I am no theatre expert, nor am I qualified enough to assess a play qua play. Some pretension to literary appreciation is all that I can claim and I found Nibāran Bhattacārya's literary attraction hard to resist. Indeed I had at times wondered if Arun Sarma meant Nibāran Bhattacārya more to be read as a book than to be staged as a play. Originally broadcast as a radio drama with a different title, the author had taken extra care to insert a proviso in the title page of the book itself warning intending stage-producers to contact him prior to taking such a step. All that suggested Arun Sarma himself might not have been sure if Nibāran Bhattacārya should not be read as a piece of literature than played on the stage."

ইয়াৰ পাছৰ প্ৰবন্ধটো হ'ল 'Czechoslovak Film Festival at Guwahati'। 'সঙ্কল্প' নামৰ ৰাজনৈতিক কথাছবি এখনৰ বিষয়েও এটা প্ৰবন্ধ ইয়াত সন্নিৱিষ্ট কৰা হৈছে। 'প্ৰথম ৰাগিনী' নামৰ অসমীয়া ৰোমান্টিক কথাছবি এখনৰ বিষয়ে লিখা এটা প্ৰবন্ধয়ো ইয়াত ঠাই পাইছে। এই কথাছবিখনৰ পটভূমি, বিষয়বস্তু, চৰিত্ৰ চিত্ৰায়ণ আদিৰ আভাসো প্ৰবন্ধটোত দাঙি ধৰা হৈছে। এনেধৰণৰ প্ৰবন্ধই লেখকৰ কলাসুলভ মনোভাৱৰ পৰিচয় দাঙি ধৰে। আন এটা প্ৰবন্ধ হ'ল 'K.K.Handiqui : Scholar Par Excellence'। এই প্ৰবন্ধত পণ্ডিতপ্ৰবৰ, প্ৰাচ্যতত্ত্ববিদ কৃষ্ণকান্ত সন্দিকৈৰ পাণ্ডিত্য সম্পৰ্কে বিশেষ আলোচনা যুগুত কৰা হৈছে। সন্দিকৈ কেৱল অসমৰে নহয়, ভাৰতৰে নহয়, বৰং সমগ্ৰ বিশ্বৰে এক বিৰল প্ৰতিভাৰ নিদৰ্শন। ইউৰোপীয় অনেক ভাষাজ্ঞান থকা ড° সন্দিকৈয়ে তেখেতৰ সাহিত্যৰাজিৰ মাজেৰে বিশ্বৰ ভাষা-সাহিত্যৰাজিৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি ভালেসংখ্যক ৰচনা সম্ভাৰ আগবঢ়াই থৈ গৈছে।

এই গ্ৰন্থখনত সন্নিবিষ্ট বিভিন্ন প্ৰবন্ধৰ ভিতৰত 'Banikanta Kakati's Pakhilã নামৰ প্ৰবন্ধটো অন্যতম। 'পখিলা' হ'ল এক ডজন সাধুকথাৰ সংকলন, যিখন শিশুৰ উপযোগী কৰি ৰচনা কৰা হৈছে। প্ৰাচীন ক্লাছিকেল সাহিত্যৰ গাত আউজি লিখা এই সংকলনৰ গুৰুত্ব সম্পৰ্কে লেখকে এনেদৰে উল্লেখ কৰিছে -- 'Instances are not wanting in literary history of writers attaining immortality by writing just one great book. Kakati's slender Pakhilã is per se, too meagre a contribution to Assamese literature for children to place him in the vanguard of Assamese children's writers. Yet, one has to concede that by virtue of the book's and its author's unique qualities Pakhilã may deservedly rank as one of the best of its kind and Kakati's position as a children's writer could be second only to Bezbaroa's."

বেণুধৰ শৰ্মাৰ 'দক্ষিণপাট সত্ৰ' শীৰ্ষক এটা প্ৰবন্ধয়ো গ্ৰন্থখনত ঠাই পাইছে। অসমীয়া সাহিত্যৰ শক্তিশালী গদ্য লেখক বেণুধৰ শৰ্মাৰ 'দক্ষিণপাট সত্ৰ' নামৰ ঐতিহাসিক ৰচনাই সাহিত্যৰ এটি বিশেষ দিশ সমৃদ্ধ কৰিলে। এই চমু প্ৰবন্ধত লেখকে কেইবাটাও গুৰুত্বপূৰ্ণ দিশৰ কথা আলোচনা কৰিছে। বিষ্ণুৰাম মেধিৰ সোঁৱৰণত লিখা এটা প্ৰবন্ধ, হৰেন্দ্ৰ কুমাৰ চৌধুৰী, উষা ভট্টাচাৰ্য্য, পি. চাংকাকতি আদিৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি লিখা প্ৰবন্ধকেইটাত বিশিষ্ট ব্যক্তিকেইজনৰ জীৱনাদৰ্শ আৰু কৰ্ম সম্পৰ্কে আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে।

ইয়াৰ পাছত সন্নিবিষ্ট আলোচনাত সম্পাদকলৈ দিয়া বিভিন্ন চিঠি (letters to the editor) অন্তৰ্ভুক্ত কৰা হৈছে। এই চিঠিবোৰৰ মাজেৰেও লেখক বৰকটকীৰ পাণ্ডিত্য সুন্দৰভাৱে প্ৰতিফলিত হৈছে। গ্ৰন্থখনৰ শেষৰফালে ড° প্ৰফুল্ল কটকীয়ে ইংৰাজীলৈ অনুবাদ কৰা বৰকটকীৰ বিখ্যাত 'কন্‌ফে'ছন্‌ছ' নামৰ ৰম্য ৰচনাখন সন্নিবিষ্ট কৰা হৈছে।

Appendixঅত অন্তৰ্ভুক্ত কৰা হৈছে – 'Munin Barkotoki : A Brief Account of His Life and Work.'। মুনীন বৰকটকীৰ জীৱন আৰু কৰ্ম সম্পৰ্কে এই প্ৰবন্ধটো যুগুতাইছে আৱাহন যুগৰ প্ৰখ্যাত গল্পকাৰ, মুনীন বৰকটকীৰ অন্তৰঙ্গ বন্ধু কৃষ্ণ ভূঞাই।

'A Munin Barkotoki Miscellany' নামৰ গ্ৰন্থখনত বিশিষ্ট পণ্ডিত মুনীন বৰকটকীৰ কেইবাটাও তথ্যসমৃদ্ধ প্ৰবন্ধ অন্তৰ্ভুক্ত কৰা হৈছে। অসমৰ সাংবাদিকতা, অসমৰ লোক-নৃত্যৰ পৰম্পৰা, অসমীয়া নাটক আৰু ইয়াৰ বিকাশ, অসমীয়া কথাছবি, এই কেউটা দিশ সামৰি কেইবাটাও সুন্দৰ প্ৰবন্ধই ইয়াত ঠাই পাইছে। তদুপৰি বাণীকান্ত কাকতি, কৃষ্ণকান্ত সন্দিকৈ, বেণুধৰ শৰ্মাৰ দৰে বিৰল পাণ্ডিত্যৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি লেখকে তেওঁলোকৰ কেইটিমান অৱদান সম্পৰ্কে চমু তথা যথাযথ আলোচনা আগবঢ়াইছে। সম্পাদকলৈ লিখা চিঠিবোৰতো বিভিন্ন দিশ সামৰি লিখা মন্তব্যবোৰে বৰকটকীৰ প্ৰতিভাৰ কেইবাটাও দিশ উন্মোচন কৰে। শ্ৰী ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীৰ আগকথাই গ্ৰন্থখনৰ মূল বিষয়বস্তুৰ সম্যক আলোচনা দাঙি ধৰিছে আৰু প্ৰকৃতাৰ্থত ই গ্ৰন্থখনৰ সৌষ্ঠৱো বৃদ্ধি কৰিছে। এনে এখনি গ্ৰন্থ আগবঢ়াই প্ৰকাশক তথা মুনীন বৰকটকী স্মাৰক ন্যাসে অসমীয়া সাহিত্যৰ মহৎ উপকাৰ সাধিছে।◆◆

# 'বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী'
## এক মনোজ্ঞ সংকলন

**জয়ন্ত মাধৱ বৰা**

পাশ্চাত্যৰ জীৱনীকাৰ লিটন ষ্ট্ৰেচিৰ মতে- "এটা মহৎ জীৱন যাপন কৰা যিদৰে টান কাম, এখন নিখুঁত আৰু মহৎ জীৱন চৰিত ৰচনা কৰাও প্ৰায় সিমানেই টান কাম।" পাশ্চাত্য সাহিত্যত গভীৰ পৰ্য্যবেক্ষণ, অপৰিমেয় কষ্টৰে সংগৃহীত তথ্য সম্বলিত নতুন আংগিক আৰু শৈলীৰ জীৱনী লিখি বহুতো জীৱনীকাৰে সেই সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছে। অসমীয়া সাহিত্যত এই শৈলী সৃষ্টিৰ প্ৰয়াস এতিয়াও থুনুকা অৱস্থাতেই আছে বুলি ক'ব পাৰি। আমাৰ হাতত বৰ্তমান যিখন পুথি পৰিছেহি, সেইখন অৱশ্যে একে আষাৰে জীৱনীপুথি বুলি ক'ব নোৱাৰি। বিভিন্নজনৰ দৃষ্টিৰে এজনক চোৱাৰ, শ্ৰদ্ধা জনোৱাৰ আন্তৰিক প্ৰয়াস। এটা দিশৰপৰা জীৱনী পুথিতকৈ বিভিন্নজনৰ এনে সমাহাৰে ব্যক্তিগৰাকীৰ সম্পৰ্কত আমাক অধিক তথ্যৰ সন্ধান দিয়ে। "বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী"- কিতাপখনৰ নামটোৱেই এই অৰ্থ বহন কৰিছে। এখন খিৰিকীৰে এটা কোঠাৰ ভিতৰলৈ চালে কোঠাটোৰ চাৰিওটা চুকৰ প্ৰতিটো বস্তু দৃষ্টিগোচৰ নহ'বও পাৰে, কিন্তু চাৰিখন বেৰত থকা চাৰিওখন খিৰিকীৰে যদি কোঠাটোৰ ভিতৰখন চাৰিওফালৰপৰা পৰ্য্যবেক্ষণ কৰা যায়, তেন্তে চাৰিওটা চুকৰ সূক্ষ্মৰপৰা সূক্ষ্মৰ প্ৰতিটো বস্তুৱেই আমাৰ দৃষ্টিগোচৰ হ'ব। এয়াই এজনে এজনৰ ওপৰত লিখা জীৱনগাঁথা আৰু বিভিন্নজনে বিভিন্ন দৃষ্টিকোণেৰে এজনক চোৱাৰ প্ৰয়াসৰ মাজৰ সীমাৰেখা।

যশস্বী নিবন্ধকাৰ, সাহিত্যিক উপেন্দ্ৰ বৰকটকীৰ সম্পাদনাত "মুনীন বৰকটকী স্মাৰক ন্যাস"ৰ অসমীয়া সাহিত্যলৈ শ্ৰেষ্ঠ উপহাৰ "বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী।" পুথিখন যদিও জীৱনী নহয়, তথাপিও সম্পাদক উপেন্দ্ৰ বৰকটকীৰ দক্ষতা, প্ৰতিভা আৰু শৈল্পিক নৈপুণ্যতাই কিতাপখনে মুনীন বৰকটকী সম্পৰ্কত এক পৰিপূৰ্ণ অৱয়ব দিয়াত সহায় কৰে। আমাৰ সমাজত এনে কিছু লোক আছে, যি প্ৰতিভাধৰ অথচ প্ৰচাৰ বিমুখ।

আলস্য আৰু তেওঁৰ প্ৰচাৰবিমুখী অন্তৰ্মুখী মনে তেওঁ দিব পৰা বহু আধুনিক

আৰু মননশীল ৰচনাৰপৰা অসমীয়া সাহিত্যক বঞ্চিত কৰিলে। বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী এই পুথিখনৰ সম্পৰ্কত সমালোচনা আগবঢ়াই সমালোচক, কবি নলিনীধৰ ভট্টাচাৰ্য্যই মুনীন বৰকটকীৰ বিষয়ে মন্তব্য কৰিছে এনেদৰে- "বৰকটকী মানুহজনৰ সৃষ্টি কম, কিন্তু তেওঁ ভালেমান স্রষ্টাৰ জনকস্বৰূপ। অসমীয়া সাহিত্যত আধুনিকতা বুলিলে যি বুজায়, তাৰ আগজাননী তেঁৱেই দিছিল। 'কনফেছ্যনছ' লিখি ৰস ৰচনাৰ তেওঁ বাটকটীয়া হ'ল। আধুনিক জীৱনী ৰচনা বা গল্পত মনস্তাত্ত্বিক দিশৰ প্ৰয়োগ আদিত তেৱেঁই বাট দেখুৱাই গৈছে বুলি ক'লে ভুল কোৱা নহয়। আনহাতে তেওঁ আছিল এটা অধ্যয়নপুষ্ট সুকুমাৰ উদাৰ সংস্কাৰমুক্ত মনৰ অধিকাৰী, ৰসগ্ৰাহী হিচাপে তেওঁৰ স্থান আছিল স্বতন্ত্ৰ। গণতান্ত্ৰিক স্বদেশ সন্ধানী হিচাপেও তেওঁ স্মৰণীয়। তেওঁৰ দোষ প্ৰায় নাছিলেই, দোষ মাত্ৰ এটাই আছিল, সেইটো হ'ল তেওঁ নিজৰ বৌদ্ধিক আৰু হৃদয়গত শক্তি সামৰ্থ্যৰ পূৰ্ণ ব্যৱহাৰ নকৰিলে।"

কিতাপখনত সম্পাদকৰ দক্ষতা আৰু আন্তৰিকতাৰ পৰিচয় পোৱা যায়। সম্পাদকৰ পৰিচয়মূলক পাতনিখনেই মুনীন বৰকটকীৰ জীৱন জিজ্ঞাসা উন্মোচন কৰাত যথেষ্ট। কম পৰিসৰৰ মাজতে সম্পাদকে মুনীন বৰকটকীৰ জীৱন-গাঁথা তুলি ধৰিছে নিপুণতাৰে। পৰিচয়মূলক পাতনিখন পঢ়াৰ পাছত মুনীন বৰকটকীৰ জীৱনী বিচাৰি অন্যৰ আশ্ৰয় লোৱাৰ প্ৰয়োজনহীন হৈ পৰে। তাৰ উপৰিও সম্পাদকে পুথিখন শ্ৰদ্ধাঞ্জলি, প্ৰতিভা আৰু In Memorium এই তিনিটা খণ্ডত ভাগ কৰিছে। "সংকলয়িতা সম্পাদকৰ নিবেদন"ৰ উপৰিও এই তিনিওটা খণ্ডত বহু বিশিষ্ট লেখক-লেখিকাই মুনীন বৰকটকীদেৱক শ্ৰদ্ধাঞ্জলি জনাই বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰিছে। "শ্ৰদ্ধাঞ্জলি" খণ্ডত সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মা, ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, ড° হীৰেন্ গোঁহাই, যতীন্দ্ৰ নাথ গোস্বামী, ড° নগেন শইকীয়া, ড° শীলা বৰঠাকুৰ, পদ্ম বৰকটকী আদি বিশিষ্ট লেখক-লেখিকাই মুনীন বৰকটকীৰ প্ৰতি শ্ৰদ্ধাঞ্জলি যাচিছে। "প্ৰতিভা" খণ্ডত তিলক হাজৰিকা, যোগেশ দাস, অতুলানন্দ গোস্বামী, ৰঞ্জিত দেৱগোস্বামী, উপেন্দ্ৰনাথ শৰ্মা আদিয়ে মুনীন বৰকটকীৰ বহুমুখী প্ৰতিভাৰ বিশদ আলোচনা আগবঢ়াইছে। In Memorium খণ্ডত শীলভদ্ৰ, ৰাম গোস্বামী, কৃষ্ণ ভূঞা, মীনাক্ষী ভট্টাচাৰ্য্য আদিয়ে সোঁৱৰণীৰ জাল ফালি মুনীন বৰকটকীৰ প্ৰতিভা আৰু ব্যক্তিত্বক আলোকিত কৰিছে।

মুনীন বৰকটকী এগৰাকী চিন্তাশীল, উদাৰ আৰু নিৰপেক্ষ সমালোচক যে আছিল সেই কথা যজ্ঞেশ্বৰ শৰ্মাই তেওঁৰ প্ৰবন্ধত উনুকিয়াইছে। আনহাতে ৰামধেনু যুগৰ নবীনক পাশ্চাত্য সাহিত্যৰ গতিধাৰা সম্বন্ধে বা-বাতৰি দি উৎসাহ যোগোৱাত মুনীন বৰকটকীযে অগ্ৰণী আছিল, সেইকথা শ্ৰদ্ধাৰে সুঁৱৰিছে ড° বীৰেন্দ্ৰকুমাৰ

ভট্টাচাৰ্য্যই তেওঁৰ প্ৰবন্ধত। গল্পকাৰ, নিৱন্ধকাৰ, সমালোচক মুনীন বৰকটকীৰ আন্তৰিক সৰলতা আৰু বৌদ্ধিক বদান্যতাৰ বিষয়ে আৰু তেখেতৰ স্পৰ্শত কেনেদৰে গৌৰৱ আৰু পৱিত্ৰতাৰে উপচি পৰে মন, তাৰ আভাস দিছে যোগেন্দ্ৰ নাৰায়ণ ভূঞা আৰু ড° নগেন শইকীয়াই। বীৰেন্দ্ৰ কুমাৰ লহকৰে তেওঁৰ প্ৰবন্ধত মুনীন বৰকটকী সম্বন্ধে এটি সুন্দৰ মন্তব্য আগবঢ়াইছে- "আৱাহন যুগতে লিখিবলৈ আৰম্ভ কৰিছিল যদিও বৰকটকীয়ে লিখিলে কম, তথাপি তেওঁ মানুহ হিচাপে, লেখক হিচাপে বা চিন্তাশীল লোক হিচাপে অসমীয়া সাহিত্যিক-সমালোচক, সাংবাদিক-বুদ্ধিজীৱীৰ হৃদয়ত এখন বিশিষ্ট আসন লাভ কৰিছিল।'

সাংবাদিক হিচাপে মুনীন বৰকটকীৰ ব্যাপ্তি আৰু গভীৰতাৰ বিষয়ে লিখিছে তিলক হাজৰিকাই। আনহাতে মুনীন বৰকটকীৰ প্ৰায়বোৰ গল্পৰ বিস্তৃত আলোচনা কৰিছে যোগেশ দাসে। যোগেশ দাসৰ মতে অসমীয়া সাহিত্যত মনোবিশ্লেষণধৰ্মী কাহিনী মুনীন বৰকটকীয়েই আৰম্ভ কৰিছিল। মুনীন বৰকটকীৰ একমাত্ৰ পুথি 'বিস্মৃত ব্যতিক্ৰম'ৰ ওপৰত আলোচনা কৰিছে উপেন্দ্ৰনাথ শৰ্মাই।

পুথিখনৰ এটি মূল্যৱান সংযোজন হ'ল মুনীন বৰকটকীৰ লগত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ অন্তৰংগ কথোপকথন। 'বিস্মৃত ব্যতিক্ৰম' লিখি প্ৰকাশন পৰিষদৰ পুৰস্কাৰ লাভ কৰাৰ পাছত চন্দ্ৰপ্ৰসাদ শইকীয়াই সেই সময়ত "প্ৰকাশ" আলোচনীৰ বাবে মুনীন বৰকটকীৰ এটি সাক্ষাৎকাৰ লৈছিল। কিতাপখনত এই সাক্ষাৎকাৰটো পুনৰমুদ্ৰণ কৰা হৈছে। এই সাক্ষাৎকাৰতে মুনীন বৰকটকীৰ জীৱন দৰ্শন সম্পৰ্কেও পৰিস্ফুট হৈছে।

শীলভদ্ৰ, ৰাম গোস্বামী আৰু বিশেষকৈ জীয়ৰী মীনাক্ষী ভট্টাচাৰ্য্যই অকৃপণভাৱে মুনীন বৰকটকী মানুহজনৰ ঘৰুৱা জীৱন আৰু সৰু সৰু কথাৰ ওপৰত আলোকপাত কৰাত পাঠকে খুব নিবিড়ভাৱে মানুহজনৰ ওচৰ চাপি যাব পাৰিছে। পুথিখনত মুনীন বৰকটকীৰ মৃত্যুৰ পাছত বিভিন্নজনে পঠোৱা শোকবাণী আৰু 'বিস্মৃত ব্যতিক্ৰম'ৰ গদ্যৰ নমুনাও দিয়া হৈছে। এই দিশৰপেৰা সামগ্ৰিকভাৱে পুথিখন সজোৱাত সম্পাদকৰ কঠোৰ শ্ৰম আৰু আন্তৰিক প্ৰয়াসৰ পৰিস্ফুটন ঘটিছে। এনে এখন পুথি অসমীয়া সাহিত্যলৈ উপহাৰ দিয়াত সম্পাদক উপেন্দ্ৰ বৰকটকী ধন্যবাদৰ পাত্ৰ।◆◆

# অপ্ৰকাশৰ বেদনা

## ড° মীনাক্ষী বৰকটকী

'এটা অপ্ৰকাশৰ বেদনা যেন তেওঁৰ গাত ওলমি আছিল'। আঠ বছৰ বৰ কম সময় নহয়। ভাবিছিলো, সিমান পৰে বাবাৰ মৃত্যু, আৰু বাবা যে আজি নাই , সেই কথাটো সহজভাৱে ল'ব পাৰিম। কিন্তু ড° ভবেন্দ্ৰনাথ শইকীয়াদেৱৰ এই বাক্যশাৰীয়ে যেন আকৌ বাবাক ওচৰলৈ লৈ আহিলে। আকৌ যেন বাবাক জীয়াই দিলে।

জীয়াই থকা কালত মই বাবাক ভালকৈ চিনিয়ে নাপালো। সেয়েহে বাবাক জনা সকলৰ পৰা বাবাৰ কথা আৰু জানিবৰ ইচ্ছা আছে। বাবাই খুব পঢ়িছিল — সেই অনুপাতে নিচেই কম লিখিছিল। কিয় ইমান কম লিখিছিল, সেই বিষয়ে বহুতে বহুত বিচিত্ৰ বিশ্লেষণ কৰিছে ; কিন্তু কালি যেন ড° শইকীয়াদেৱৰ এই এটা বাক্যই আচল কাৰণটো দেখুৱাই দিলে। অপ্ৰকাশৰ বেদনা — যি বেদনা সৃষ্টি কৰোতা আৰু সৃষ্টিৰ নিৰৰ্থকতাৰ balance অৰ চিহ্ন। জ্ঞান আহৰণৰ পথত বেদনা যে আছে, সি সত্য। সৃষ্টি কৰাৰ পথতো যে বেদনা আছে, সিও সত্য। গভীৰ অধ্যয়ন কৰাৰ সময়ত মনক এটা বেদনাই হেঁচি ধৰে, যি বেদনা প্ৰকাশ কৰিবও নোৱাৰি, আৰু অন্য কিবা প্ৰকাশ কৰাটো যেন বাধা জন্মায়। বাবাই বহুত কথা জানিছিল, কিন্তু মানুহে যিমানে পঢ়ে, যিমানে নতুন কথাৰ চিন্তা কৰে, সিমানেই নিজৰ জ্ঞানৰ সীমাবদ্ধতাৰ আভাস এটা নাপায় জানো? এনেকুৱা এটা ভাব হয়, যেন বহুত জানিবৰ আছে, একোৱেই নাজানো, জ্ঞান আহৰণৰ পথত প্ৰথম অনুভূতিয়েই হ'ল জ্ঞান আহৰণৰ ব্যৰ্থতা। বাবাই যেন সেই কথাটো বুজি পাইছিল, জানিছিল।

বাবাক সদায় যেন মনত এটা দুখ, কষ্টই হেঁচি ধৰিছিল। কেতিয়াবা চকু-মুখ উজ্জ্বল হোৱাও দেখিছিলো কিবা পঢ়ি উঠি, কিন্তু সেই আনন্দ যেন খন্তেকীয়া। যেন সেই উপভোগৰ লগতে এটা হেঁচা মাৰি ধৰা দুখো আছিল, যি দুখক বাবাই ignore কৰিব খুজিলেও আওকাণ কৰিব নোৱাৰিছিল, তাৰ বাস্তৱতা বাবাৰ মনত গভীৰভাৱে সোমাই গৈছিল।

বাবাই কি ভাবিছিল, কি আশা কৰিছিল, কি কৰিব বিচাৰিছিল, মই নাজানো - কিন্তু এইটো মই জানো যে বাবাৰ নিচিনা মানুহ কেতিয়াও একেবাৰে সুখী হ'ব নোৱাৰে - কাৰণ, সকলো থাকিলেও যেন একো নাই। বহিৰ্জগতৰ achievement আৰু সাফল্যই যেন নিজৰ তুচ্ছতাৰ পৰিচয়হে।

আজি বাবা আমাৰ মাজত নাই। বাবা যেতিয়া আছিল, তেতিয়া মই বাবাক বিশেষ জানিবৰ চেষ্টা কৰা নাছিলো, জানিবৰ হয়তো উপায়ো নাছিল; কাৰণ, বাবা মোতকৈ ৫০বছৰে ডাঙৰ আছিল আৰু শেষৰফালে বৰ অসুখীয়া হৈ পৰিছিল। বাবাক অলপ ভয়ো লাগিছিল, বাবা মনে মনে নিজৰ ৰুমত বহি পঢ়া-শুনা কৰি থাকিলে disturb কৰিবলৈ মোৰ সাহস নহৈছিল। কিন্তু আজি মোৰ আকৌ বাবাক বিচাৰি যাবৰ মন গৈছে, বুজি পাবৰ মন গৈছে বাবাৰ বেদনাৰ কাৰণ, তাৰ অপ্ৰকাশৰ কাৰণ। জীৱনৰ হাহাকাৰে বাবাক চুব পৰা নাছিল, তেনেহ'লে বাবাৰ কিহৰ দুখ? - কিজানি এটা উপলব্ধি যে আমি সকলোৱে জীয়াই আছো অদৰকাৰী কথাক গুৰুত্ব দি, তেনে existence যেন নিৰৰ্থক, কোনো কামৰ নহয়। কিন্তু জ্ঞান আৰু আত্মবিকাশৰ পথো তাতকৈ বেছি ভাল বা সুখময় নহয়, কাৰণ, সেই পথতো নিজৰ সীমাবদ্ধতা, নিজৰ তুচ্ছতাৰ বাহিৰে আন কোনো সত্যই আগলৈ নাহে।

হিচাপটো যেন অসম্পূৰ্ণ হৈ থাকিল; কি পালো, কি হেৰুৱালো, তাৰ হিচাপ কৰি লাভ নাই, কি দেখিও নেদেখিলো, পায়ো হাত পাতি নল'লো, শুনিও আওকাণ কৰিলো, বুজিবৰ সুযোগ পায়ো নুবুজিলো। বাবাৰ বেদনা নিশ্চয় এই দুখৰে ফল, প্ৰকাশ কৰিব নোৱৰা, প্ৰকাশ কৰিব নোৱৰাৰ বেদনা। বাবাৰ মৌনতাই মোক বাট দেখুৱাই নিবনে? বাবাই যি জানিছিল, নিশ্চয় সেয়ে বাবাক ইমান কষ্ট দিছিল যে বাবাই তাক প্ৰকাশ কৰি আনক কষ্ট দিব খোজা নাছিল। জনাৰ দুখ, নজনাৰ দুখ, নে জানিও প্ৰকাশ কৰিব নোৱৰাৰ দুখ, নে নজনাকৈ অপ্ৰকাশত যি থাকি গ'ল, তাৰ দুখ! বাবাক বিচাৰি যাবই লাগিব মই এই ৰহস্যৰ সমাধান বিচাৰি।

. বেদনা যিহৰে নহওক, বাবাৰ গম্ভীৰ, মৌন মুখখনে সদায় সেই পীড়াৰ পৰিচয় দিছিল যদিও বাবাই কেতিয়াও তাক প্ৰকাশ কৰি কাকো কোৱা নাছিল। সেই বেদনা কি সৃষ্টিৰ বেদনা, নে সৃষ্টিৰ অপৰিপূৰ্ণতাৰ বেদনা, নে সৃষ্টিৰ সৌন্দৰ্য্য সম্পূৰ্ণ উপভোগ কৰাৰ অসামৰ্থ্যৰ বেদনা, প্ৰকাশ-অপ্ৰকাশৰ মাজৰ স্থিতিৰ বেদনা, সপোন নে দিঠক, সঁচা নে মিছা, .......

কি হেৰুৱালো বাবাক হেৰুৱাই, বা নুবুজি, মই নাজানো। কিন্তু বাবাৰ সেই অপ্রকাশৰ বেদনাৰ ৰহস্য বুজি পালে কিজানি মই বাবাক আকৌ ওভতাই পাম! সেই অপ্রকাশৰ বেদনাই আছিল বাবাৰ চিৰসঙ্গী, বাবাৰ জীৱনৰ এটা মূল সত্য।

*(মুনীন বৰকটকী বঁটা প্রদান অনুষ্ঠানত (সপ্তম বর্ষ, ২০০১) সম্মানিত অতিথি হিচাপে সুপ্রসিদ্ধ কথাশিল্পী আৰু যশস্বী চলচ্চিত্র পৰিচালক ড° ভবেন্দ্রনাথ শইকীয়াই বঁটা প্রদান কৰি বৰকটকীদেৱৰ সৃষ্টিকর্মৰ বিষয়ে এটি অন্তৰস্পর্শী ভাষণ দিছিল। সেই ভাষণৰ প্রতিক্রিয়া মীনাক্ষীৰ ওপৰৰ লেখাটোত প্রকাশ পাইছে। বর্ণাশুদ্ধিৰ বাহিৰে লেখাটোত হাত ফুৰোৱা নাই। — সম্পাদক)* ◆◆

সাক্ষাৎকাৰ

# ব্যতিক্ৰমী পুৰুষ মুনীন বৰকটকী

(আকাশবাণী গুৱাহাটীযোগে ইতিমধ্যে প্ৰচাৰিত শ্ৰীবৰকটকীৰ এই সাক্ষাৎকাৰ গ্ৰহণ কৰিছে শ্ৰীসূৰ্য্য দাসে)

**সূৰ্য্য দাস** ঃ নমস্কাৰ, শ্ৰদ্ধেয় মহোদয়। আপোনাক সদায় এটা নিৰ্দিষ্ট সময়ত, সুন্দৰ বেশভূষাৰে সজ্জিত হৈ, খোজকাঢ়ি জিলা পুথিভঁৰাললৈ অহা-যোৱা কৰা দেখিবলৈ পাইছিলো। সময়ৰ অকণো হেৰ-ফেৰ নোহোৱাকৈ, সদায় এনেকৈ অহা-যোৱা কৰি কি আনন্দ পাইছিল, বা কি কাৰণে ক'লৈ গৈছিল, সেই বিষয়ে ক'বনেকি?

**মুনীন বৰকটকী** ঃ আপুনি ভাল প্ৰশ্নটোকে কৰিছে। সেই বিষয়ে অৱশ্যে আগতে কোনোবা এজনে ইতিমধ্যে উল্লেখ কৰিছে। প্ৰশ্নটো অৱশ্যে ঠিকেই। কিন্তু মই যে সদায় একে সময়তে গৈছিলো, তেনেকুৱা কথা নহয়। এটা সময়ত আবোলপৰত সাধাৰণতে গৈছিলো। আবোলপৰত যাওঁ। এঘন্টা বা দুঘন্টা সময় থাকো। কেতিয়াবা অলপ বেছি সময় থকাকৈ যাওঁ। জিলা পুথিভঁৰাললৈ গৈছিলো। যোৱাৰ মোৰ ঘাই উদ্দেশ্য আছিল ঃ এক হৈছে বাতৰিকাকত চোৱা। বাহিৰৰ বাতৰিকাকত। আটাইবোৰ ঘৰত লোৱা সম্ভৱ নহয়; সেইবোৰ চোৱা। দ্বিতীয়তে reference book কিছুমান, dictionary বা অভিধান ধৰণৰ গ্ৰন্থ আৰু encyclopaedia ধৰণৰ গ্ৰন্থ কিছুমান; যিবোৰ ঘৰত ৰখা সম্ভৱ নহয়। সেইবোৰ তাত চাবৰ কাৰণে যাওঁ। আৰু কিবা এটা কথা বুজিব নোৱাৰিলে, ঘৰত বিচাৰি নাপালে তাত গৈ বুজিবলৈ চেষ্টা কৰো। মুখ্য উদ্দেশ্য সেই দুটাই আছিল জিলা পুথিভঁৰাললৈ যোৱাৰ। সদায় গৈছিলো, কিতাপ-পত্ৰ চাইছিলো—সেইটো এটা মোৰ অভ্যাসত পৰিণত হৈছিলে; সেইটো হয়।

**সূৰ্য্য দাস** ঃ আপুনি অসমীয়া সাহিত্যৰ এগৰাকী সুলেখক। আপোনাৰ সমসাময়িক কেইবাগৰাকীও লোক সুলেখক আছিল। তেখেতসকল কোন কোন? সিসকলে আপোনাক লেখক হিচাপে গঢ় লোৱাত কেনেদৰে সহায় কৰিছিল?

**মু. ব.** ঃ আমি যিটো প্ৰজন্মৰ বা Generation অৰ লেখক আছিলো, ঘাইকৈ আমি আৱাহন যুগৰ লেখক বুলি জনা যায়। সেই সময়ত মোৰ লগৰীয়া

লেখকৰ ভিতৰত ঘাই আছিল কৃষ্ণ ভূএগ্রা। তেওঁ এতিয়াও আছে। প্ৰসিদ্ধ গল্প লেখক। মোতকৈ বয়সত ডাঙৰ হ'লেও সেই সময়ৰ প্ৰায়খিনি লেখকৰ লগতে মোৰ বৰ সুন্দৰ সম্বন্ধ আছিল। প্ৰায়খিনিয়ে মোৰ চিনাকি আছিল। যেনে— লক্ষ্মীনাথ ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, অম্বিকা নাথ বৰা, জ্ঞান নাথ বৰা; এনেকৈ নাম ক'লে অনন্ত নাথ, অতুল চন্দ্ৰ হাজৰিকা-এইসকলৰ লগত গুৱাহাটীত, যোৰহাটত থাকোতে মিত্ৰদেৱ মহন্ত, আনন্দ চন্দ্ৰ বৰুৱা এইসকলৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিলো।

**সূৰ্য্য দাস ঃ** আপোনাৰ পৰিয়ালৰ ভিতৰৰ, আপোনাৰ ওচৰসম্বন্ধীয়, তেখেতসকলৰ বিষয়ে কওঁকচোন?

**মু. ব. ঃ** পৰিয়ালত বা ওচৰসম্বন্ধীয় লেখক তেনেকৈ নাই। পঢ়া, গ্ৰন্থ পঢ়া লোক বহুত আছে। মোৰ ককাইদেউ সত্যেন্দ্ৰ নাথ বৰকটকীয়ে পিছৰ বয়সতহে কিতাপ লিখিছিল। কিন্তু মোৰ ছাত্ৰাৱস্থাত তেওঁ লিখা নাছিল। তেওঁ অৱসৰ গ্ৰহণৰ পিছতহে সাহিত্য চৰ্চাত মন দিছিল। গতিকে ঘৰৰপৰা লিখাৰ বিষয়ে কিবা প্ৰভাৱ পাইছিলো বুলি ক'ব নোৱাৰো। আৰু বাহিৰৰপৰাও, আগতে যিটো প্ৰশ্ন কৰিছিলে লেখকৰদ্বাৰা বিশেষ প্ৰভাৱিত হৈছিলো বুলি ক'ব নোৱাৰো।

**সূৰ্য্য দাস ঃ** স্কুলীয়া জীৱনৰ সৰহকাল আপুনি কটাইছিল কলিকতাত। সেই সময়ৰ কলিকতাৰ বৌদ্ধিক পৰিবেশ কেনে আছিল আৰু ই আপোনাক কেনেভাৱে প্ৰভাৱিত কৰিছিল?

**মু. ব. ঃ** মোৰ এইটো সৌভাগ্য নে দুৰ্ভাগ্য ক'ব নোৱাৰো, মোৰ ল'ৰালি কালছোৱা কলিকতাত আছিলো। বাহিৰৰপৰা দেখাত এইটো সৌভাগ্য, কিন্তু কলিকতাত যে তেতিয়াই নহয় এতিয়াও স্কুলসমূহত বাংলা ভাষাৰ প্ৰচলন। মই স্কুলতো তেতিয়া, এইটো এটা মন কৰিব লগা কথা যে মই স্কুলত বংগ ভাষাকে মাতৃভাষা বুলি লৈছিলো। মই স্কুলতহে পঢ়িছিলো কলিকতাত। আনে স্কুলত পঢ়ে নিজৰ ঠাইত, কলেজত পঢ়িবলৈহে কলিকতালৈ যায়। মই কলিকতাৰ স্কুলত পঢ়িলো। কলেজত পঢ়িবলৈ পালোহি যোৰহাট আৰু গুৱাহাটী। পাছত এম.এ পঢ়িবলৈ আকৌ কলিকতালৈ গ'লো। আৰু তাত আছিলো বহু সময় কাম কৰি। গতিকে কথাটো অলপ ওলোটা ধৰণৰ হৈছিল। সেই সময়ৰ কলিকতাত যিটো বৌদ্ধিক পৰিবেশ সেইটো সঁচাকৈয়ে বৰ সচেতন পৰিবেশ আছিল আৰু বৰ বুদ্ধিদীপ্ত পৰিবেশ আছিল। সেই সময়ৰ বাঙালী লেখক, কবিসকলৰ ভিতৰত জ্যোতিন্দ্ৰ নাথ দত্ত, বুদ্ধদেৱ বসু, বিষ্ণু দে, এইসকল বৰ ডাঙৰ কবি আছিল। ৰবীন্দ্ৰনাথৰ

প্ৰভাৱ অলপ অলপ ম্লান পৰি আহিছিল। এইসকল ৰবীন্দ্ৰনাথৰ উত্তৰ যুগৰ কবি। সেইসকলৰ প্ৰভাৱ পাইছিলো। চিন্তামূলক প্ৰবন্ধৰ সেই সময়ত পয়োভৰ হৈছিল। 'পৰিচয়' বুলি যে এখন মাহেকীয়া আলোচনী ওলাইছিল সেই সময়ত, প্ৰথমে মাহেকীয়া, পাছলৈ তিনিমহীয়া হৈছিল। এই পৰিচয় নামৰ আলোচনীখনে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল নতুন সাহিত্য গঢ় দিয়াত। বংগদেশত সেই সময়ত নতুন সাহিত্যৰ বিশেষ জাগৰণ হৈছিল। সেই জাগৰণে, মোৰ বয়স কুমলীয়া আছিল— তেনেকৈ ল'ব পৰা নাছিলো। সেই কাৰণে পোনপটীয়া প্ৰভাৱ পেলাইছিল বুলি ক'ব নোৱাৰো। কিন্তু অনুপ্ৰাণিত কৰিছিল নিশ্চয়। আৰু মোৰ মনৰ এটা গতি সেই পৰিবেশে দিছিল। মোৰ গতি নিৰ্ণয় কৰাত ইন্ধন যোগাইছিল। আৰু এটা কথা এইখিনিতেই উল্লেখ কৰা ভাল হ'ব নিশ্চয় যে সেই সময়ত নাট্য-কলাৰ প্ৰতি, থিয়েটাৰৰ প্ৰতি, ৰংগমঞ্চৰ প্ৰতি মোৰ বিশেষ এটা আকৰ্ষণ আছিল। কলিকতাৰ থিয়েটাৰবিলাকলৈ পৰাপক্ষত আনৰ লগত হ'লেও গৈছিলো। অভিনেতা-অভিনেত্ৰীবিলাকে ক'ত কি কৰিছিল, ক'ত কি হৈছে, খুব মন কৰি আছিলো। তেতিয়াৰেপৰা নাট্যকলাৰ প্ৰতি প্ৰীতিটো মোৰ বুঢ়া বয়সলৈকে থাকি গ'ল।

**সূৰ্য্য দাস ঃ** আপুনি জে.বি.কলেজত পঢ়োতে কৃষ্ণকান্ত সন্দিকৈ আছিল কলেজৰ অধ্যক্ষ। সন্দিকৈৰ সান্নিধ্যই আপোনাক কেনেদৰে প্ৰভাৱিত কৰিছিল বা আপোনাক পথ-নিৰ্দেশ দিছিল?

**মু. ব. ঃ** তেতিয়া জে.বি.কলেজ বোলা হোৱা নাছিল; তেতিয়া যোৰহাট কলেজ বুলিছিল। আমি তৃতীয়টো দলৰ ছাত্ৰ আছিলো। তেতিয়া কৃষ্ণকান্ত সন্দিকৈৰ লগত বিশেষ ব্যক্তিগত সম্পৰ্ক নাছিল। তেখেত প্ৰায়ে আবেলিপৰত আহিছিল; আমাক নপঢ়ুৱাইছিল তেনেকৈ। কেতিয়াবাহে ইংৰাজী সাহিত্যৰ এটা শ্ৰেণী লৈছিল। সন্দিকৈ ডাঙৰীয়াৰ লগত ঘনিষ্ঠতা একো নাছিল। গতিকে পোনপটীয়া প্ৰভাৱ পেলাইছিল বুলি ক'ব নোৱাৰি। কিন্তু আচৰিত কথা যে, ক'ব নোৱাৰো কিহৰ কাৰণে, সেই তেতিয়াৰে পৰাই মই বহুত দিন, নিজেই ভালকৈ উপলব্ধি কৰিব নোৱাৰো; তেখেতৰপৰা দূৰৈত থাকিও, তেখেতৰ বৰ ওচৰ সম্বন্ধ নঘটিলেও কিবা এটা পৰোক্ষ প্ৰভাৱ যেন মোৰ ওপৰত পৰিছিল। তেখেতৰ চৰিত্ৰ, তেখেতৰ পাণ্ডিত্য, তেখেতৰ উদাৰ কিছুমান কাম-কাজ, তেখেতৰ চৰিত্ৰগত গুণ— এইবিলাকে মোক উদ্বুদ্ধ কৰিছিল। তেখেতৰ প্ৰতি উদ্বুদ্ধ হোৱা আৰু এটা কাৰণ হ'ল, পঢ়াৰ প্ৰতি তেখেতৰ যি ধাউতি তেখেতে মোৰ মনত সৃষ্টি কৰিছিল। কাৰণ, তেখেত তেতিয়াৰপৰা জনাজাত আছিল। তেখেত এজন বিদগ্ধ পণ্ডিত আছিল, অতিশয় অধ্যয়ন কৰিছিল, দেশ-বিদেশৰ নানা ভাষা জানিছিল, জ্ঞানৰ প্ৰতি তেখেতৰ যি

তৃষ্ণা, জ্ঞানৰ যি অন্বেষণ, সেইটোৱে মোক দৃঢ়ভাৱে প্ৰভাৱিত কৰিছিল; নহ'লে আজীৱন তেখেতৰ প্ৰতি মোৰ ইমান শ্ৰদ্ধা নাথাকিলহেঁতেন।

**সূৰ্য্য দাস** ঃ পুনৰ প্ৰকাশ কৰিবলৈ লোৱা 'বাঁহী'ত যোগ দিও আদবাটতে এৰি থৈ আহিল। ইয়াৰ কাৰণ কি?

**মু. ব.** ঃ 'বাঁহী'ৰ সম্পাদনা কিয় এৰি থৈ আহিলো সেইটো ব্যক্তিগত কথা। ৰাজহুৱাভাৱে প্ৰকাশ কৰিব নোৱাৰি। মই 'বাঁহী'ৰ প্ৰথম সহকাৰী সম্পাদক আছিলো যদিও কিবা এটা মতৰ অমিলৰ কাৰণে; কিবা এটা প্ৰবন্ধ মই দিব খোজো, সেইটো মাধৱ বেজবৰুৱাদেৱে— তেওঁ মোৰ নিজৰ পৰিয়ালৰ মানুহ, মোৰ ভাগিন জোঁৱাই, তেওঁৰ লগত অলপ মতান্তৰ হ'ল। কিবা এটা কথাত মতান্তৰ হ'লে মই ৰক্ষা কৰি থাকিবলৈ টান পাওঁ। গতিকে মই ভাবিলো, মই থকা উচিত নহ'বনেকি? মোৰ নানা পৰিকল্পনা আছিল; মই এটা বিশেষ ধাৰাত আলোচনীখন গঢ়িব খুজিছিলো। সেই সময়ত পৰিচয় আদি বঙলা আলোচনীৰ যিটো গতিমুখ দেখিছিলো, সেইধৰণে ময়ো অসমীয়া সংবাদ-জগততো সাময়িক পত্ৰিকাৰ ভিতৰলৈকো নতুন ধৰণৰ কিবা এটা আনিব খুজিছিলো, যিটো বেজবৰুৱাদেৱে ল'ব নুখুজিলে। সেই মতভেদৰ কাৰণে মই এৰিলো বুলি ক'ব লাগিব। এইটো কেৱল 'বাঁহী'ৰ ক্ষেত্ৰতে বা মাধৱ বেজবৰুৱাৰ ক্ষেত্ৰতে হৈছে বুলি ক'ব নোৱাৰো। 'নতুন অসমীয়া' যেতিয়া 'দৈনিক অসমীয়া' আছিল, তেতিয়া মই সহকাৰী সম্পাদক আছিলো। দেৱকান্ত বৰুৱা প্ৰথম সম্পাদক আছিল। তেখেতৰ লগতো সম্পাদকীয় এটাৰ সম্পৰ্কত মোৰ মতভেদ হৈছিল আৰু মই 'দৈনিক অসমীয়া' কাকতো এৰি দিছিলো। কথাটো ব্যক্তিগত যদিও মোৰ নীতিৰ লগত জড়িত আছিল। গতিকে ঠিক হঠাৎ এৰি দিয়া নাছিলো; ছমাহমান আছিলো, কিন্তু মোৰ নামটো প্ৰকাশ কৰিবলৈ দিয়া নাছিলো।

**সূৰ্য্য দাস** ঃ আপুনি প্ৰথম অৱস্থাত লিখিবলৈ লৈ গল্প, প্ৰবন্ধ, ৰসৰচনা, কবিতা সকলোতে হাত দিছিল। ইয়াৰ ভিতৰত কোনবিধ ৰচনাৰ প্ৰতি আপোনাৰ বেছি আগ্ৰহ আছিল? পাছলৈ আপোনাৰ লেখা কমি আহিল কিয়? প্ৰায় এৰি পেলোৱাৰ নিচিনা?

**মু. ব.** ঃ প্ৰথমটো প্ৰশ্ন, মই কোনবিধ লিখা ভাল পাইছিলো, তাৰ উত্তৰত মই কওঁ, মই সৰু বয়সত চুটি গল্পহে বেছি লিখিছিলো। আগবয়সত চুটি গল্প লিখিছিলো বিশেষকৈ আৱাহনত। আৱাহনে মোক প্ৰেৰণা যোগাইছিল। আৰু তেতিয়াৰ যিখন 'বাঁহী' আছিল; তেতিয়াৰ 'বাঁহী'ৰ সম্পাদক আছিল অমিয় কুমাৰ দাস। সেই বাঁহীত কিছুমান চিন্তামূলক প্ৰবন্ধ লিখিছিলো। মোৰ তেতিয়া ধাউতি আছিল বাহিৰৰ

পাশ্চাত্যৰ ইংৰাজী সাহিত্যতকৈও বাহিৰৰ ফৰাচী সাহিত্যৰ ডাঙৰ ডাঙৰ লেখকসকলৰ লেখাৰ, continental Literature-অৰ লগত অসমীয়া পঢ়ুৱৈৰ বিশেষ সম্পৰ্ক নাছিল তেতিয়া। সেই সময়ত ইংৰাজী সাহিত্যৰ বাদে আন কোনো বিদেশী সাহিত্যৰ সৈতে আমাৰ বিশেষ সম্পৰ্ক নাছিল বুলিয়েই ধৰিব লাগে। আমাৰ লেখকসকলে বৰকৈ খা-খবৰ নাৰাখিছিল। মই তেনেকুৱা কেইবাজনো বাহিৰৰ গ্ৰন্থকাৰৰ বিষয়ে বাঁহীত লিখিছিলো। মই আবাহনত বিশেষকৈ চুটি গল্পহে লিখিছিলো। আৰু কিছুমান ৰস থকা বা হাস্যৰস থকা বা ব্যঙ্গৰস থকা প্ৰবন্ধ লিখা আৰম্ভ কৰিছিলো আবাহনত। পাছলৈ মই গল্প লিখাটো এনেয়ে বাদ পৰি গ'ল। গল্প লিখিবলৈ নোৱৰা হ'লো কিবা কাৰণত। মোৰ কল্পনা-শক্তিয়েই কমি আহিল নে মোৰ কি হ'ল মই নাজানো। সেয়ে গল্প লিখা কমি আহিল। মোৰ সমালোচনা আৰু চিন্তামূলক সাহিত্য— এই দুটাৰ প্ৰতি মনৰ ধাউতি বাঢ়িল। আৰু তেতিয়াৰপৰাই মই পাছৰ বয়সত গল্প একেবাৰে লিখাই নাই। মোৰ সাহিত্যিক জীৱনটো মই দুটা ভাগত ভগাব পাৰো। এটা হৈছে সেই 'আবাহন'ৰ চল্লিশৰ দশকলৈকে এটা জীৱন। তাৰ পাছত মই কোনো কাৰণ নোহোৱাকৈ লিখাকে বাদ দিলো। মই বি-এ পাছ কৰাৰ পাছত কিছুদিন লিখি আছিলো। তাৰ পাছত চল্লিশৰ দশকৰ পাছত লিখা বাদ দিয়াৰ দৰে হ'ল। কিয় বাদ দিলো কোৱা টান, কিছুমান অসুবিধা হ'ল। আচলতে আন কথাৰ প্ৰতি মোৰ ধাউতি বাঢ়ি গ'ল। পঢ়াৰ প্ৰতি আগ্ৰহটো বাঢ়িল। সেই গতিকে লিখাটো কমিল। অধ্যয়নৰ স্পৃহা বাঢ়িল। সেইটো এটা মুখ্য কাৰণ বুলি ক'ব পাৰি।

**সূৰ্য্য দাস ঃ** আপোনাৰ সাহিত্য-চৰ্চা সম্পৰ্কীয় বিশেষ অবিস্মৰণীয় ঘটনা আছে নেকি?

**মু. ব. ঃ** তেনে অবিস্মৰণীয় ঘটনা সতকাই মনত পেলোৱা টান। সাহিত্যিক জীৱনৰ কোনটো ঘটনা স্মৰণীয়, কোনটো ঘটনা স্মৰণীয় নহয়, সেইটো ক'বলৈ টান। কিন্তু এনেয়ে ঠিক সাহিত্যিক জীৱনৰ নহয়, মোৰ মানসিক জীৱনৰ বা বৌদ্ধিক জীৱনৰ দুটা কথা মনলৈ আহে। আদবয়সৰপৰা শেষ বয়সলৈ মনত পৰি থাকে সদায়। এটা হৈছে মই কলিকতাত থাকোতে, এম.এ পঢ়ি থাকোতে, ৰাষ্ট্ৰপতি ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ বক্তৃতা শুনিছিলো। সেই প্ৰথম বক্তৃতা শুনিছিলো কলিকতাত। সেই বক্তৃতা মই কেতিয়াও পাহৰিব নোৱাৰো। আজিলৈকে পাহৰা নাই। সেইজন পণ্ডিত এজন দাৰ্শনিক, দাৰ্শনিক প্ৰবৰ, ৰাধাকৃষ্ণণদেৱে যি এবাৰ থিয় হৈ কোনো খোকোজা নলগাকৈ কোনো টোকা নোহোৱাকৈ, অনৰ্গলভাৱে, কোনো বিচ্যুতি নোহোৱাকৈ গভীৰ দাৰ্শনিক তথ্যবিলাক ইমান সুন্দৰকৈ, ইমান সৰল ভাষাৰে বৰ্ণনা কৰিব পৰা যি শক্তি, সেই শক্তিয়ে মোক অভিভূত কৰি পেলাইছিল আৰু সেই

কথাটো মোৰ সদায়ে মনত থাকিব। থাওকতে মনলৈ অহাৰ ভিতৰত আৰু এটা কথা মনলৈ আহে, সেইটো হৈছে,দিল্লীত থাকোতে বিখ্যাত পাৰমাৰ্থিক চৰ্চাকাৰী, আৰু দাৰ্শনিক, পৰোক্ষভাৱে দাৰ্শনিক, অন্যতম Theosophist হিচাপে জনাজাত জে.বি.কৃষ্ণমূৰ্তিৰ এখন সভাত উপস্থিত থকাৰ সৌভাগ্য মোৰ হৈছিল। তেওঁৰ ক্ষেত্ৰত মই এটা কথা অনুভৱ কৰিছিলো; ড° ৰাধাকৃষ্ণণৰ বক্তৃতাত যিটো আছিল, তাতকৈ কৃষ্ণমূৰ্তিৰ বহুত বেলেগ। কথা কোৱাৰ ধৰণ, দৰ্শনৰ বিশ্লেষণ, সকলো বেলেগ। কিন্তু তেখেতৰ ব্যক্তিগত যি উপস্থিতি, সেইটোতে কিবা এটা অদ্ভুত যাদু আছিল, যি যাদুই কাকো মোহিত নকৰাকৈ থাকিব নোৱাৰে। আৰু মোকো এই কথাটোৱে বিশেষভাৱে আকৰ্ষিত কৰিছিল। সেইখন মিটিঙত অগণন লোকৰ সমাবেশ হৈছিল। তেওঁলোকে কৃষ্ণমূৰ্তিৰ দৰ্শনৰ কথা বুজিছিল নে নাই নাজানো, কিন্তু সকলোৱে তন্ময় হৈ শুনি আছিল। সকলোৱে ভোল গৈ আছিল। এই কথাই মোৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল আৰু পাছলৈ এনেকুৱা ধৰণৰ কথাৰে প্ৰভাৱ মোৰ জীৱনত পৰিছিল। মই এবাৰ পণ্ডিচেৰীলৈ গৈছিলো। তেতিয়া অৱশ্যে শ্ৰী অৰবিন্দ কেতিয়াবাই ঢুকাইছিল। সেই আশ্ৰমত মই আছিলো। সেই আশ্ৰমতে বেলেগ এটা দেখিলো মই। যিজনৰ নামত যিসকলে প্ৰতিষ্ঠা কৰিছিল সেই আশ্ৰম, শ্ৰী অৰবিন্দ আৰু শ্ৰীমা; তেওঁলোকৰ অবিহনেও তেনেকুৱা এটা বিৰাট অনুষ্ঠান, কাৰণ পণ্ডিচেৰীলৈ গ'লেই মানুহৰ এটা ভাৱ হয় যে এইখন শ্ৰী অৰবিন্দৰ আশ্ৰমৰ ঠাই। সেই আশ্ৰমৰ পৰিপাট্য, তাৰ শৃঙ্খলা, তাৰ শান্তি, তাৰ পৰিবেশ আৰু তাৰ যি গভীৰতা, তেনে অভিজ্ঞতা মোৰ মনত পৰে। সেইটো বেলেগ ধৰণৰ অভিজ্ঞতা; এনেকুৱা বহুত কথাই মনত পৰে। বহুজন বিখ্যাত সাহিত্যিকৰ সান্নিধ্যলৈ মই আহিছোঁ। কিন্তু তেনেকৈ কোনজনে মোক প্ৰভাৱিত কৰিছে বুলি ঘপ্‌কৈ কোৱা টান।

**সূৰ্য্য দাস** ঃ 'বিস্মৃত ব্যতিক্ৰম' আপোনাৰ একমাত্ৰ প্ৰকাশিত পুথি আৰু আমাৰ সাহিত্যৰো এক ব্যতিক্ৰম। পুথিখন পুৰস্কৃতও হৈছে। পুৰস্কাৰ পাই আপুনি কেনে পাইছিল? পুথিখনৰ বিষয়ে আপুনি অকণমান ক'ব নেকি?

**মু. ব.** ঃ পুথিখন কিমানদূৰ মূল্যবান হৈছে নহৈছে সেই কথা মই ক'ব নোৱাৰো। কিন্তু এটা কথা ক'ব লাগিব, এটা কথা মন কৰিব লাগিব যে মোৰ পুথিখন 'বিস্মৃত ব্যতিক্ৰম'ৰ বিষয়ে যিবোৰ প্ৰবন্ধ তাত সন্নিবিষ্ট হৈছে, অন্তৰ্ভুক্ত হৈছে, সেইবোৰ দুই দশকৰো সৰহ দিনৰ আগতে লিখা। ষাঠিৰ দশকতে লিখা এখন কাগজ আছিল। বিশেষকৈ পত্ৰিকাত ওলাই যোৱা প্ৰবন্ধবিলাকৰে সংকলন। এইবিলাককে থুপাই, দুজন ডেকাৰ সাহায্যত, তেওঁলোকৰ উৎসাহত প্ৰকাশ কৰা

হৈছিল। ভগৱানৰ কৃপাত পুথিখন পুৰস্কৃতও হৈছিল। পুৰস্কৃত হোৱা দেখি, কি গুণত পুৰস্কৃত হ'ল ক'ব নোৱাৰো অৱশ্যে; কিন্তু সমালোচনা একেবাৰে নোহোৱা নহয়। 'বিস্মৃত ব্যতিক্ৰম'ৰ সমালোচনা একেবাৰে নোহোৱা নহয়, হৈছে। তেতিয়াই উপেন বৰকটকী আদি কৰি কেইবাজনো লেখকে সমালোচনা কৰিছিল, আৰু বহুতে। মোৰ বিষয়ে লিখা ড° শিৱনাথ বৰ্মণে তেওঁৰ এটা প্ৰবন্ধত 'বিস্মৃত ব্যতিক্ৰম'ৰ কথা উল্লেখ কৰিছিল, মই হেনো নিৰ্বাচনত ক'ত কি কৰিছিলো, কাক কি কেনেকৈ সহায়-সমালোচনা কৰিছিলো, সেই কথা তাত উল্লেখ কৰিছে। এই ধৰণৰ পুথি সচৰাচৰ প্ৰকাশ হোৱা পুথিৰ দৰে নহয়, চিধা-চাধা প্ৰবন্ধ নহয়, নতুন ভঙ্গীৰে লিখিছিলো। জীৱনীবিলাক লিখাৰ ভঙ্গী একেবাৰে বেলেগ আছিল; জীৱনী বুলিও ক'ব নোৱাৰি, আত্ম-জীৱনী বুলিও ক'ব নোৱাৰি। এটা পৰিচয় দিবলৈ চেষ্টা কৰিছিলো আৰু এটা লক্ষ্য আছিল, জীয়াই থকা লেখকৰহে পৰিচয় দিয়াৰ। অৱশ্যে সেইটো সম্ভৱ নহ'ল। কাৰণ প্ৰকাশৰ সময়লৈ কেইজনমান লোকৰ পৰলোক প্ৰাপ্তি হ'ল। আমি সাধাৰণতে মৰিলেহে গুণকীৰ্তন কৰো। কিন্তু জীয়াই থাকোতে গুণ বৰ্ণনা কৰিলে মানুহে প্ৰেৰণা পায়, উৎসাহ পায়। সেইটোকে লক্ষ্য ৰাখি মই দহ-বাৰজন লেখকৰ জীৱনী লিখিছিলো। সমালোচনা নোহোৱা বুলি আপুনি যিটো কৈছে সেইটো নহয়, সমালোচনা নোহোৱা নহয়, হৈছে; কিন্তু কম হৈছে। আৰু বোধকৰো তাৰ বিষয়-বস্তুটো অলপ আওপকীয়া হোৱা বাবেই হওক বা সকলোখিনি চৰিত্ৰ সুপৰিচিত নোহোৱা বাবেই হওক, ধৰক, তাত কৃষ্ণকান্ত সন্দিকৈৰ কথা যেনেকৈ আছে; জ্ঞাননাথ বৰাৰ কথা যেনেকৈ আছে, বা অম্বিকাগিৰী ৰায়চৌধুৰীৰ কথা যেনেকৈ আছে, তেনেকৈ হৰেন কলিতাৰ কথাও আছে। আৰু দুই-চাৰিজন অপেক্ষাকৃতভাৱে অপৰিচিত লেখকৰ কথাও আছে। গতিকে তেনেকুৱা কিতাপে বিশেষ আদৰ নাপাবও পাৰে। সমালোচনাও তেনেকৈ নহ'বও পাৰে। এইটো দোষ নে গুণ, কোৱাটো টান। সীমিত শ্ৰেণীৰ ভিতৰত আবদ্ধ থাকিব পাৰে। কিন্তু সমালোচনা নোহোৱা নহয়, জনপ্ৰিয় হোৱা নাই। অৱশ্যে সেইখন ভাল গ্ৰন্থ বুলি বহুতে কৈছে।

সূৰ্য দাস : আপুনি এতিয়া কেনে ধৰণে সময় কটাইছে? কিবা লিখা-পঢ়া কৰিছেনেকি?

মু. ব. : নাই, মই বহুত দিনৰপৰা বৰ অসুস্থ হৈ আছো। লিখা-পঢ়া কৰা দূৰৰে কথা, পঢ়া-শুনা কামতো বৰ ব্যাঘাত হৈছে। মই পৰাপক্ষত পঢ়া-শুনা কৰি থাকোঁ। কিন্তু লাহে লাহে এনেকুৱা হৈ আহিছে। অৱশ্যে মোৰ বয়সৰ মানুহে এতিয়াও ভালকৈ লিখা-পঢ়া কৰি আছে। ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° মহেশ্বৰ নেওগ আদি মোৰ লগৰ মানুহ। মই পিছে তেওঁলোকৰ দৰে লিখা-পঢ়া কৰিব নোৱাৰো। পঢ়িব

নোৱৰা হৈ আহিছো। লিখা-পঢ়া একেবাৰে বাদেই পৰিছে। সেইটো কাৰণে মই বৰ দুখ পাইছো। কিন্তু কি কৰিম? বয়সে মোক বৰ বেয়াকৈ আক্ৰান্ত কৰিছে; স্বাস্থ্য মোৰ একেবাৰে ভাঙি পৰিছে। সেইকাৰণে মই পৰা নাই। সেয়ে মই বিশেষ কাম হাতত লৈছো বুলি ক'ব নোৱাৰো। কাৰণ মোৰ অনেক প্ৰবন্ধ সিঁচৰতি হৈ আছে, সেইখিনি গোটাই-পিতাই প্ৰকাশ কৰিব পৰা নাই। বহুত দিনৰপৰা ভাবি আছো, বন্ধু-বান্ধৱ সকলোৱে কৈ আছে, বহুতে সহায় কৰিবলৈও আগবাঢ়ি আহে, কিন্তু মই শাৰীৰিকভাৱে, মানসিক, কোনো পিনৰপৰাই পৰা নাই। মই সেইখিনি কৰাৰ আশাই বাদ দিছোঁ।

শেষত আপোনাসকলৰ জৰিয়তে আকাশবাণীকো ধন্যবাদ জনাইছোঁ। ধন্যবাদ শ্ৰীদাস। আকাশবাণীৰ সৈতে মোৰ সম্বন্ধ বহুদিনীয়া; তাত মই বাতৰি বিভাগত কামো কৰিছিলো বহুত, কেইবাবছৰো। সেই মন্ত্ৰীদপ্তৰৰ সৈতে বহুত দিনৰেপৰা জড়িত আছো। মই কেন্দ্ৰীয় চৰকাৰৰ প্ৰচাৰ বিভাগতো বহুত বছৰ চাকৰি কৰিছো আৰু আকাশবাণীতে ডেকা কালৰপৰাই কেইবাদশকো জুৰি বহুতো অনাতাঁৰ কথিকা প্ৰচাৰ কৰিছো, আৰু বিভিন্ন অনুষ্ঠানত যোগ দিছো। গতিকে আকাশবাণী মোৰ অত্যন্ত নিকটস্থ। আপোনাসকললৈ ধন্যবাদ জনাইছো আৰু আপোনালোকে এই বয়সতো মোক মনত পেলাই মোক দুআষাৰ ক'বলৈ সুযোগ দিয়া বাবে আপোনাসকলৰ শলাগ লৈছো।◆◆

# সম্পাদকৰ প্ৰশ্নৰ উত্তৰত
# শ্ৰীমতী ৰেণুকাদেৱী বৰকটকী

অসমৰ বৌদ্ধিক জগতত সুপ্ৰসিদ্ধ, স্বৰ্গীয় মুনীন বৰকটকীদেৱৰ লগত আপুনি বিবাহ পাশত আবদ্ধ হৈছিল। প্ৰায় ৩৫ বছৰ কাল, তেখেতৰ মৃত্যুৰ সময়লৈকে, যুগ্ম জীৱন যাপন কৰিছিল।

একান্ত ব্যক্তিগত হ'লেও তেখেতৰ বিষয়ে আপোনাৰপৰা দুটামান কথা জানিব বিচাৰিছো। উত্তৰ দিলে ভাল পাম।

❖ বৰকটকী ছাৰৰ সৈতে আপোনাৰ যুগ্ম জীৱনৰ পাতনি কেনেকৈ আৰম্ভ হৈছিল? প্ৰথম পৰিচয় ক'ত কেনেকৈ কেতিয়া আৰম্ভ হৈছিল, আৰু যদি বেয়া নাপায়, তেনে কিয় আকৰ্ষিত হৈছিল?

১৯৫৬ চনত এদিন আবেলি হঠাতে আমাৰ দেউতা স্বৰ্গীয় ডা° ৰুদ্ৰকান্ত শৰ্মাৰ হৃদৰোগত আক্ৰান্ত হৈ মৃত্যু হয়। আমি ল'ৰা-ছোৱালী ছয়জনৰ ভিতৰত বাইদেউৰ বিয়া হৈ গৈছিল। মোৰ তলত এজনী ভনী আৰু তাইৰ তলত তিনিজন সৰু সৰু ভাই। আটাইবিলাকে বিশ্ববিদ্যালয়, কলেজ আৰু স্কুলত পঢ়া-শুনা কৰি আছিল। দেউতা যদিও স্বাধীনতা সংগ্ৰামত কাৰাবৰণ কৰা সংগ্ৰামী আছিল, দেশ স্বাধীন হোৱাৰ পাছত তেখেতে ৰাজনীতি নকৰিলে, বৰং কলিকতালৈ গৈ হোমিওপ্যাথি পঢ়ি ডিগ্ৰী লৈ আহি গুৱাহাটীত প্ৰেকটিচ্ আৰম্ভ কৰিলে। তেখেতৰ মৃত্যুৰ পাছত ঘৰখনৰ সম্পূৰ্ণ দায়িত্ব মোৰ আৰু মোৰ ভনীজনীৰ ওপৰত পৰিল। সেই সময়ত মই আছিলো পৰিসংখ্যা বিভাগ এম. এছ. ছি. ফাইনেল ইয়েৰত, ভনীজনী এম. এছ. ছি.ৰ ৰাসায়ন বিভাগৰ ৬ষ্ঠ বছৰত। আমি দুয়োজনী পঢ়াশুনা আধৰুৱা কৰি থৈ সৰু সৰু ভাইকেইজন আৰু বিধবা মাৰ কথা চিন্তা কৰি চাকৰি বিচৰাত লাগি গ'লো।

ভনী (ৰমাই) জনীয়ে শ্বিলঙত কৃষি বিভাগত চাকৰি এটা পালে। মই স্বৰ্গীয় অমিয়কুমাৰ দাস ডাঙৰীয়াৰ (তেখেত তেতিয়া অসমৰ মন্ত্ৰী) দেখা কৰোতে চাকৰি এটা লাগে বুলি কোৱাত জনসংযোগ বিভাগত জনসংযোগ বিষয়াৰ পদ এটাত

মকৰল কৰিলে। শ্বিলঙতে কোঠালি এটা ভাড়া লৈ লাইমোখোৰাৰ ভূতপূৰ্ব স্কুল পৰিদৰ্শিকা মিছ সেনৰ লগত থাকিবলৈ ল'লো।

প্ৰথমদিনা অফিচলৈ গলো। স্বৰ্গীয় ঈশ্বৰপ্ৰসাদ চৌধুৰী ডাঙৰীয়া তেতিয়া তথ্য আৰু জনসম্পৰ্ক বিভাগৰ সঞ্চালক আছিল। তেখেতে মোক আৰু নতুনকৈ কামত যোগ দিয়া আন এজন সহকৰ্মীক বিভাগৰ বিভিন্ন বিষয়াসকলৰ লগত চা-চিনাকী কৰি দিলে। স্বৰ্গীয় ভাৰত পাঠক (তেতিয়া উপসঞ্চালক)ৰ কোঠালিৰপৰা ওলাই মুনীন বৰকটকী, উপসঞ্চালক লিখা ফলক থকা কোঠালিত সোমালো, গৈ দেখো দুৱাৰৰ পিনে পিঠি দি মানুহ এজনে এজাপ বাতৰিকাকতৰ মাজত কিবা বিচাৰি আছে। "আমাৰ নতুন সতীৰ্থসকলৰ লগত আপোনাক চিনাকী কৰি দিওঁ আহক" বুলি চৌধুৰীদেৱে কোৱাত মানুহজনে ঘূৰি চাই আমাক আটাইবিলাকক বহিবলৈ কলে আৰু নিজেও বহিল। আমাৰ দুয়োজনৰ নাম সুধিলে। মোৰ নামটো শুনি ক'লে "শ্ৰীযুতা ইন্দিৰা দেৱীৰ (তেখেত মই পঢ়া স্কুল তাৰিণীচৰণ চৌধুৰী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল) মুখত তোমাৰ কথা শুনিছো। পঢ়াশুনাত ভাল বুলিও কৈছে, ছাত্ৰী একতাসভাৰ সম্পাদিকা বুলিও কৈছে। পিছে পাব্লিচিটি অফিচৰ কামত নিজক adjust কৰিব পাৰিবা জানো? ইয়াত চৌধুৰী ডাঙৰীয়াই ভালকৈ জানে, চৰকাৰৰ ঢোলটো বাৰুকৈয়ে বজাব পাৰিলেহে চাকৰি ৰাখিব পাৰিবা"। চৌধুৰী ডাঙৰীয়াই ক'লে- "কথাটো সঁচা, বৰকটকীৰ ইতিমধ্যে দুবাৰো চাকৰি হেৰুৱাৰ উপক্ৰম হৈছিল। চৰকাৰৰ ফটাঢোল বজোৱাৰ ইচ্ছা আৰু নাই বুলি কাৰোবাৰ আগত কওঁতে চাকৰি প্ৰায় গৈছিলেই। তুমিও সাৱধানে থাকিবা। তোমাৰো মুখ চোকা বুলি জানো"। চৌধুৰী ডাঙৰীয়াক আমি সৰুৰেপৰা মামা বুলি মাতো, ঘৰুৱাভাবে জনা-শুনা আছিল। কিন্তু বৰকটকীৰ লগত এইটোৱেই প্ৰথম সাক্ষাৎ আৰু সেই সাক্ষাততে মানুহজনক কিবা এটা ভাল লাগি গ'ল।

এই পৰিচয়ৰ কিছুদিনৰ পাছত বৰকটকীৰ কথা সঁচা প্ৰমাণিত হ'ল; মই চাকৰি বাদ দি স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীৰ (তেখেত তেতিয়া প্ৰদেশ কংগ্ৰেছৰ সভাপতি) নিৰ্দেশত প্ৰদেশ কংগ্ৰেছৰ মহিলা, শিশু আৰু যুৱ কংগ্ৰেছৰ দায়িত্ব ল'লো। ইতিমধ্যে বৰকটকীয়ে অসম চৰকাৰৰ চাকৰি বাদ দি কেন্দ্ৰীয় চৰকাৰৰ Press Information officer হিচাপে নিযুক্তি লৈ গুৱাহাটীত নতুন কাৰ্য্যালয় আৰম্ভ কৰিলে।

দুবছৰমান আমি দুয়ো দুয়োকে জনাৰ চেষ্টা কৰিলো। দুয়োৰে স্বভাৱ সুমেৰু আৰু কুমেৰু। শান্ত, সৌম্য, গহীন-গম্ভীৰ মানুহজনৰ লগত কেতিয়াবা যে যুগ্মজীৱন

কটাব পাৰিম, প্ৰথমতে ভবা নাছিলো। মোৰ ৰাজহুৱা জীৱনৰ এশ-একুৰি কামৰ মাজতে তেখেতৰ লগত দেখা-সাক্ষাৎ কৰিছিলো, তেখেতো আমাৰ ঘৰলৈ আহিছিল। মানুহজনৰ কম কথা কোৱা স্বভাৱ আৰু কেৱল কিতাপ পঢ়ি থকা দেখি ভাবিছিলো, মানুহজনৰ জীৱনত চাগে কোনো মায়া-মমতা, প্ৰেম-ভালপোৱা বা অনুভূতি বোলা বস্তুবোৰ নাই। অত্মীয়-স্বজন, বন্ধু-বান্ধৱো বেছি দেখা নাপাওঁ। কৃষ্ণ ভূঞা, ললিত হাজৰিকা, জ্ঞানদা শৰ্মা, প্ৰমোদ শৰ্মাৰ বাহিৰে আন কৰো লগত মন খুলি কথা পতা দেখা নাই। মোৰ সৰুভাই ভবানীকান্ত আৰু বাণীকান্তৰ লগত কেতিয়াবা কৌতুক কৰা দেখা পাওঁ। ময়ো কথা পাতোতে ভয়ে ভয়ে কথা পাতো। ক'তবা জগৰ লাগে! ব্যক্তিত্বৰ এটা আভিজাত্য আছিল, সেই আভিজাত্যৰ তলত যে এজন সুকোমল, শিশুমনৰ, আত্মাভিমানী মানুহ আছিল, দুবছৰমান যোৱাৰ পাছতহে গম পালো। এটি মৰম আকলুৱা মন, জন্মৰ পাছতে মাকৰ মৰমৰপৰা বঞ্চিত, ল'ৰালি কালত ঘৰৰপৰা আঁতৰত, সুদূৰ ঢাকা চহৰত বায়েক-ভিনীহিয়েকৰ লগত থাকি পঢ়া-শুনা কৰা, ডেকা কালত নিজৰ ভৰিৰ ওপৰত নিজে থিয় হৈ কলিকতা বিশ্ববিদ্যালয়ৰ সোণৰ পদক আহৰণ কৰা, এই মানুহজনৰ মনত, মুখত, কথাত কিন্তু সদায় এটা বিষাদৰ ভাব আছিল। চিনাকী হোৱাৰ তৃতীয় বছৰত আমাৰ বিবাহ হয়।

❖ বৰকটকী ছাৰৰ সাহিত্যকৰ্মত আপুনি কেনে ধৰণে প্ৰেৰণা যোগাইছিল?

আমাৰ বিয়াৰ পাছত বৰকটকীৰ লিখাতকৈ পঢ়াতহে বেছি ৰাপ দেখিছিলো। বিয়াৰ সময়ত তেখেতৰ বয়স ৪৫ ৰ ওচৰা-ওচৰি আছিল। সাহিত্যকৰ্ম, অৰ্থাৎ ক'লা চিয়াহিৰে বগা কাকতত তেখেতৰ সাহিত্যজ্ঞান প্ৰকাশ কৰাৰ স্পৃহা বেছি নাছিল। চাৰু মহন্ত ডাঙৰীয়াই লাগি লাগি 'বিস্মৃত ব্যতিক্ৰম' বোলা পুথিখনৰ প্ৰবন্ধকেইটা লিখি নিনিয়া হ'লে হয়তো 'বিস্মৃত ব্যতিক্ৰম'ৰো প্ৰকাশ নহ'লহেঁতেন। নিজে লিখা প্ৰবন্ধসমূহ বিয়াৰ আগতে হওক বা পাছতে হওক, প্ৰকাশৰ কাৰণে নপঠাইছিল। সুধিলে কয় আৰু এবাৰ চাই ঠিক কৰি দিব লাগিব। অৰ্থাৎ নিজৰ লিখাৰ ওপৰত নিজে কেতিয়াও সন্তুষ্ট নহৈছিল। সাংবাদিক জীৱনতো, কেইবাবাৰো বাতৰিকাকতৰ স্বত্বাধিকাৰীৰ লগত, নহ'লে সম্পাদকৰ লগত নীতিগত কাৰণত মতানৈক্য হৈছিল বা চাকৰিকে বাদ দিছিল। মাজে সময়ে সমালোচনামূলক প্ৰবন্ধ আৰু সম্পাদকলৈ চিঠি লিখিছিল। হাতৰ আখৰ কোনেও বুজি নাপায় কাৰণে প্ৰায়ে টাইপতে লিখি উলিয়াইছিল।

মই নিজে তেখেতক সাংসাৰিক কামৰপৰা সম্পূৰ্ণ অব্যাহতি দিছিলো, পঢ়া-

শুনা লিখাৰ কামতে ব্যস্ত আছিল। বৰকটকী বোধহয় এজনৰ পুৰুষ; যিয়ে বিয়াৰ পাছত অৰ্থাৎ মোক লগ পোৱাৰ পাছত কোনোদিনে ঘৰৰ বা নিজৰ আৱশ্যকীয় বস্তু কিনিবলৈ বজাৰলৈ যোৱা নাই। সকলো বস্তু ময়েই সহজলভ্য কৰি দিছিলো। চাহ বৰকৈ খাইছিল দিনে কুৰিৰ পৰা পঁচিশকাপলৈ। বিজুলী হিটাৰ এটা কিনি দিছিলো, চাহ-চেনি, গাখীৰ বিস্কুটৰ যোগান দিছিলো, তাকেই নিজে কৰি খাইছিল। ঘৰুৱা সহায়কে তেখেতক আন কামত সহায় কৰিছিল। মই ৰাজনীতিত সম্পূৰ্ণৰূপে ব্যস্ত থকা সময়ত সেই সময়ৰ কেইবাগৰাকী নেতাই তেখেতকো ৰাজনীতিলৈ নিবলৈ চেষ্টা কৰিছিল। পাছত মই তেখেতক তেখেতৰ স্বভাৱবিৰুদ্ধ কাম এটাত সময় নষ্ট কৰাতকৈ সাহিত্য জগততে যি পাৰে লিখা-পঢ়া কৰি আত্মশান্তি লাভ কৰাৰ বাবে পৰামৰ্শ দিছিলো আৰু তেখেতে মানিও লৈছিল।

❖ সাংসাৰিক বা বৈষয়িক বিষয়ত ছাৰ কেনে প্ৰকৃতিৰ আছিল বুলি আপুনি ভাবে?

সাংসাৰিক বা বৈষয়িক বিষয়ত তেখেত কেনেকুৱা আছিল বুলি ক'বলৈ হ'লে বহুতো কথাই ক'ব লগা আছে। চমুকৈ ক'বলৈ হ'লে, বিষয়-সম্পত্তি, দৈনন্দিন জীৱন ধাৰণৰ সংঘাত তেখেতে কেতিয়াও জানিবলৈ, বুজিবলৈ বা সন্মুখীন হ'বলৈ চেষ্টা নকৰিলে। এটা সৰল মনৰ শিশুৰ নিচিনাকৈ যেতিয়া যি দিছো, যেনেকৈ দিছো, য'তে দিছো, তাকে "ভাল ভাল" বুলি গ্ৰহণ কৰিছিল। বজাৰ-হাট কৰা নাই কাৰণে মোৰ অনুপস্থিতিত ঘৰুৱা সহায়কাৰীহঁতে বজাৰৰপৰা বস্তু আনিলে কেতিয়াবা দাম-দৰ সুধিলে কয়, "মই এতিয়াও কণীৰ ডজন ২টকা বুলিয়ে ভাবি আছো। মাছৰো দাম দেখিছো বাঢ়ি গৈছে। মাছৰ কেজিও এটকা দুটকাৰপৰা ছয়-সাতটকা পালেগৈ" ইত্যাদি। ঘৰুৱা বনকৰা ছোৱালীৰ হাতত সদায় এনেধৰণৰ ৰন্ধা-বঢ়া খাই আমনি লাগিলেও প্ৰকাশ নকৰে। মই মাজে-সময়ে ৰান্ধনীঘৰত সোমাওঁ, সেইদিনা মীনাক্ষীক কয়, "পুপী, আজি মাৰ পাকঘৰত সোমাইছে। নিশ্চয় ভাতৰ টেবুলত ভাল খোৱা পাম"। এনেকৈ সৰু ল'ৰাৰ নিচিনাকৈ আনন্দ কৰে।

❖ আপোনাৰ এই ব্যস্ত ৰাজনীতি আৰু সমাজসেৱাৰ ক্ষেত্ৰত তেখেতৰ দৃষ্টিভংগী কেনে আছিল?

বিয়াৰ আগতেই মই সক্ৰিয় ৰাজনীতিত সোমাই পৰিছিলো। গতিকে বিয়াৰ পাছত তেখেতৰ আপত্তি কৰিবলগীয়া একো নাছিল। সংগঠনৰ কামত বাহিৰত দুই চাৰিদিন থাকিবলগীয়া হ'লে বাহিৰা মানুহে মোক বিচাৰি আহি আমনি কৰাটো পচন্দ নকৰিছিল। "বাইদেউ আছেনে, বাইদেউ আছেনে, ভিনদেউ" বুলি কোনোবাই

কোৱাৰ লগে লগে টিঙিচ্‌কৈ খং এটা উঠিছিল। "দিনটোত যদি কুৰি-পঁচিশবাৰ বাইদেউ আছেনে বুলি মানুহে আমনি কৰে, মই পঢ়া-শুনা কৰাৰ সময় ক'ত পাওঁ" এদিন কৃষ্ণ ভূএগ্রাক কোৱা শুনিছিলো, "বুজিছ কৃষ্ণ, মই যে বিয়াৰ পাছত কিমান শ মানুহৰ ভিনদেউ হলো কতঘৰ যে শহুৰৰ ঘৰ ওলাল তাৰ হিচাপেই নাই"।

আমাৰ ঘৰত মাত্ৰ এখন বাৰাণ্ডা আছিল। তাতে বৰকটকীয়ে বহি বাতৰিকাকত পঢ়ে আৰু অন্যান্য লিখা-পঢ়াৰো কাম কৰে। সেইখনতে মোকো বিচাৰি অহা মানুহ বহে। এদিন ৰাতিপুৱাই ছয়-সাতজন মানুহে গাঁৱৰ কিবা সমস্যা এটা লৈ হাজিৰ হ'ল আৰু বাৰাণ্ডাতে বহিলহি। বৰকটকীয়ে কাকত সামৰি ভিতৰলৈ গৈ ক'লে, "তোমাৰ এই মানুহজাকৰ উৎপাতত ৰাতিপুৱা শান্তিৰে বাতৰি কেইখনো পঢ়িব নোৱাৰো। মোক এটা লাইব্ৰেৰী আৰু বহিবলৈ এখন সৰু বাৰাণ্ডা কৰি দিবা।" ঘৰৰ এটা মূৰত সৰুকৈ এটা লাইব্ৰেৰী আৰু এখন বাৰাণ্ডা কৰি দিলো। এদিন মই নথকা অৱস্থাত এজন ভব্য-গব্য ৰাজনৈতিক নেতাই মোক বিচাৰি আহি লাইব্ৰেৰীৰ বাৰাণ্ডাতে তেখেতক দেখি চিএগ্রৰি সুধিলে, "ভিনদেউ, বাইদেউ আছেনে?" বৰকটকীয়ে মুখৰ আগত পঢ়ি থকা কাকতখন আতৰ নকৰাকৈ ৰেলিঙত দি থোৱা ভৰিখন জোকাৰি মই ঘৰত নাই বুলি বুজাই পঠালে। মানুহজনে (নামটো ক'ব খোজা নাই) মনে মনে বেয়া পালেও মোক কথাটো ক'লে আৰু তেখেতৰ স্বভাৱটো জানে কাৰণে 'একো নহয়, তেনেকুৱাই তেখেতৰ স্বভাৱ, মই বেয়া পোৱা নাই' বুলি কৈ থলে।

মোৰ ৰাজনীতিত আৰু সমাজসেৱাৰ ভূমিকাত তেখেতৰ দৃষ্টিভঙ্গী যে ঋণাত্মক নাছিল মই বুজিছিলো। শুনিলে আচৰিত লাগে, মোৰ নিৰ্বাচনত (সংসদী আৰু বিধানসভাৰ), বিশেষকৈ হাজো সমষ্টিত জ্ঞানদা শৰ্মা আৰু অধ্যাপক বংশীৰাম দাসৰ লগত কেইবাখনো নিৰ্বাচনী সভাত বক্তৃতা দিছিল। বক্তৃতা হেনো বহল অৰ্থপূৰ্ণ আছিল। "আপোনালোকে আপোনালোকৰ প্ৰতিনিধি নিৰ্বাচন কৰিলেই আপোনালোকৰ কৰ্তব্য শেষ বুলি নধৰিব। বিধায়ক বা সাংসদক ৰাইজৰ প্ৰতি থকা দায়বদ্ধতা পালন কৰাত সমূহীয়াভাৱে দাবী কৰি যাব।" ইয়াৰপৰাই বুজা যায়, দলীয় ৰাজনীতিৰ ঊৰ্দ্ধত, ৰাইজৰ প্ৰতিনিধি সকলে কাম কৰা আৰু লগতে সামাজিক দায়বদ্ধতা পালন কৰাৰ প্ৰতি তেখেতৰ দৃষ্টিভঙ্গী ধনাত্মক আছিল।

❖ ব্যক্তি হিচাপে তেখেতৰ কেতবোৰ বিশেষ বৈশিষ্ট্য আছিল। এই বিষয়ে আপুনি অলপ ক'বনে?

তেখেতৰ বিশেষ বৈশিষ্ট্য বুলি থোৰতে ক'ব পাৰো, বৰকটকী এজন ভাৰতীয় আছিল, মূৰৰপৰা ভৰিলৈ, অন্তৰৰপৰা অন্তৰাত্মালৈ তেখেত ভাৰতীয় আছিল।

ভগবান বিশ্বাসী, মিতব্যয়ী, অলপতে সন্তুষ্ট, যি পাইছো সেয়ে বহুত, মোতকৈও দুখত থকা মানুহ এই পৃথিৱীত বহুত আছে, ভগবানে মোক দিবলগাতকৈ বা পাবলগাতকৈ বহুত বেছি দিছে ইত্যাদি ভাবৰ মানুহ এজন আছিল বৰকটকী। নীতিৰ লগত কোনোদিনে আপোচ নকৰা, অযথা কথা পাতি আনৰ নিন্দাচৰ্চা কৰি সময় নষ্ট কৰিব নোখোজা আদি গুণৰ অধিকাৰী এজন মানুহৰ বৈশিষ্ট্য তেখেতৰ আছিল। শিল্প, সাহিত্য, কলা, নাটক, সঙ্গীত আৰু সেইবিলাকৰ ঋণাত্মক আৰু ধনাত্মক সমালোচনাত গভীৰ ৰাপ থকা এজন perfectionist আছিল বৰকটকী।

❖ তোমাৰ ষষ্ঠ প্ৰশ্নটো আছিল ১৯৭৫ চনৰ জৰুৰীকালীন অৱস্থা ঘোষণা কৰোতে আপোনাক চৰকাৰে গ্ৰেপ্তাৰ কৰিছিল আৰু ১৯ মাহ কাৰাবাস দিছিল। সেই সময়ছোৱাত তেখেতে সংসাৰ পৰিচালনা কৰাত বা আপোনালোকৰ একমাত্ৰ কন্যা মীনাক্ষীক প্ৰতিপালন কৰাত কি ভূমিকা লৈছিল?

মই আগতেই কৈছো, বৈষয়িক বা সাংসাৰিক জ্ঞান বৰকটকীৰ বেছি নাছিল। লিখা-পঢ়া শিল্প-কলা, নাটক, চিনেমাকে ধৰি সাধাৰণ মানুহে ঢুকি নোপোৱা কিছুমান অদ্ভুত বিষয় লৈ তেখেতে এখন নিজৰ পৃথিৱীত বিচৰণ কৰিছিল।

দিল্লীত যিদিনা জয়প্ৰকাশ নাৰায়ণক গ্ৰেপ্তাৰ কৰে সেইদিনাই ৰাতিপুৱা দিল্লীৰ পৰা মোৰ বন্ধু এজনে (চৰকাৰী চাকৰিয়াল) জনাই দিছিল যে অসমতো কেইবাজনকো গ্ৰেপ্তাৰ কৰিব, তাৰে ভিতৰত এক নম্বৰত মোৰ নামো আছে। গতিকে তেওঁ 'টুথপেষ্ট টুথব্ৰাছলৈ' সাজু হ'বলৈ ক'লে।

মই কি কৰো কি নকৰো ভাবি একো ঠিক কৰিব পৰা নাই। কিমানদিনলৈ জেলত থাকিব লাগিব তাকো নাজানো। 'মিছা'ত গ্ৰেপ্তাৰ কৰিলেতো সোনকালে ওলাই অহা সহজ নহ'ব। ইফালে বৰকটকীয়েতো ঘৰ চলাব নোৱাৰিব। কণমানি মীনাক্ষী (৯ বছৰ) ৰ লগতে ঘৰৰ কামবন কৰা ল'ৰা-ছোৱালীবিলাক শুকাই মৰিব। বৰকটকীক কথাটো ক'লে কি reaction হয় ধৰিব পৰা নাছিলো। মীনাক্ষীক স্কুললৈ যাব নিদিলো। ১০ বজাত U. Co. বেঙ্কৰ মেনেজাৰৰ ওচৰলৈ গৈ মীনাক্ষীৰ নামত হিচাপ এটা খুলিলো। ১০ বছৰ নাই হোৱা যদিও মেনেজাৰ গোস্বামীয়ে (পাছত উগ্ৰপন্থীয়ে বেঙ্কতে হত্যা কৰিছিল) অনুগ্ৰহ কৰি তাইৰ একাউণ্ট এটা খুলি দিলে। তাইক কেনে ধৰণে লেনদেন কৰিব লাগে বুজাই দি চেক পাচবুক দি পঠাই দিলে। মই সামান্য ধন জমা দি বিধান সভাৰ সচিবলৈ চিঠি এখন দি মোৰ বিধায়কৰ মাহেকীয়া মাননীখিনি সেই বেঙ্কলৈ পঠাবলৈ কৈ মই মোৰ হাতবেগত আৱশ্যকীয় বস্তুবাহানি আৰু কিতাপ দুখনমান ভৰাই লঁলো।

গধূলি ছয়মান বজাত এজন উপ আৰক্ষী অধীক্ষক (নাম নকওঁ) আৰু দুজন আৰক্ষীয়ে আহি মোক থানালৈ কিবা আলোচনা কৰিবলৈ মাতিছে বুলি কোৱাত মই তেওঁলোকক বহিবলৈ দি ক'লো যে থানালৈ মতা নাই, জেললৈয়ে মাতিছে। বৰকটকী লাইব্ৰেৰীৰ (জিলা পুথিভৰাললৈ সদায় আবেলি যায়) পৰা আহি পোৱা নাই। ছোৱালীজনীক ভাত অলপ খুৱাই দিওঁ। আপোনালোকেও চাহ-তাহ খাওক বুলি কাম কৰা ল'ৰাটোক বৰকটকীক বিচাৰি লাইব্ৰেৰীলৈ পঠালো। ল'ৰাটোৱে "ঘৰলৈ পুলিচ আহিছে, বৰ বিপদ হৈছে, আপোনাক বাইদেৱে মাতিছে সোনকালে" বুলি কোৱাত ক'লে, তই যাগে যা, সেইবিলাক বাইদেউৰাই চম্ভালি ল'ব। মই নোৱাৰো। তদুপৰি *New York Times* খন আজি বহুত দিনৰ মূৰত পাইছো। সেইখন পঢ়িহে মই ঘৰলৈ যাম।" ল'ৰাটোৱে তাৰ চিনাকী লাইব্ৰেৰীৰ চকিদাৰজনক কথাটো ক'লে। চকিদাৰজনে ৭ মান বজাৰপৰা দুৱাৰ-খিৰিকি মাৰিবলৈ আৰম্ভ কৰি ক'লে, "ছাৰ আপুনিহে এজন পঢ়ুৱৈ আছে লাইব্ৰেৰী বন্ধ কৰো এতিয়া বুলি কোৱাত কেৰাহিকৈ চাই কলে- "তোমাৰ আন কি কাম আছে? অলপ পলমকৈ তোমাৰ ভাত ৰান্ধিবা, নহলে পয়ছা দিম হোটেলত খাবা। মই এইখন কাকত আজি পঢ়িবই লাগিব। কালিলৈ এইখন ইয়াত নেপাম।" চকিদাৰজনে ক'লে, "ছাৰ কালিতো আপুনি সময়মতে আহিবই, গতিকে আপুনি কাকতখন লৈ যাওক কাইলৈ লৈ আহিব" বুলি কোৱাত কোনোমতে উঠি ৮ মান বজাত ঘৰ পালেহি। ঘৰত আহি দেখে পুলিছে মোৰ অফিচৰুমত বহি চাহ খাই আছে। ভিতৰলৈ আহি কি হ'ল বুলি সোধাত মীনাক্ষীয়ে "মাক নিব আহিছে, মায়ে কৈছে, মা হেনো জেলতে থাকিব লাগিব।" ইতিমধ্যে মই মীনাক্ষীক জৰুৰীকালীন অৱস্থা, নেতাসকলৰ কাৰাবৰণ, কিহৰ কাৰণে আমি ইন্দিৰা গান্ধীৰ নেতৃত্বৰ বিৰুদ্ধে থিয় দিছো ইত্যাদি বহুত কথা কৈ তাইক মানসিকভাৱে প্ৰস্তুত কৰি তুলিছিলো। মীনাক্ষীকো দেখিলো, মাক-দেউতাকৰ প্ৰতিবাদী স্বভাৱৰ মন এটা আছিল। মোৰ কথাত "তুমি ভালেই কৰিছা, কোনোবাইতো অন্যায়ৰ প্ৰতিবাদ কৰিবই লাগিব। সহি থাকিলে এই অন্যায় আৰু বাঢ়ি থাকিব।" তেনেধৰণৰ কথা তাই কৈছিল।

বৰকটকীয়ে কথাটো বৰ সহজভাৱে লোৱা যেন পালো- "মাৰক নিবইতো বিধানসভাৰ বাহিৰে-ভিতৰে মাৰে যিদৰে চৰকাৰক বাদ-প্ৰতিবাদ কৰি জুলুম কৰিছে মাৰক জেললৈ নিয়াটো একো অস্বাভাৱিক নহয়"। ময়ো সহজ হৈ পৰিলো। "ভাত খাওঁ আহা" বুলি তিনিওজনে ভাতৰ পাতত বহিলো। মইয়ে মোৰ অনুপস্থিতিত ঘৰখন কেনেকৈ চলাব, পুপীৰ (মীনাক্ষী) স্কুল ফিজ আদি কেনেকৈ দিব, এজন বন্ধুৰ জৰিয়তে সপ্তাহৰ ৰেচন, মাছ, পাচলি, কণী আদি দিয়াৰ ব্যৱস্থা কৰাৰ কথা

ইত্যাদি কলো। তেখেতে কলে, "তেনেহলেতো কোনো চিন্তাই নাই, পুপী আৰু সৰলাই (খুড়াৰ ছোৱালী) ঘৰ চলাব পাৰিব। কিবা অসুবিধা হ'লে তোমাক জেলত চাবলৈ গ'লে সুধি আহিব।"

জেলৰ থকা গোটেই ১৯ মাহ সময় মীনাক্ষী আৰু সৰলাই ঘৰ চলাইছিল, আলহী সুধিছিল আৰু বৰকটকীৰো কোনো অসুবিধা নোহোৱাকৈ আলপৈচান ধৰিছিল।

তোমাৰ শেষ প্ৰশ্ন "আপোনাৰ দৃষ্টিত বৰকটকী মানুহজন"

"স্থিতপ্ৰজ্ঞ" শব্দটো শুনিছিলো, লিখিছিলো আৰু তাৰ ব্যাৱহাৰিক দিশটো উপলব্ধি কৰাৰ অন্তত, এই শব্দটোৰ, "স্থিতপ্ৰজ্ঞ"ৰ আচল অৰ্থৰ সম্যক জ্ঞান লাভ কৰিছিলো। জীৱনত আমাৰ বহুত ঘাত-প্ৰতিঘাত-সংঘাত গৈছিল বহুত দুখৰ আৰু দুৰ্দিনৰ দিনো আহিছিল, মই বিচলিত হৈছিলো কেতিয়াবা নকবলগীয়া কথা কৈছিলো, নকৰিব নলগীয়া কাম কৰিছিলো। কিন্তু বৰকটকীক দেখিছিলো, কোনোদিনে উত্তেজনাৰ বশবৰ্তী হৈ বা বিচলিত হৈ কথা কোৱা বা কাম কৰা দেখা নাই। শান্ত, সৌম্য, ধীৰ, সুন্দৰ স্বাস্থ্যৰ অধিকাৰী বৰকটকী সদায় স্থিতপ্ৰজ্ঞ হৈয়েই ৰ'ল।

"দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।
বীতৰাগ ভয়ক্ৰোধঃ স্থিতধীমুনিৰুচ্যতে।"

দুখত অনুদ্বিগ্ন চিত্ত, সুখত স্পৃহাহীন, যাৰ আসক্তি, ভয় আৰু ক্ৰোধ নিবৃত্ত হৈছে, সেইজনকেই স্থিত প্ৰজ্ঞ বুলি কোৱা হয়।◆◆

(উপেন্দ্ৰ বৰকটকীৰ প্ৰশ্নৰ উত্তৰত ৰেণুকাদেৱী বৰকটকীৰ বক্তব্য)

# অসম সাহিত্য সভা

*(অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন উপলক্ষে প্ৰতি বছৰে 'প্ৰকাশ'ৰ পক্ষৰ পৰা এলানি আলোচনা মুকলি কৰা হয়। এইবাৰো সাহিত্য সভাৰ ৫১তম অধিবেশনৰ প্ৰাক-মুহূৰ্তত অসমৰ কেইগৰাকীমান চিন্তাবিদ আৰু সাংবাদিক-সাহিত্যিকৰ মাজত আমি এটি প্ৰশ্নৰ জৰিয়তে এক আলোচনাৰ অৱতাৰণা কৰিছিলো। আমাৰ প্ৰশ্ন আছিল ঃ*

*অসমীয়া ভাষা-সাহিত্য উৎকৰ্ষ সাধনেই আছিল অসম সাহিত্য সভাৰ মহৎ উদ্দেশ্য। এই ক্ষেত্ৰত সাহিত্য সভাৰ অৱদান চিৰস্মৰণীয়। বৰ্তমান এই অনুষ্ঠানৰ দৰ্শন আৰু ভৱিষ্যৎ দৃষ্টিভঙ্গী কেনে হোৱা বাঞ্ছনীয়?*

*এই অভিমতসমূহে অসম সাহিত্য সভাৰ দিগদৰ্শনত সহায় কৰিব বুলি আমি আশা কৰিলোঁ। — সম্পাদক)*

অৰ্ধশতাব্দীৰ পূৰ্বে জাতীয় জীৱনৰ এক ঐতিহাসিক মুহূৰ্তত, জাতিৰ এক ঐতিহাসিক প্ৰয়োজন পূৰণ কৰিবৰ বাবে একালৰ অসমীয়া ভাষা উন্নতিসাধিনী সভা 'অসম সাহিত্য সভা'লৈ উত্তৰিত হৈছিল। শতিকাৰ আগডোখৰত আমাৰ পূৰ্বপুৰুষসকলৰ সন্মুখত যিটো প্ৰত্যাহ্বান উপস্থিত হৈছিল, সি জাতিসত্তাৰ অস্তিত্বতকৈও আছিল তৎকালীনভাৱে আমাৰ ভাষা-সাহিত্যৰ, ঘাইকৈ ভাষাৰ অস্তিত্বৰ সংকট। বিপুল, সুদীৰ্ঘ ঐতিহ্যবাহী আমাৰ সুৱদী মাতৃভাষা অসমীয়াই সেইসময়ত বাহিৰৰ আগ্ৰাসী ভাষিক আক্ৰমণৰ বিৰুদ্ধে জীৱন-মৰণ সংগ্ৰামত লিপ্ত হ'বলগীয়া হৈছিল। অ.ভা.উ.সা., অৰুণোদয়, জোনাকী। বেজবৰুৱা-গোহাঞিবৰুৱা-হেম গোস্বামী-কমলাকান্ত প্ৰভৃতি অসমীয়া ভাষা-সাহিত্যৰ কৰ্ণধাৰসকলে সেই সময়ত কঁকালত টঙালি বান্ধি আগবাঢ়িছিল অসমীয়া ভাষাৰ প্ৰাচীনত্ব আৰু স্বকীয়তা সংৰক্ষণ কৰি, অসমীয়া সাহিত্যৰ ভেটি টনকিয়াল কৰি ভাষাৰ প্ৰাথমিক সমস্যাবোৰৰপৰা আজৰি হৈ অসমীয়া সাহিত্যৰ পৰিসৰ বহলোৱা আৰু অসমীয়া সাহিত্যক প্ৰাচীন অসমীয়া সাহিত্যৰ সৌষ্ঠৱ আৰু গৰিমাৰ যোগ্য উত্তৰাধিকাৰী কৰি গঢ়ি দেশৰ প্ৰান্তীয় সাহিত্য, আৰু সম্ভৱ হ'লে তাৰ পৰা উঠাই বিশ্ব-সাহিত্যৰ মাজমজিয়ালৈ উত্থানৰ অভিযাত্ৰাত যোগ দিয়াৰ বাট মোকলোৱাৰ মহান দায়িত্ব পালন কৰিবলৈ।

আজিৰ পৰিবৰ্তিত পাৰিপাৰ্শ্বিকত, অসমীয়া জাতীয় ক্ৰমবিকাশৰ বৰ্তমান স্তৰত, সমসাময়িক ৰাজনৈতিক আৰু সামাজিক বা-বতাহ, ধুমুহা-বিঘিনিৰপৰা অসমীয়া সাহিত্যই

কাছ-চোলোঙৰ ভিতৰত সোমোৱাদি নাইবা ভেকুলীৰ দৰে কুঁৱাৰ ভিতৰত 'কোৱাৰেন্‌টাইন' হৈ অকল 'কলাৰ বাবে কলা' বা সাহিত্যৰ বাবে সাহিত্য কৰিয়ে আপোনপাহৰা হৈ থাকিব বুলি নিশ্চয় আশা কৰিব নোৱাৰি আৰু তেনে কৰো বুলিলেও সময়ে আৰু সমাজে তেনে কৰিবলৈ নিদিয়ে। বেজবৰুৱাৰপৰা সন্দিকৈলৈকে সকলোৱে অতীতত জাতীয় জীৱন আৰু জাতীয় সাহিত্যৰ অবিচ্ছেদ্য সম্পৰ্কৰ কথা উনুকিয়াইছে। জাতিটোৱেই যদি অস্তিত্ব বিপন্ন হয়, তেতিয়া যে সাহিত্যিকে জাতিৰ বাহিৰলৈ গৈ আছুতীয়াকৈ সাহিত্য চৰ্চা কৰি থাকিব নোৱাৰে, সেইটো অতি সঁচা। তথাপি মোৰ ব্যক্তিগত দৃষ্টিৰে অসমীয়া সাহিত্যই এতিয়া অতীতৰ ৰাজনৈতিক অথবা জাতীয়তামূলক সমস্যা-সৰ্বস্বতে নিমগ্ন হৈ নেথাকি গুণগতভাৱে অসমীয়া সাহিত্যৰ সম্পদ সংবৰ্ধন আৰু সাহিত্যিক চমৎকাৰিত্ব উত্তৰণৰ প্ৰতিহে অধিক মনোযোগ দিয়াৰ সময় উপস্থিত হৈছে। সাহিত্য জাতীয়তাৰ সহচৰ আৰু পৰিপোষক নহৈ নোৱাৰে সঁচা, কিন্তু ঐতিহাসিক বিবৰ্তনৰ পটভূমিত অসমীয়া সাহিত্যই এতিয়া জাতীয়তা বা ৰাষ্ট্ৰীয়তাৰ চিন্তাতকৈ নিজৰ ঘৰখন গজগজীয়া আৰু সৃজনীকৰ্মক জাতিষ্কাৰ কৰি তোলালৈহে বেছি চকু দিবলগীয়া হৈছে বুলি মোৰ ধাৰণা।

অসম সাহিত্য সভাৰ আগন্তুক একপঞ্চাশতম বিহপুৰীয়া 'মাধৱদেৱ ক্ষেত্ৰ' অধিবেশনৰ পৰিপ্ৰেক্ষিতত সভাৰ অতীজৰ ঐতিহাসিক ভূমিকালৈ এবাৰ ঘূৰি চাই বৰ্তমানৰ বিপদসংকুল পৰিস্থিতিত স্থিতি লৈ অনাগত ভৱিষ্যতৰ প্ৰতি দৃষ্টিপাত কৰাৰ সময় হৈছে। সাহিত্য সভা যে 'অসম সাহিত্য সভা'হে, 'অসমীয়া সাহিত্যৰ সভা' নহয়, এই সূক্ষ্ম প্ৰভেদকণৰ গইনা লৈ নানান তৰ্কজাল মেলা হয়, নানা ধৰণৰ 'ছোফিষ্ট্ৰি' তথা যুক্তিৰ কছৰৎ কৰা হয়। দৰাচলতে সভাই যে বিশুদ্ধ সাহিত্য চৰ্চাৰ প্ৰতি দিবলগীয়া বৰঙণিতকৈ নানা প্ৰকাৰ ৰাজনৈতিক-বৈষয়িক প্ৰশ্নৰ প্ৰতিহে অধিক সচেতনতা দৰ্শায়, সেই অভিযোগৰপৰা মূৰ পুলুকা মাৰিবলৈকে এনে ধৰণৰ যুক্তি-তৰ্কৰ আশ্ৰয় লোৱা যেন লাগে। 'অসম সাহিত্য সভা' বোলোতে যে নিৰ্দিষ্ট অসমীয়া ভাষা-সাহিত্যৰ উপৰিও অসম ৰাজ্যক্ষেত্ৰৰ ভিতৰত পৰা অন্যান্য থলুৱা ভাষা-উপভাষা আৰু বিবিধ জনগোষ্ঠীকো সামৰে আৰু সামৰা উচিত, সেইটো নুই কৰা নাযায়। সেয়ে হ'লেও পাহৰিব নোৱাৰি, অ.ভ.উ.সা.ৰ সম্প্ৰসাৰিত অৱতাৰ অসম সাহিত্য সভা মুখ্যতঃ প্ৰথমে অসমীয়া ভাষা-সাহিত্যৰ লেনদেন কৰা সভাহে, আৰু দ্বিতীয়তে ৰাজনৈতিক তথা ৰাজহুৱা সমস্যাৰপৰা গা বচাই চলা নিৰংকুশভাৱে সম্ভৱপৰ নহ'লেও অসমৰ জাতীয় আত্মপ্ৰতিষ্ঠা বা সাৰ্বভৌম সত্তা গঠন-বিৱৰ্তনৰ সৈতে সাহিত্য সভাৰ সম্বন্ধ পৰোক্ষহে, প্ৰত্যক্ষ নহয়। বিশুদ্ধ জাতীয়তাবাদী কাৰ্য্যক্ৰমণিকাত সাহিত্য সভাৰ অবিসম্বাদিত স্থান আছে সন্দেহ নাই, কিন্তু সেই ভূমিকাৰ প্ৰতি প্ৰয়োজনাতিৰিক্ত গুৰুত্ব দি মৌন সাহিত্যিক লক্ষ্য আৰু কৰ্মকাণ্ডকাৰা আঁতৰি পৰাটোও কোনোপ্ৰকাৰে কাম্য

নহয়। প্ৰকৃতপক্ষে সম্প্ৰতি অসম সাহিত্য সভাই এফালেদি আমাৰ থলুৱা ৰাইজৰপৰা যি পৰিমাণে অধিক নিষ্ঠা আৰু আগ্ৰহ আহৰণ কৰিব পাৰিছে সেই পৰিমাণে নাইবা অলপ তাকৰকৈ হ'লেও 'অসম সাহিত্য সভা' বুলিলে যি ব্যাপকতাৰ আনুগত্য সূচিত হয়, তেনে বৰ্দ্ধিত আনুগত্যৰ পৰা ভালেখিনি বঞ্চিত হোৱা নাই বুলিও ডাঠি ক'ব নোৱাৰি। বৰো সাহিত্য সভা, কাৰবি আংলং সাহিত্য সভা ইত্যাদি বিকাশমান সমান্তৰাল সাহিত্য সভাসমূহৰ ভূমিকা কেন্দ্ৰাভিমুখী হৈছে নে কেন্দ্ৰাপসাৰী – centripetalনে centrifugal হৈছে বা হোৱা যেন লাগে, খাটাং কোনোবাই ক'ব পাৰিবনে? অসমীয়া জাতিৰ সম্পদ হিচাপে অসমীয়া ভাষা-সাহিত্যৰ বিস্তাৰ আৰু শ্ৰীবৃদ্ধিৰ অৱস্থাভেদে সাহিত্যিক বা ভাষিক সম্প্ৰসাৰণ বাদ, আনকি ভাষিক সাম্ৰাজ্যবাদৰ সৈতে মিহলি বা বিকৃত হৈ পৰাৰ আশঙ্কা নাইনে? মোৰ বিশ্বাস, অসম সাহিত্য সভাই সাম্প্ৰতিক কালৰ সৰু সৰু জনগোষ্ঠী, ভাষাগোষ্ঠীৰ আত্মপ্ৰতিষ্ঠাৰ প্ৰৱণতাৰ প্ৰতি লক্ষ্য ৰাখি সভাৰ ক্ষেত্ৰীয় বা 'টেৰিটৰিয়েল' দিশটোৰ ওপৰত জোৰ কমাই দিয়াহে সমুচিত হ'ব।

ঐতিহাসিক ভৱিষ্যতৰ প্ৰতি সম্যক দৃষ্টি ৰখাৰ আন এটা অৰ্থ যদি 'ডাইনামিকছ' তথা গতিশীলতাৰ প্ৰতি সচেতনতা হয়, তেনেহ'লে মোৰ বোধেৰে অসম সাহিত্য সভাই বৰ্তমানে ইয়াৰ দৃষ্টিভঙ্গীৰ একপ্ৰকাৰ পুনৰ্দিকনিৰ্ণয় বা ৰি-অৰিয়েণ্টেশ্যনৰ সময় উপস্থিত হৈছে। অসম সাহিত্য সভাই অসমীয়াৰ বাহিৰে আৰু যিকোনো ভাষাকে নেসামৰক এই বিৰাট অনুষ্ঠানৰ ভৱিষ্যত প্ৰকৃতপক্ষে অসমীয়া ভাষা-সাহিত্যক কেন্দ্ৰ কৰিয়ে গঢ় ল'ব আৰু ল'ব লাগিব। সেয়ে হ'বলৈ হ'লে আমি এতিয়া সম্প্ৰসাৰণ বা বিস্তাৰৰ লগে লগে দৃঢ়ীকৰণ তথা সংবৰ্দ্ধন অৰ্থাৎ কনছ'লিডেশ্যনৰ প্ৰতিও যথোচিত মনোযোগ দিব লাগিব। আনহাতেদি মানুহ আকৰ্ষণ বা জনপ্ৰিয়তা বৃদ্ধিৰ মোহত পৰি সাহিত্য সভা লোকাৰণ্য হ'লেই আত্মপ্ৰসাদ লাভ কৰি সভাৰ মূল উদ্দেশ্যৰ প্ৰতি আওকণীয়া হৈ পৰিলে সাহিত্য সভা হয়তো কংগ্ৰেছৰ দৰে বিৰাট মহাসভা হ'ব, কিন্তু সেয়া সাহিত্য সভা হৈ নাথাকিব, সাহিত্যৰ দিক নিৰ্ণয় কৰিব পৰা সংস্থা হৈ নাথাকিব।

সেইবাবেই সামৰণি মাৰি পুনৰ ক'ম, অসম সাহিত্য সভাৰ সুস্থ আৰু সবল ভৱিষ্যতৰ বাবে এটাইতকৈ বেছি আৱশ্যকীয় কথা হৈছে ঐতিহাসিক দৃষ্টিভঙ্গী। যি ঐতিহাসিক প্ৰয়োজন পূৰাবলৈ এদিন অ.ভা.উ.সা.ৰ জন্ম হৈছিল, তেনে আন এটা ঐতিহাসিক আৱশ্যকতাৰ হেতুকে এতিয়া প্ৰয়োজন হৈছে ইয়াক অকাডেমী পৰ্য্যায়ৰ এক মান-নিৰ্দ্ধাৰক পথ-নিৰ্দেশক মহান সাহিত্য অনুষ্ঠানস্বৰূপে গঢ়ি তোলা। তাকে কৰিলে সংখ্যাৰ পিনৰপৰা, জনপ্ৰিয়তাৰ পিনৰপৰা, গুণগতভাৱে কৰ্তৃত্বশীলতাৰ পিনৰ পৰা সভা অধিক শক্তিশালী আৰু অৰ্থবহ হ'ব বুলি মোৰ বিশ্বাস।◆◆

# সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য

## প্ৰশ্নাৱলী

১। আপুনি সাহিত্য সমালোচনাত প্ৰবৃত্ত হোৱাৰ কাৰণ কি?

২। আপোনাৰ প্ৰিয় সাহিত্য-সমালোচক কোন? কিয় প্ৰিয়?

৩। আপুনি সাহিত্য-সমালোচনাৰ কোন ধাৰাত বিশ্বাস কৰে? কিয়?

৪। সমালোচকৰ প্ৰধান উদ্দেশ্য কি হোৱা উচিত বুলি ভাবে? পাঠকৰ সন্মুখত বিষয়ৰ বিশ্লেষণ দাঙি ধৰা, বিষয়ৰ মূল ভাব আৰু উদ্দেশ্য ব্যাখ্যা কৰা, বিষয়ৰ কেৱল গুণ বিচাৰ কৰা, বিষয়ৰ কেৱল দোষ বিচাৰ কৰা, নে দোষ-গুণ দুয়োটা বিচাৰ কৰা, লেখকক উদ্‌গনি যোগোৱা বা প্ৰশংসা কৰা, নে লেখকৰ ভৱিষ্যত ৰচনাৰ বাবে দিক্ নিৰ্দেশ কৰিবৰ চেষ্টা কৰে?

৫। আপুনি সাহিত্যৰ সকলোকেইটি ধাৰাৰে সমালোচনা কৰে, নে কেৱল বিশেষ ধাৰাৰহে সমালোচনা কৰে?

৬। আপুনি ভাবে নে যে সমালোচকে কোনো ৰচনাৰ লেখকৰ প্ৰকৃত ভাৱ, কল্পনা আৰু অনুভূতিক চূড়ান্তভাৱে হৃদয়ঙ্গম কৰিব পাৰে আৰু বিচাৰ কৰিব পাৰে?

৭। সাহিত্যৰ প্ৰধান উদ্দেশ্য কি হোৱা উচিত বুলি আপুনি ভাবে? ৰস সৃষ্টি, আনন্দ দান, কোনো বিশেষ চেতনা দান বা কোনো বিশেষ উদ্দেশ্যে পাঠকক উদ্বুদ্ধ কৰা?

৮। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি আপুনি ভাবেনে?

৯। ভাব, বিষয় আৰু ফৰ্মৰ ভিতৰত কোনটো অধিক গুৰুত্বপূৰ্ণ বুলি আপুনি ভাবে? কিয় ভাবে?

১০। আপুনি সমালোচনা কাৰ উদ্দেশ্যে লিখে? লেখকৰ বাবে নে সাহিত্য পাঠকৰ বাবে?

১১। সমালোচনাৰ ভাষা কেনে হ'ব লাগে বুলি ভাবে? সাংকেতিক অথবা

১২। অসমীয়া ভাষাত সাহিত্য সমালোচনাৰ বাবে প্ৰয়োজনীয় 'পুথিভাষা'ৰ অভাৱ

অনুভৱ কৰিছে নেকি? যদি কৰিছে, আপুনি সেই অভাৱ কেনেকৈ দূৰ কৰিবলৈ চেষ্টা কৰিছে?

১৩। আপুনি কোনো ৰচনা সমালোচনা কৰিবলৈ লওঁতে সেই সম্পৰ্কীয় অন্যান্য সমালোচকৰ মতামত পঢ়ি লয় নেকি?

১৪। অসমীয়া আধুনিক সাহিত্যৰ (জোনাকী যুগৰপৰা প্ৰাক্-স্বাধীনতা যুগলৈকে) সমালোচক হিচাপে কোনকেইজন ব্যক্তি সফল হৈছে বুলি আপুনি ভাবে?

১৫। আধুনিক অসমীয়া সাহিত্যৰ (উত্তৰ স্বাধীনতা কালৰ) কোনকেইগৰাকী সমালোচকসকলক সফল সমালোচক বুলি আপুনি ভাবে?

১৬। আপোনাৰ নিজৰ সমালোচনামূলক প্ৰবন্ধৰ ভিতৰত সময়ৰ আগ-পিছ অনুসৰি কিবা পৰিৱৰ্তন ঘটিছেনে?

১৭। আপুনি যেতিয়া কোনো ৰচনা সমালোচনা কৰিবলৈ লয়, তেতিয়া কেৱল সেই ৰচনাখনকে চকুৰ আগত ৰাখে, নে লেখকৰ অন্যান্য ৰচনাৰাজি আৰু অন্য লেখকৰ সমপৰ্য্যায়ৰ ৰচনাৰাজিও চকুৰ আগত ৰাখে?

১৮। সমালোচনা সম্পৰ্কে আপোনাৰ বক্তিগত মতামত কি?

## উত্তৰ

কেৱল সাহিত্য-সমালোচনা নহয়, সাহিত্যকো সামৰি বহলভাৱে সকলো প্ৰকাৰ কলাৰ সমলোচনাত প্ৰবৃত্ত হোৱাৰ ইচ্ছাৰ গুৰিতে হ'ল কলাৰ প্ৰতি থকা স্বাভাৱিক ধাউতি। ৰংগমঞ্চ, চিত্ৰকলা, চলচ্চিত্ৰও মোৰ সমালোচনাৰ অন্তৰ্ভুক্ত হৈছে। বিশুদ্ধ সমালোচনা হৈছে নে নাই, সেইকথা মই বিচাৰ কৰি চোৱা নাই। কোনো এখন কিতাপ পঢ়ি, চিত্ৰ চাই, অভিনয় উপভোগ কৰি মই সেই শিল্প, শিল্পকাৰৰ দৃষ্টিভংগি সম্পৰ্কে কি ধাৰণা কৰোঁ, তাকেই ব্যক্ত কৰিব খোজোঁ। গতিকে অধ্যাপনা বা শিক্ষকতা নহয়, অধ্যয়নেহে মোক সমালোচনা-কাৰ্য্যত প্ৰবৃত্ত কৰাই আহিছে।

বহু-আলোচিত নাইবা জনাজাত লেখকৰ সলনি আপেক্ষিকভাৱে স্বল্পপৰিচিত লেখকক পাঠকৰ দৃষ্টিগোচৰলৈ অনাৰ এটা আন্তৰিক দায়িত্ব মই সদায় অনুভৱ কৰোঁ। চতুৰ্থ দশকত ৰমা দাশৰ গল্পৰ সপক্ষে আৰু লক্ষ্মীনাথ ফুকনাৰ সাহিত্য-প্ৰতিভা সদৰি কৰাৰ বাবে, পঞ্চম দশকত ৰোমাণ্টিকবিধৰ লেখকৰ সলনি বুদ্ধিনিষ্ঠ আৰু যৌনতাবাদী লেখকৰ সপক্ষে সৰৱ হৈছিলোঁ। এসময়ত যতীন্দ্ৰনাথ দুৱৰা আৰু অমূল্য বৰুৱাৰ সম্পৰ্কে লিখা-মেলা কৰিছিলোঁ। কোনো লেখকৰ গাইগুটীয়া

ৰচনাতকৈ তেওঁৰ সমগ্ৰ ৰচনাৰ মাজৰ দৃষ্টিভংগি বা বৈশিষ্ট্য আৱিষ্কাৰ কৰাৰ ওপৰত অধিক গুৰুত্ব দিছিলোঁ। নতুন ভাৱধাৰাৰ মুখপাত্ৰস্বৰূপ লেখকসকলক পাঠকৰ সমুখত দাঙি ধৰাও সমালোচকৰ কৰ্তব্য বুলি ভাবোঁ। তদুপৰি সমালোচনাত্মক জীৱনী ৰচনাৰ প্ৰতিও মোৰ এটা ধাউতি আছে।

মই অৱশ্যে ধাৰাবাহিভাৱে সমালোচনা ৰচনাত প্ৰবৃত্ত হোৱা নাই। সাময়িক পত্ৰ-পত্ৰিকা আৰু আকাশ-বাণীৰ পুথি -পৰিচয়ৰ বাবে বহু-সময়ত সময় খটুৱাবলগীয়া হৈছে। তাৰপৰা অৱশ্যে মোৰ লাভেই হৈছে। কোনো এখন গ্ৰন্থৰ ভিতৰুৱা সৰু-সুৰা ছিদ্ৰ বিচৰাতকৈ এটা সামগ্ৰিক দৃষ্টিৰে গ্ৰন্থখনক চোৱা আৰু তাৰ প্ৰমূল্য আৰু প্ৰভাৱৰ আলোচনাত প্ৰবৃত্ত হোৱাটোহে মোৰ স্বভাৱ।

আগডোখৰৰ আলোচনাসমূহ — ঘাইকৈ বিদেশী সাহিত্যৰ চিন্তানায়কসকলৰ পৰিচয়মূলক আছিল। কন্টিনেন্টেল্ সাহিত্যৰ আৰু সাহিত্যিকৰ পৰিচয় আমাৰ নতুন লেখক-লেখিকাসকলৰ বাবে প্ৰয়োজনীয় বুলি অনুভৱ কৰিছিলোঁ। ইব্‌ছেন, কনৰাড্, ৰোমা ৰোলা, কাৰ্ল মাৰ্ক্স, ফ্ৰয়ড্, ৱেলছ, শ্ব, ক্ৰোছে, ফষ্টাৰ, হাৰ্বাৰ্ট ৰীড, ভাৰ্জিনিয়া উলফ, স্পেণ্ডাৰ আদিৰ লগত হোৱা পৰিচয়হে আমাৰ কূপমণ্ডুকতা আঁতৰাব বুলি ভাব হৈছিল।

মোৰ প্ৰিয় সাহিত্য-সমালোচক অনেক আছে। তাৰ ভিতৰত ইংৰাজী ভাষাৰ মেথিউ আৰ্নল্ড, ইলিয়ট আদি ঃ ভাৰতীয় ভাষাৰ — শ্ৰীঅৰবিন্দ, নৰসিংহায়া, কা-না-সুব্ৰহ্মণ্যম; অসমীয়া ভাষাৰ — বাণীকান্ত কাকতি, যজ্ঞেশ্বৰ শৰ্মা, ভৱানন্দ দত্ত, মহেশ্বৰ নেওগ, ত্ৰৈলোক্যনাথ গোস্বামী, হীৰেন গোহাঁই আদি; বাংলা ভাষাৰ — ৰবীন্দ্ৰনাথ, প্ৰমথ চৌধুৰী, ধুজৰ্টি মুখাৰ্জী, আবু সৈয়দ আয়ুব, সুধীন্দ্ৰনাথ দত্ত আদি প্ৰিয়।

মূলতঃ ইম্প্ৰেছনিষ্টিক্ আৰু ঐতিহাসিক সমালোচনা মোৰ প্ৰিয়। ঐতিহাসিক বা ইম্প্ৰেছনিষ্টিক্ সমালোচনাৰ মাজত সমাজমুখী দৃষ্টি থকা উচিত বুলি ভাবোঁ আৰু সমালোচনা সদায় সৃষ্টিশীল হ'ব লাগে বুলি ভাবোঁ। অসমীয়া সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতি আৰু ত্ৰৈলোক্যনাথ গোস্বামীক মই এই শাৰীৰ সমালোচক বুলি ভাবোঁ। সমালোচকে যি ধৰণৰ সমালোচনাই কৰক, ব্যক্তিগত ৰুচি-অভিৰুচি ত্যাগ কৰিব নোৱাৰে। সেই বাবেই নৈৰ্ব্যক্তিক সমালোচনাতকৈ নিজৰ ৰুচি অনুসাৰে স্পষ্ট ভাষাৰে কৰা সমালোচনা মই ভাল পাওঁ। অৱশ্যে সমালোচকজন কেনে, তেওঁৰ দৃষ্টিভংগি কেনেকুৱা, তেওঁৰ পৰ্য্যবেক্ষণ শক্তি কিমান গভীৰ তাৰ ওপৰতহে সমালোচনাৰ মান নিৰ্ভৰ কৰে। যিসকল যুগপৎ সৃষ্টিশীল লেখকো আৰু

সমালোচকো — তেনে সমালোচকৰ সমালোচনাই মোক আনন্দ দিয়ে।

সমালোচকৰ প্ৰধান লক্ষ্য হোৱা উচিত সমালোচনা কৰা গ্ৰন্থ আৰু গ্ৰন্থকাৰক পাঠকৰ লগত পৰিচয় কৰাই দি তেওঁৰ ৰচনাৰ ৰসাস্বাদন কৰিবলৈ সুযোগ দিয়া। তাকে কৰোঁতে তেওঁ পক্ষপাতমূলক দৃষ্টি নলৈ দোষ আৰু গুণ দুয়োটাকে গঠনমূলক দৃষ্টিৰে বিশ্লেষণ কৰিব লাগে। লেখকৰ প্ৰতি সহানুভূতি অবিহনে লেখকক পাঠকৰ ওচৰ চপাই দিয়া সম্ভৱ নহয় বুলি ভাবোঁ। লেখকৰ ভৱিষ্যত ৰচনাৰ দিক্ নিৰ্ণয় কৰি দিয়াটো সম্ভৱ বুলি নাভাবোঁ; কিছু সকীয়নি হয়তো দিলেও দিব পাৰে। সমালোচকে আদালতৰ বিচাৰকৰ দৰে ৰায় দিয়া উচিত বুলি যিদৰে নাভাবোঁ, ৰায় দিয়াৰ অধিকাৰো তেনেদৰে আছে বুলি নাভাবোঁ।

মই আগতেই কৈছোঁ — মই সাহিত্য, দৰ্শন আদি বিষয়ৰ যি গ্ৰন্থকে পঢ়োঁ, সেই বিষয়ে নিজৰ ধাৰণা দাঙি ধৰিবলৈ যত্ন কৰোঁ। তদুপৰি সাময়িক পত্ৰ-পত্ৰিকা আৰু আকাশ-বাণীৰ বাবে বিভিন্ন ধৰণৰ পুথি সমালোচনা কৰিবলগীয়া হয়।

সমালোচকে লেখকৰ ভাব, কল্পনা, অনুভূতিক চূড়ান্তভাৱে হৃদয়ংগম কৰিব পাৰে বুলি নাভাবোঁ; ই অনুমান-নিৰ্ভৰ আৰু অসম্পূৰ্ণ হ'বলৈ বাধ্য। সমালোচক যিমানেই আত্মস্থ হৈ লেখকৰ ৰচনাৰ মাজলৈ সোমাব পাৰে, সিমানেই ৰচনাৰ মূল ভাব হৃদয়ংগম কৰা সম্ভৱ হয়।

সাহিত্যৰ প্ৰধান উদ্দেশ্য ৰসসৃষ্টিৰ যোগে আনন্দ দান কৰা। ৰস আৰু আনন্দৰ মাজত মৌলিক পাৰ্থক্য বুলি মই নাভাবোঁ। অৱশ্যে সাহিত্যিক বিনোদনৰ আহিলাস্বৰূপে ব্যৱহাৰ কৰাৰ লগত 'আনন্দ' লাভৰ আহিলাস্বৰূপে গ্ৰহণ কৰাৰ পাৰ্থক্য আছে। লেখকে যি অনুভৱ কৰে, গল্প-কবিতা ৰচনাৰ মাজেৰে তাকেই তেওঁ পাঠকৰ অন্তৰ-পৰশাকৈ ব্যক্ত কৰিব খোজে। গতিকে লেখকৰ এটা পৰোক্ষ উদ্দেশ্য নিজৰ ভাব-অনুভৱৰ প্ৰতি পাঠকক উদ্বুদ্ধ কৰাটো সদায় অন্তৰ্নিহিত হৈ থাকে। ইয়াৰ উপৰিও যদি বিশেষ কোনো উদ্দেশ্যৰ প্ৰতি উদ্বুদ্ধ কৰিব খোজে, লেখক প্ৰথমে নিজে উদ্বুদ্ধ হৈ ল'ব লাগিব। কিন্তু কোনো মতবাদত দীক্ষিত কৰিবলৈ যত্ন কৰাটো ৰস-সাহিত্যৰ প্ৰধান লক্ষ্য হ'লে সাহিত্যৰ শিল্পগুণ নষ্ট হ'বলৈ বাধ্য।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে নে নালাগে — এই বিষয়ে দুটা মত। যিসকলে ৰাজনৈতিক সমাজবাদী দৰ্শনক সাহিত্যৰ দৰ্শনস্বৰূপে প্ৰতিষ্ঠা কৰিব খোজে, তেওঁলোকেই মুখ্যতঃ সামাজিক দায়বদ্ধতাৰ প্ৰয়োজনীয়তাৰ কথা কয়। মই ভাবোঁ, প্ৰত্যেক লেখকেই নিজৰ দায়বদ্ধতা, চিন্তা-ভাবনা আৰু কৰ্মৰ

ওচৰত দায়বদ্ধ। তদুপৰি মানৱিক অকল্যাণ সাধিবলৈ যোৱাটো শিল্প-সাহিত্যৰ মৌলিক লক্ষ্যৰ সম্পূৰ্ণ বিৰোধী ভাব। গতিকে লেখকসকলক নিজৰ আদৰ্শ-ভাব-চিন্তাৰ ওচৰত স্বাভাৱিকভাৱে দায়বদ্ধ হৈ থাকিবলৈ এৰি দিলেই তেওঁৰপৰা স্বাভাৱিক সাহিত্যকৰ্ম বাঞ্ছা কৰিব পাৰি। লেখক যদি ৰাজনৈতিক দৰ্শনৰ প্ৰতি আন্তৰিকভাৱে দায়বদ্ধ, তেন্তে তেওঁৰপৰা তেনে ৰচনাকে পোৱা যাব। কিন্তু সামাজিক দায়বদ্ধতাৰ দায়িত্ব জাপি দিবলৈ গ'লে— ভাল সাহিত্য ৰচনা হ'ব বুলি কোনোমতেই ভাবিব নোৱাৰি।

সাহিত্যৰ মূল ভেটি 'ভাব' বুলিয়েই ভাবোঁ; কাৰণ, তাকে প্ৰকাশ কৰিবলৈ লেখকে বিষয়ৰ কল্পনা আৰু ৰচনাৰ কৌশল আৱিষ্কাৰ কৰি সাহিত্য-শিল্প ৰচনা কৰে। ভাব, কল্পনা আৰু কৰ্ম, তিনিওটা অংগাংগীভাৱে জড়িত। তিনিওটাৰ ভাল সমন্বয় স্থাপন হ'লেহে ভাল সৃষ্টি হ'ব পাৰে।

সাহিত্য-সমালোচনাৰ ভাষা সৰল, কিন্তু ইংগিতবহ হ'ব লাগে বুলি ভাবোঁ। আমাৰ উপযুক্ত পৰিভাষাৰ অভাৱৰ কথাও এই প্ৰসংগত উল্লেখ কৰিব পাৰি। এই অভাৱ দূৰ কৰিবলৈ সাহিত্যসভা বা বিশ্ববিদ্যালয়ে যুটীয়া যত্ন ল'ব লাগে। সমালোচনাৰ ঘাই উদ্দেশ্য পাঠকক সমালোচিত বিষয়সম্পৰ্কে অৱহিত কৰোৱা বুলি ভাবোঁ; লগতে লেখককো পৰোক্ষ প্ৰেৰণা বা সকীয়নি দিয়া। সেইবাবে বিষয়ৰ বৰ্ণনাত্মক সমালোচনাৰ সলনি সহজ, ইংগিতবহ কথা কোৱাই উচিত। কোনো কোনো সমালোচকে উৎকৃষ্টতা বুজাবলৈ ব্যৱহাৰ কৰা 'কবিৰ কবি', 'ঔপন্যাসিকৰ ঔপন্যাসিক' আদি শব্দযোজনা মই ভাল পাব পৰা নাই।

মই নিজে যেতিয়া কোনো গ্ৰন্থ সমালোচনা কৰোঁ, তাৰ আগতে অন্য সমালোচকৰ সেই সম্পৰ্কীয় সমালোচনা পঢ়ি গ্ৰন্থখনৰ বিষয়ে নিজৰ অভিমত দাঙি ধৰিব খোজোঁ। আনৰ সমালোচনা তেনেক্ষেত্ৰত মোৰ বাবে 'অৱলম্বন' নহৈ 'উদ্দীপন'স্বৰূপ হয়।

অসমীয়া ভাষাত 'জোনাকী' যুগৰপৰাই পুথি-সমালোচনাৰ আৰম্ভণি ঘটে যদিও এটা নিৰ্দিষ্ট মান বা ধাৰা সেই সময়ত প্ৰতিষ্ঠা হোৱা নাছিল। বিংশ শতিকাৰ দ্বিতীয়-তৃতীয় দশকৰপৰাহে সমালোচনাৰ ৰূপ স্পষ্ট হ'বলৈ আৰম্ভ কৰে। অসমীয়া সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতি আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ সমালোচনা মই ভাল পাওঁ। যুদ্ধোত্তৰ কালত আমাৰ সমালোচনা-সাহিত্যই ব্যাপ্তি লাভ কৰিছে। কেইগৰাকীমানৰ নাম মই আগতেই উল্লেখ কৰি আহিছোঁ। এতিয়ালৈকে অসমীয়া সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতিকে মই শ্ৰেষ্ঠ বুলি ভাবোঁ।

সমালোচকৰ মতৰ বা দৃষ্টিভংগিৰ পৰিৱৰ্তন হ'ব পাৰে। মোৰ নিজৰ ক্ষেত্ৰতো হৈছে। প্ৰথম অৱস্থাত শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ ৰচনাৰ প্ৰতি মোৰ আকৰ্ষণ নাছিল; কিন্তু পিছলৈ তেখেতৰ ৰচনাৰ প্ৰতি আকৰ্ষিত হৈছোঁ। বয়সৰ লগে লগে, অভিজ্ঞতা বৃদ্ধিৰ লগে লগে, ভাবৰ বা মতৰ পৰিৱৰ্তন ঘটাটো স্বাভাৱিক বুলি ভাবোঁ।

কোনো এখন গ্ৰন্থ সমালোচনা কৰিবলৈ ল'লে-- মই সেই গ্ৰন্থকাৰৰ অন্যান্য ৰচনাৰ কথাও মনলৈ আনো বা সমপৰ্য্যায়ৰ অন্যান্য লেখকৰ ৰচনাৰ কথাও ভাবোঁ। তাৰদ্বাৰা মনৰ মাজত এটা তুলনামূলক মান গঢ়ি তোলাত সুবিধা হয় আৰু লেখকৰ উৎকৰ্ষ বুজি পাবলৈ সুচল হয়। তাৰদ্বাৰা অৱশ্যে সমালোচিত গ্ৰন্থক ঢাক খাবলৈ নিদিওঁ।

সমালোচনা সম্পৰ্কে মোৰ মত ব্যক্ত কৰিলোঁৱেই। মূলতঃ মই সৃষ্টিশীল আৰু গঠনমূলক সমালোচনা ভাল পাওঁ। সমালোচকসকলে স্বতন্ত্ৰভাৱে নিজৰ মত আৰু মনৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰাটো বিচাৰোঁ। (ড° নগেন শইকীয়া সম্পাদিত— আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ (অসম সাহিত্য সভা)◆◆

# অসমীয়াত আমেৰিকীয় থিয়েটাৰ

## নিউ আৰ্ট প্লেয়াৰ্ছৰ চমৎকাৰ মিলাৰৰ প্ৰযোজনা

প্ৰশ্ন উঠে— কেইজনমান মাৰ্কিন আধুনিক নাট্যকাৰৰ বিশ্বজুৰি সৰবৰহী হোৱা ইংৰাজী নাটক অসমীয়ালৈ ৰূপান্তৰ কৰি অসমৰ মঞ্চত মেলা হৈছে চাগৈ? মোৰ দেখোন ঘপকৰে এখনৰ বেছি নাম মনত নপৰে। ইউজীন অ'নীল, আৰ্থাৰ মিলাব, টেনেছি ৱিলিয়ামছ্, এডৱাৰ্ড এলবি ঃ সাম্প্ৰতিক আমেৰিকান নাট্যজগতৰে এই চাৰি দৈত্য বা জায়েন্টৰ ভিতৰত অ'নীলৰ লং-ডেজ জাৰ্নি, মিলাবৰ "ডেথ অব এ ছেলছ্‌মেন", ৱিলিয়ামছৰ "গ্লাছ মেনেজাৰি" আৰু এলৱিৰ "হু ইজ এফৰেইড অব ভাৰ্জিনিয়া উলফ্" ঃ এই চাৰিখন বিশ্ববিখ্যাত নাটকৰ কেৱল টেনেছি ৱিলিয়ামছ্‌ৰখনৰ অসমীয়া বৰ সৰহ দিনৰ আগতে নহয়, অলপতে শৌভিক গোষ্ঠীৰ উদ্যোগত গুৱাহাটীত প্ৰযোজিত হোৱা দেখিছিলো।

যোৱা ২ আৰু ৩ মাৰ্চত ৰবীন্দ্ৰ ভৱনৰ প্ৰেক্ষাগৃহত গুৱাহাটীৰ সৰবৰহী প্ৰগতিশীল নাট্যগোষ্ঠী "নিউ আৰ্ট প্লেয়াৰ্ছে", অভিযোজনা কৰা আৰ্থাৰ মিলাৰৰ অন্যতম শক্তিশালী আৰু সু-পৰিচিত নাটক "দলঙৰ পৰা দৰ্শন" (এ ভিউ ফ্ৰম দি ব্ৰিজ) অভিনয়ে সম্ভৱ দ্বিতীয় তৃতীয় হওক নহওক, অসমীয়াত মাৰ্কিন নাট্য অভিযোজনাৰ অন্যতম বলিষ্ঠ পদক্ষেপ আৰু এনে এক সাহসী প্ৰচেষ্টা হাতত লোৱাৰ বাবে এই সম্ভাৱনাপূৰ্ণ নাট্য-গোষ্ঠীটো নিঃসন্দেহে সমূহ নাট্যামোদী ৰাইজৰ শলাগৰ পাত্ৰ।

মৌলিক অসমীয়া উপযুক্ত নাটকৰ অভাৱৰ কথাটো অস্বীকাৰ কৰাৰ উপায় নাই যদিও অনুবাদ নাটৰ অভিনয়ৰ প্ৰতি ব্যক্তিগতভাৱে মোৰ এটা স্বভাৱতে বিৰাগ সততে বিদ্যমান। সেয়ে হ'লেও অনুবাদ নাটককে যদি অভিনয়ৰ বাবে ল'ব লাগেই তেনেহ'লে মোৰ বোধেৰে ভাৰতীয় ভাষাৰ ধ্ৰুপদী নাটকৰ কথা এৰি দ্বিতীয় শ্ৰেণীৰ বঙলা বা হিন্দী নাটকতকৈ প্ৰথম শ্ৰেণীৰ যুগধৰ্মী বিদেশী নাটকৰ অসমীয়া জাতীয় মানৰ সৈতে খাপখুৱাই কৰা অভিযোজনা সকলো সময়তে বেছি বাঞ্ছনীয় বুলিয়েই ধাৰণা হয়। বোম্বাইৰ সু-পৰিচিত সমকালীন নাট্য প্ৰযোজক এলিকিউ পদমছীয়ে (Alyque Padamsee) অলপতে এটা সাক্ষাৎকাৰ প্ৰসঙ্গত

ভাৰতীয়ভাষী থিয়েটাৰৰ ওপৰত সাম্প্ৰতিক কালত মাৰ্কিন থিয়েটাৰৰ শক্তিশালী প্ৰভাৱৰ কথা উল্লেখ কৰোতে বিশেষকৈ বোম্বাইৰ কৰিমভাইৰ নিচিনা নাট্যকাৰৰ ওপৰত পৰা প্ৰভাৱৰ কথা কৈছে। তেওঁ আৰু কৈছে— ভাৰতীয় ভাষাত অভিযোজিত মাৰ্কিন নাট্যকাৰ আৰ্থাৰ মিলাৰেই সৰ্বপ্ৰধান। তেওঁৰ কেইবাখনো নাটক বঙালী, হিন্দী আৰু দক্ষিণ ভাৰতীয় ভাষালৈ ভাঙি মঞ্চস্থ কৰা হৈছে। এনে এগৰাকী নাট্যকাৰৰ তাৎপৰ্য্যপূৰ্ণ নাটক আজিলৈকে অসমীয়ালৈ অনূদিত নোহোৱাটো যেনে আক্ষেপৰ কথা; অসমৰ সু-পৰিচিত ডেকা নাট পৰিচালক শ্ৰীদেৱকুমাৰ নাথে মিলাৰৰ এনে এখন নাট তৰ্জমা কৰি নিবেদন কৰাটো তেনেকৈ অভিনন্দনযোগ্য।

অসমীয়া নাট-নাটিকাৰ বৰ্তমান পৰিস্থিতি অপ্ৰিয় হ'লেও অনুবাদ নাটকৰ অনিবাৰ্য্যতা মানি নল'লে নচলিলেও দ্বিতীয়তে যিটো প্ৰশ্ন উঠে সেইটো হ'ল ঃ বহলকৈ পশ্চিমীয়া আৰু তাতোকৈ মাৰ্কিন নাটকৰ বাস্তৱ পটভূমি আৰু মানসিক জগত আমাৰ বাতাবৰণত অনুপস্থিতিত যেতিয়া গ্ৰীক ট্ৰেজেডি নাইবা ছেক্সপিয়েৰ, ইবছেনৰ নাটকৰ উপৰি আৰ্থাৰ মিলাৰ বা টেনেছি বিলিয়ামছ্‌ৰ নিচিনা চৰিত্ৰগতভাৱে মাৰ্কিন অত্যাধুনিক নাটকৰ ভাষিক ৰূপান্তৰ সম্ভৱপৰ হ'লেও ভাষিক বা অৰ্থপূৰ্ণ ৰূপান্তৰ দৰাচলতে সম্ভৱনে? নতুবা তেনে ভাববস্তু আমাৰ দৰ্শকৰ মানসত জীন যোৱাকৈ পৰিবেশন কৰিব পৰা যায়নে? এই প্ৰশ্নৰ উত্তৰ চিন্তোতেও মোৰ পদমছ্বিৰ উত্তৰ এটালৈ মনত পৰে। তেওঁ কয়, অ'নীলৰ অভিযোজনাৰ প্ৰতি আমাৰ দেশত সিমান আগ্ৰহ নাই, কাৰণ অ'নীল "টিপিকেলি আমেৰিকান"; কিন্তু মিলাৰৰ প্ৰতি আমাৰ মঞ্চমহলৰ আকৰ্ষণ আছে, কাৰণ মিলাৰো "টিপিকেলি আমেৰিকান" আৰু বহু পৰিমাণে ইবছেনীয, অৰ্থাৎ ভাবপ্ৰধান আৰু মনস্তাত্ত্বিক হ'লেও তেওঁ টিপিকেলি ইহুদী আৰু তদুপৰি তেওঁৰ নাটবোৰ আমাৰ দৰ্শকে আদৰি ল'ব পৰা আৰু আমাৰ পৰিয়ালৰ মানুহৰ চিন্তা-চৰ্চাৰ সৈতে খাপখোৱা ঘৰুৱা বা পৰিয়াল-নাটক। ভাৰতবৰ্ষত আৰু অসমতো আমাৰ পৰিবাৰিক কথা-কাণ্ডবোৰেই সম্ভৱ সকলো কথাতকৈ বেছি গুৰুত্বপূৰ্ণ; আমাৰ ইয়াত পৰিয়ালৰ বান্ধনৰ পৰা মুক্ত ব্যক্তিয়ে এতিয়াও পশ্চিমৰ দৰে প্ৰাধান্য পোৱা নাই। আনহাতেদি আমাৰ ইয়াত যৌথ পৰিয়ালৰ সমস্যাই সামাজিক সমস্যাও। সৌ সিদিনালৈকে অসমীয়া সামাজিক নাটক বুলিলে পশ্চিমত যিবিলাক "ফেমেলি ড্ৰামা" বোলে তাকে বুজাইছিল। আৰ্থাৰ মিলাৰৰ আটাইকেইখন নহ'লেও "এ ভিউ ফ্ৰম দি ব্ৰিজ"খন নিঃসন্দেহে পাৰিবাৰিক নাটক। শ্ৰীনাথে আৰু এন. এ. পিয়ে এনে এখন নাট্যাভিনয় আমাক উপহাৰ দিবলৈ গৈ নিঃসন্দেহে উপযুক্ত কামকে কৰিছে।

"দলঙৰ পৰা দৰ্শন" নাটকৰ মূল বক্তব্য নাট্যানুষ্ঠানৰ লগতে নিউ আর্ট প্লেয়াৰ্ছে যোগান ধৰা চমু পৰিচিত প্ৰপত্ৰত থূলমূলকৈ বৰ্ণোৱা হৈছে। তাতোকৈ সৰহকৈ ক'বলৈ গ'লে দৰ্শকৰ উৎসুক্যত বাধা পৰিব। দেৱেন্দ্ৰকুমাৰ নাথৰ সাৱলীল ভাঙনিত মূল নাটকৰ ভাষাৰ বাহিৰে পৰিবেশ, "ড্ৰামাটিক পাৰ্ছনি" পৰিস্থিতি, কোনোটোৱে কোনো প্ৰকাৰে ৰূপান্তৰ নঘটোৱাকৈ পৰিবেশিত হোৱা সত্ত্বেও অতি বোধগ্ৰাহ্যকৈ পৰিস্ফুট হৈছে। এডি, কেথেৰীন, ৰোডলফ্ বিয়েট্ৰিছ আদি নামবোৰ বিজতৰীয়া শুনিলেও প্ৰত্যেককে আমাৰ সমাজৰ চিনাকি মানুহ যেন লাগে আৰু সিসবৰ মনৰ কথাবোৰ আমাৰ মুঠেই আচহুৱা যেন নালাগে। আদহীয়া পৰিয়াল-পতি এডিৰ নুমলীয়া জীয়ৰী সম বয়সৰ কেথেৰীণৰ প্ৰতি প্ৰেমজ আসক্তিয়ে সৃষ্টি কৰা এডিৰ মানসিক অপৰাধবোধ আৰু প্ৰতিহিংসা 'ছাইকোচিছ' অকল মাৰ্কিন বা পশ্চিমীয়া পৰিয়ালৰ ক্ষেত্ৰতে নহয়, আমাৰ অসমীয়া আধুনিক পৰিয়াল এটাৰ ক্ষেত্ৰতো মুঠেই অপ্ৰাসঙ্গিক নহ'ব। সেইবাবেই আৰ্থাৰ মিলাৰৰ নাটকৰ কথা-বাৰ্তাৰ মনস্তাত্বিকতা আৰু গাম্ভীৰ্য্যতা সত্ত্বেও ইংৰাজী কোৱাৰ দৰে মঞ্চৰ ঘটনাই দৰ্শকৰ চেতনাত সহজে 'টিলিঙা বজাব পাৰে' অৰ্থাৎ এক আন্তৰিক সংযোগ স্থাপন কৰিব পাৰে।

নিউ আৰ্ট প্লেয়াৰ্ছে গুৱাহাটীত নিবেদন কৰা আৰ্থাৰ মিলাৰৰ অভিযোজনাৰ বাবে একাধিক দিশৰপৰাই কৃতিত্বই নহয়, চমৎকাৰিত্বৰো দাবী কৰিব পাৰে। তথাপিও "দলঙৰ পৰা দৰ্শন"ৰ আটাইতকৈ চমকপ্ৰদ আৰু স্মৰণীয় হৈ থাকিবলগীয়া কথা হ'ল, ইয়াৰ অতি সফল মঞ্চ পৰিকল্পনা আৰু প্ৰয়োগ কৌশল। মোৰ বোধেৰে মঞ্চ, দৃশ্য আৰু আলোকসম্পাতৰ ফালৰপৰা নিউ আৰ্ট প্লেয়াৰ্ছৰ এই অভিযোজনাই সততে কোৱাৰ দৰে এশৰ ভিতৰত এশ নম্বৰেই পাব পাৰে। অনতিদূৰত চকুত লগা দলংখন, তাৰো সিপাৰে নীলিম জলৰাশিসূচক শূন্যতা, পৰিপাটিকৈ সজোৱা লিভিং কাম ছিটিং কোঠালি, পুৰণি ধৰণৰ চুঙা লগোৱা কলগান, চকী-মেজ, চোফা, কিতাপৰ ছেলফ্ ইত্যাদি সকলো যাবতীয় আচবাবেৰে পৰিপূৰ্ণ এফালে ওপৰ মহলালৈ যোৱা চিৰি, মধ্যবিত্ত মাৰ্কিন পৰিয়াল এটাই বিচৰা মনৰ পূৰ্ণাঙ্গ চিত্ৰ এখন আদিৰপৰা অন্তলৈকে দৰ্শকৰ চকু আৰু মনৰ ওপৰত অখণ্ডভাৱে বিৰাজ কৰাই ৰাখিব পৰাটো অতি সুদক্ষ প্ৰয়োগ কৌশলৰ পৰিচায়ক। আলোক নিয়ন্ত্ৰণৰ সংযম আৰু মৃদুতাই প্ৰকৃতপক্ষে এই নাট্যাভিনয়ত এটা অতিৰিক্ত মাত্ৰা সংযোজন কৰিছে বুলি ক'লেও বেছি কোৱা নহয়। মঞ্চসজ্জাৰ দায়িত্বত থকা মঞ্চকুশলী যেনেকৈ এই দক্ষতাৰ বাবে সকলো প্ৰশংসাৰ প্ৰাপ্য, তেনেকৈয়ে শলাগিবলগীয়া ৰমেন বৰুৱাৰ সুনিপুণ আৰু সুপ্ৰযুক্ত সঙ্গীত পৰিচালনা। এই ক্ষেত্ৰত সমূহীয়াভাৱে

উপদেষ্টা, পৰিচালক আৰু মঞ্চাধ্যক্ষৰ আন্তৰিকতা আৰু নিষ্ঠাৰ সুপ্ৰশংস উল্লেখ অপৰিহাৰ্য্য।

মঞ্চসজ্জাৰ দৰেই বংশীদাসৰ ৰূপসজ্জাও অন্যন্ত মনোগ্ৰাহী হৈছিল। বিযেট্ৰিছ কেথেৰিন, আলফেয়াৰি আৰু বিশেষকৈ পমুৰা ৰোডল্‌ফ মাৰ্কৰ দিহিঙে-দিপাঙে অনাই-বনাই ফুৰা মানুহ হিচাপে কৰা অঙ্গসজ্জাই দৰ্শক মাত্ৰকে মোহিত কৰিছিল বুলি আশ্বস্ত হ'ব পাৰি। এই সজ্জা যেনেকৈ চৰিত্ৰানুৰূপ হৈছিল, তেনেকৈ ৰূপায়ণত ভাগ লোৱা সকলৰ সুন্দৰ অনাড়ষ্ট বচন আৰু কৃত্ৰিমতাবিহীন স্বচ্ছন্দ বিচৰণত আয়ত্তাধীন সুচাৰু অভিনয়শৈলীৰ চানেকি পোৱা গৈছিল। এডিয়ে কেথেৰিনৰ বাবে দমন কৰি ৰখা আসক্তি আৰু ৰোডলফ'ৰ প্ৰতি ঈৰ্ষাৎ জেদ ভাঙি পৰা সেই নাটকীয় দৃশ্যটো আৰু শেষৰ 'ফ্ৰিজ' অংশটোৱে মন অভিভূত নকৰি নোৱাৰে।

অভিনয়ৰ ক্ষেত্ৰত কাৰো অভিনয় ব্যক্তিগতভাৱে সুকীয়াকৈ উল্লেখযোগ্য নহয়। সকলোৰে সুনিশ্চিত অভিনয়ৰ কৃতকাৰ্য্যতাৰ শলাগ ল'বই লাগিব। প্ৰায় আঢ়ৈ ঘণ্টাৰো ওপৰ সময় হোৱা মঞ্চকাৰ্য্য এখন্তেকৰ কাৰণেও আমনি লগা নোহোৱাকৈ দৰ্শকৰ হৃদয়-মন আপ্লুত কৰি চলাই নিব পৰাটো উচ্চস্তৰৰ যৌথ অভিনয়দক্ষতাৰ নিদৰ্শন। গাইগুটীয়াভাৱে মূল চৰিত্ৰটো আৰু উন্নত অভিনয়ৰ থল আছিল যদিও নাৰী চৰিত্ৰ দুয়োটাৰে অভিনয় অতি স্বাভাৱিক আছিল।

সূত্ৰধাৰসদৃশ আলফেয়াৰিৰ ভূমিকাটোৰ মূল নাটকত থকা পৰিমাণেই অভিযোজনাতো প্ৰবেশ-প্ৰস্থান হৈছে নে নাই টপকৰে মনত পেলোৱা টান। তথাপি ভৱিষ্যতে এই ভূমিকাটোৰ নাটকীয়া প্ৰয়োজনীয়তা বা যথাৰ্থতা সম্পৰ্কে অসমীয়া অভিযোজনাত 'চেকেণ্ড থট' বা অতিৰিক্ত চিন্তাৰ অৱকাশ আছে যেন লাগে। এনে এক নিখুঁত, পৰিচ্ছন্ন, সু-প্ৰতিষ্ঠিত আৰু উপভোগ্য বিদেশী নাটক অভিযোজনা উপহাৰ দিয়াৰ কাৰণে নিউ আৰ্ট প্লেয়াৰ্ছক ভূৰি ভূৰি ধন্যবাদ।◆◆

# অতীত (এটি আলোচনা)

অতীতৰ যুগ যুগান্তকাৰী বাণী মানৱসমাজৰ উন্নতিৰ বিজয়-পতাকা। অতীতৰ প্ৰভাৱ সৰ্বকালব্যাপী, যিমানেই পুৰণা হওক, অতীত সৰ্বকালৰ। কালৰ লীলাক্ষেত্ৰত অতীতে যুগ-যুগান্তৰ ধৰি বিজয়ৰ ৰাজটীকা লৈ সগৰ্বে থিয় হৈ থাকে। বৰ্তমান আৰু ভৱিষ্যতৰ শতসহস্ৰ আঘাত আৰু নিষ্ঠুৰতাক ঋষিৰ দৰে লাহে লাগে আঁতৰাই থৈ অতীতে নিজৰ বিজয়ী মূৰ্তিৰ বিকাশ দেখুৱায়। কালৰ পক্ষপাতিতাৰ যুঁজত অতীত সদায় জয়ী।

জোখ কৰা যন্ত্ৰ এটাৰে মানুহৰ জীৱনটোক যেনেকৈ জোখ কৰিব নোৱাৰি, সেইদৰে বৰ্তমানৰ মাজত থাকি অতীতৰ ফালে লক্ষ্য কৰিলে সীমাহীন অসীমতাৰ বাহিৰে অতীতক আন একো বুলি নিৰূপণ কৰিব নোৱাৰি। অতীতৰ সীমা ক'ত, অতীতৰ কৰ্মক্ষেত্ৰ কিমান বহল, এই প্ৰশ্নবোৰৰ উত্তৰ দিয়া ব্যক্তিগত অভিজ্ঞতাৰে এক প্ৰকাৰ অসম্ভৱ। কালৰ তুলাদণ্ডত অতীতক তুলি দি আনফালে বৰ্তমান আৰু ভৱিষ্যতক একেঠাইতে দি জুখিলে, অতীতৰ গধুৰতা হয় বহুত বেছি। কালৰ ভিতৰতে অতীতক সৰ্বশ্ৰেষ্ঠ বুলি ক'ব পাৰি। বৰ্তমানৰ বাস্তৱতা আৰু ভৱিষ্যতৰ কল্পনা, দুয়োটাৰ হেঁচাত মানুহে অতীতক পাহৰি যাবৰ উপক্ৰম কৰে; কিন্তু নোৱাৰে। ঘূৰি-ঘূৰি মানুহে আকৌ অতীতকে সাবটি ধৰে। জীৱনৰ ঘূৰ্ণচক্ৰৰ ঘূৰণৰ মাজত কেতিয়াবা অতীত লুপ্ত হৈ পৰে। কিন্তু আকৌ যেতিয়া চক্ৰৰ গতি কমি আহে, তেতিয়াই অতীতৰ উজ্জ্বল গৌৰৱমণ্ডিত মূৰ্তিটো চকুৰ আগত আহি থিয় হয়। সেই উচ্চ মূৰ্তিৰ ওচৰত মানুহৰ শিৰ আপোনা-আপুনি নত হৈ যায়।- "বাস্তৱৰ লগত অতীতৰ সম্বন্ধ কিমান ঘনিষ্ঠ বা কিমান দূৰ, নিৰূপণ কৰিবৰ শক্তি নাই। বাস্তৱৰ কাৰ্য্যক্ষেত্ৰত অতীতৰ ঘনিষ্ঠতা নাই। বস্তুতান্ত্ৰিকতাৰ সংসাৰত অতীতৰ কাৰ্যকৰী শক্তি নাই; সংসাৰৰ জীৱন-যুদ্ধত অতীতৰ প্ৰয়োজন নাই; মানুহৰ জীৱন-যাত্ৰাৰ ৰুদ্ৰতাৰ মাজত অতীতৰ ঠাই নাই। বৰ্তমানতেই মানুহৰ উদ্ভৱ আৰু বৰ্তমানতেই মানুহৰ পৰিসমাপ্তি। অতীত নিষ্ফল, মিছা প্ৰতাৰণাৰ জাল মাথোন। বাস্তৱ জীৱনৰ ওচৰত অতীতক থিয় কৰি দিলে বাহ্যিকভাৱে এই মতকে আটায়ে গ্ৰহণ কৰিব সঁচা; কিন্তু মানুহৰ

জীৱনৰ নিগূঢ়তাৰ লগত যেতিয়া অতীতক কল্পনা কৰি চোৱা যায়, তেতিয়া অতীতক এটা নতুন স্বৰূপত দেখো।

অতীতক হেয় বুলি দলিয়াই পেলাবৰ ক্ষমতা মানুহৰ নাই। প্ৰত্যেকটো মানুহৰ জীৱনৰ ৰথচক্ৰত অতীতৰ যি প্ৰভাৱ, মানুহ মাত্ৰেই এই প্ৰভাৱক শ্ৰদ্ধা কৰিব। বৰ্তমানৰ লীলা-সম্ভোগত ডুবি থাকিলেও মানুহে অতীতক পাহৰিব নোৱাৰে; অতীতক পালে নৱজীৱনৰ প্ৰেৰণা পায়। দৈনন্দিন জীৱযাত্ৰাৰ মাজত এনে কিছুমান অৱস্থাত মানুহ আহি পৰেহি, যেতিয়া অতীতৰ প্ৰতি কৃতজ্ঞতাৰে মানুহৰ অন্তৰ উপচি পৰে, অতীতৰ সৰ্বজয়ী প্ৰভাৱৰ তলত নিজৰ ব্যক্তিত্বই গৌৰৱ অনুভৱ কৰে।

মানুহৰ বৈপৰীত্যৰ লগে -লগে অতীতৰো বৈপৰীত্য। প্ৰতি মানুহৰ জীৱনৰ অৱলম্বনবোৰ যেনেকুৱা, অতীতো তেনেকৈয়ে বেলেগ বেলেগ মানুহৰ কাৰণে বেলেগ। দুখপৰিপূৰ্ণ বৰ্তমানৰ কাৰণে অতীতৰ সুখ-সম্ভোগ কেৱল বৰ্তমানৰ যি দুঃখ তাৰে অগ্ৰদূত। সেইদৰেই সুখ পৰিপূৰ্ণ বৰ্তমানলৈ অতীতৰ দুঃখ-যন্ত্ৰণাও মাধুৰ্য্যমণ্ডিত। অতীতক কিবা এটা বিশেষ অৱস্থা বুলিলে ভুল কোৱা হ'ব; মানুহৰ ধাৰণাৰ লগতে অতীতৰো স্বৰূপ পৰিৱৰ্তন।

কবিৰ জীৱনটোৰ মাজত থাকি অতীতক নিৰূপণ কৰিলে দেখিবলৈ পাওঁ, কবিৰ অতীত দুই প্ৰকাৰৰ। অতীতৰ কল্পনাত বিভোৰ হৈ যেতিয়া কবি আপোন-পাহৰা হৈ যায়; তেতিয়াৰ অতীত হয়, সোণোৱালী, সুন্দৰ-মধুৰ। হৃদয়ৰ সকলোখিনি আবেগ তেতিয়া কবিয়ে ঢালি দিয়ে অতীতৰ কাৰণে; অতীতৰ পৰশত কবিয়ে গাই উঠে ঃ

'অতীত, অতীত! অ' মোৰ অতীত!
তোৰ দৰে মই কাকনো পাম'?

আকৌ যেতিয়া জীৱনৰ জড়তাৰ মাজত অতীতৰ প্ৰকাণ্ড মূৰ্ত্তিটো আহি আমাক তাগিদ দিবলৈ অহা কাবুলিটোৰ দৰে থিয় দিয়েহি, তেতিয়া কবিয়ে অতীতক বিভীষিকা বুলি ভাবে, দূৰ কৰি দিবলৈ তৎ নোপোৱা হয়।

যা অই অতীত ! দূৰ হ অতীত!
বিভীষিকা তোৰ নেলাগে মোক।

কবিৰ জীৱনত অতীতৰ এইদৰে দুটা পৃথক সম্বন্ধ।

সাধাৰণ মানুহৰ পক্ষেও অতীতৰ সম্বন্ধ মূলতে এই দুয়ো প্ৰকাৰৰে; কিন্তু

সেই সময়ত অতীতৰ বিকাশ হয় সময়ৰ নিৰূপণৰ মাজেদি। কবিয়ে কল্পনাৰ নেত্ৰেৰে অতীতক একেবাৰতে দুবিধকৈ দেখিব পাৰে, কিন্তু সাধাৰণ মানুহে পাৰে মাথোঁ এবাৰহে।

মানৱ জীৱনৰ সকলো সৌন্দৰ্য্যৰ মূলত 'অতীত' যেনেকৈ বসন্তৰ নতুন পাতৰ দৰে মধুৰ, সেইদৰেই তাৰ ৰসহীনতা, ক্লীবতা আৰু জড়তাৰ মাজত অতীত ৰস্হীন, ক্লীব আৰু জড়। জীৱনৰ প্ৰত্যেক পদতে অতীতৰ অনুভৱ; কেতিয়াবা এই অনুভৱে মানুহক জাগ্ৰত কৰি তোলে, কেতিয়াবা আকৌ নিশ্চেষ্ট কৰি পেলায়। অতীতৰ আক্ৰমণে মানুহক কেতিয়াবা কৰ্মক্ষেত্ৰলৈ আগবঢ়াই নিয়ে, কেতিয়াবা আকৌ তাৰপৰা পিছু হোঁহকাই আনে। মানুহৰ ব্যক্তিগত জীৱনত অতীতৰ প্ৰভাৱ এনেকুৱাই।

তাৰ পাছত জাতীয় জীৱনৰ লগত অতীতৰ কি সম্বন্ধ, সেইফালে চালেও দেখিবলৈ পোৱা যায়, মানুহৰ লগত যি সম্বন্ধ, গোটা জাতীয়ত্বৰ লগতো ঠিক তেনে সম্বন্ধই। জাতীয় জীৱন যেতিয়া থাকে গৌৰৱমণ্ডিত, অতীতৰ স্মৃতিবোৰে তেতিয়া নিয়ৰৰ টোপালৰ দৰে বৰ্তমানৰ ওপৰত পৰি তাক নিৰ্মল আৰু শুভ্ৰ কৰি দিয়ে।◆◆

# বৰেণ্য ব্যক্তি বৰঠাকুৰ

অক্লান্ত দেশ আৰু সমাজকৰ্মী, শিক্ষাব্ৰতী, গাঁও সংগঠনত আগৰণুৱা, নিঃস্বাৰ্থ, দহৰ মংগলাকাংক্ষী, জাগী-ভকত গাঁৱৰ স্বৰ্গীয় ধৰ্মনাথ বৰঠাকুৰদেৱেৰে মোৰ পৰিচয় আৰু তেখেতৰ সান্নিধ্য লাভ এক হিচাপে আশৈশৱ, দীৰ্ঘকালীন। পাৰিবাৰিকসূত্ৰে বৰঠাকুৰদেৱৰ বৰজীয়ৰীক আমাৰ মাতৃবংশৰ এগৰাকী স্বনামধন্য অগ্ৰজলৈ বিয়া দিছিল। তদুপৰি আমাৰ পিতৃ শিক্ষাবিদ স্বৰ্গীয় দুৰ্গাধৰ বৰকটকীৰ শিক্ষক *স্বৰূপে বৰঠাকুৰ প্ৰিয়পাত্ৰ আছিল আৰু ল'ৰালিত পিতৃৰ সৈতে এবাৰ নে দুবাৰ নগাঁৱলৈ যাওঁতে আমাৰ স্বৰ্গীয় দাদাৰ ন-ছোৱালী চাবলৈ যোৱাৰ সন্দৰ্ভত তেখেতৰ দৰ্শন লাভ আৰু চা-চিনাকিৰ সুযোগ ঘটিছিল। সেইটো অৱশ্যে নিতান্ত খণ্ডেকীয়া কথাহে আছিল। কিয়নো, নগাঁও চহৰ বৰঠাকুৰৰ শহুৰবাৰীহে আছিল আৰু তালৈ মাজে-সময়েহে সেই সময়ত তেখেত আহিছিল। তেখেত আছিল জাগী-ভকত গাঁৱৰ জাকতজিলিকা সমাজসেৱক আৰু কংগ্ৰেছৰ ৰাজনৈতিক কৰ্মী। পাছলৈ যেতিয়া বৰঠাকুৰে স্কুল শিক্ষকস্বৰূপে নগাঁৱত ঘৰ সাজি থাকিবলৈ লয় আৰু নগাঁও চহৰতো ৰায়বাহাদুৰ বৃন্দাৱনচন্দ্ৰ গোস্বামী, পণ্ডিত কনকচন্দ্ৰ শৰ্মা, জগৎচন্দ্ৰ বেজবৰুৱা, টংকেশ্বৰ শৰ্মা প্ৰভৃতিৰে সৈতে নগাঁও নগৰৰ নাগৰিক জীৱনত আগভাগ লৈছিল, তেতিয়া আমি তেখেতক পোৱা নাছিলোঁ। প্ৰকৃতপক্ষে বৰঠাকুৰদেৱৰ জীৱনৰ ভাটিপৰত ১৯৪০ চনমানৰপৰা, জীয়েক আৰু ল'ৰাহঁতৰ চাকৰি-বাকৰি, বিয়া-বাৰু, শিক্ষা-দীক্ষা আদিৰ সংক্ৰান্তত নিজ ঠাইৰপৰা গুৱাহাটী মহানগৰীলৈ তেওঁ ঘনাই অহা-যোৱা কৰিবলৈ লয়, আৰু তেতিয়াৰপৰাহে তেখেতৰে প্ৰকৃত পৰিচয় ঘটে।

সেইটো যি কি নহওক, বৰঠাকুৰদেৱৰ সৈতে শৈশৱৰ সেই প্ৰথম পৰিচয় পাবলৈ যদিওবা বহু বছৰৰ বাবে হেৰাই গ'ল, তথাপি মোটামুটিকৈ স্বাধীনতা লাভৰ পৰৱৰ্তী যোৱা চাৰিদশকৰ আগছোৱাত শ্ৰদ্ধেয় ব্যক্তিগৰাকীক ভালদৰেই চিনা

---

*ধৰ্মনাথ বৰঠাকুৰ যথা সম্ভৱ দুৰ্গাধৰ বৰকটকীৰ শিক্ষক নাছিল। দুৰ্গাধৰ বৰকটকীৰ নিজ পুত্ৰই লিখা কথাটো পোনেই নাকচ কৰি শুধৰাই দিবলৈ মন নগ'ল। — সম্পাদক।

দেশপ্ৰাণ ধৰ্মনাথ বৰঠাকুৰ স্মৃতিগ্ৰন্থ (২০০০ চন)

আৰু জনাৰ সুযোগ পাইছিলোঁ; আৰু সেই ঘনিষ্ঠ চিনাকিয়ে প্ৰায় আঢ়ৈ দশকৰ দূৰত্বতা প্ৰায় আঁতৰাই পেলাইছিল।

কেইবাদশকৰো ওচৰ চিনাকিৰপৰা আজিকোপতি অনুভৱ কৰি আহিছোঁ যে স্বৰ্গীয় ধৰ্মনাথ বৰঠাকুৰসদৃশ মহৎ দেশপ্ৰেমিক, আদৰ্শবাদী, হাজাৰ বিপদতো স্থিৰচিত্ত, প্ৰাজ্ঞ ব্যক্তিৰ ওচৰ চাপিবলৈ পোৱাটো এটা বিৰল সৌভাগ্য। আদিৰেপৰা ঘৰুৱা আহুকাল, এটা বৃহৎ পৰিয়াল প্ৰতিপালনৰ গধুৰ হেঁচা, দুখ-কষ্টৰ মাজেদি ডাঙৰ-দীঘল হৈ জীৱনৰ তথাকথিত মধুক্ষণবোৰৰপৰা বঞ্চিত হৈ আশা কৰা মতে জাগতিক সামৰ্থ্য নাইবা স্বচ্ছল আৰ্থিক প্ৰতিপত্তি অৰ্জন কৰিব নোৱৰা সত্বেও তেখেতে প্ৰকৃত কৰ্মযোগীৰ আদৰ্শেৰে উদ্বুদ্ধ হৈ, নিজৰ ব্যক্তিগত মাথোন কৰ্তব্য নিয়াৰিকৈ সম্পাদন কৰি যোৱাৰ উপৰিও জীৱনজোৰা পৰিশ্ৰম, ত্যাগ স্বীকাৰ আৰু আদৰ্শ নিষ্ঠাৰে নিজৰ পৰিয়ালটো থিতাপি লগোৱা, নিজা গাঁও আৰু নিজা অঞ্চল জাগী-ভকত গাঁওখনৰ প্ৰতি তেখেতে আগবঢ়াব পৰা সকলো প্ৰকাৰৰ অৰিহণা আগবঢ়াই শুৱনী আৰু সুস্থিৰ কৰি তোলাৰ উপৰিও আজীৱন সামান্য শিক্ষকতা কৰি দেশ আৰু দহৰ সৰ্বতোপ্ৰকাৰ বাছকবনীয়া সেৱা আগবঢ়াই নিজৰ আওহতীয়া জীৱনযাত্ৰা সাৰ্থক কৰি তোলাৰ উপৰিও, স্বদেশ আৰু স্বজাতিৰ শক্তি অনুসাৰে মংগল সাধন কৰি, দহৰ আৰু সমাজৰ উপকাৰ সাধি, ভৱিষ্যত পুৰুষৰ বাবেও এক মহৎ আদৰ্শ ৰাখি থৈ গৈছে। জাগী-ভকত গাঁও অঞ্চলত এইগৰাকী সদাচাৰী পৰোপকাৰী সমাজসেৱকৰ নাম নুশুনা মানুহ তেনেকৈ কমেই ওলাব। সেইদৰেই সদৌ অসম দেশৰ পৰিধি আৰু বিশেষতঃ গান্ধী কংগ্ৰেছ তথা ভাৰতৰ অহিংস মুক্তি আন্দোলনৰ ক্ষেত্ৰতো তেখেত অখ্যাত বা অজ্ঞাত নাছিল। স্বাধীনতা সংগ্ৰামৰ আগছোৱাত কেইবাটাও আন্দোলনত আগভাগ লৈ ভালেকেইবছৰো ৰাজনৈতিক নিৰ্য্যাতিতৰূপে ফাটেক খাই, কষ্ট ভোগ কৰি আৰু সবাতোকৈ উল্লেখনীয় কথা, আমাৰ প্ৰদেশৰ প্ৰায় সকলো স্বাধীনতা ৰণৰ ৰণুৱা, যেনে- কনকচন্দ্ৰ শৰ্মা, মতিৰাম বৰা, সিদ্ধিনাথ শৰ্মা, বিষ্ণুৰাম মেধি, হলধৰ ভূঞা প্ৰমুখ্যে কেই বাগৰাকীও আগশাৰীৰ মুক্তিযোদ্ধাৰ সৈতে ঘনিষ্ঠতা ৰাখি যোৱা নানান ধৰণৰ গঠনমূলক কৰ্মক্ষেত্ৰত নিজৰ নাম নিগাজিকৈ থৈ গৈছে।

কিন্তু নিজা অঞ্চলৰ হিতৈষী ব্যক্তি বা কংগ্ৰেছ ভলন্টিয়াৰ বা স্থানীয় নেতা বা বহুজনৰ লগতে এজন দেশসেৱক বুলিলেই ধৰ্মনাথ বৰঠাকুৰৰ সমস্ত পৰিচয় দিয়া নহয়। তেখেত আছিল এজন পৰম বিদ্যোৎসাহী বিচক্ষণ শিক্ষক আৰু ধৰ্মনিষ্ঠ, ন্যায় নিষ্ঠ লোক। তেখেত আছিল সৰু সৰু ল'ৰা-ছোৱালীৰ অতিকৈ আপোন,

মৰমিয়াল ককা আৰু অনেক কিবা। বৰঠাকুৰদেৱৰ আশী বছৰীয়া জন্ম দিৱসত ৰাজহুৱা সম্বৰ্ধনা জনাওঁতে প্ৰকাশ পোৱা চমু জীৱনী পুস্তিকাত তেখেতৰ বিভিন্ন কৰ্মৰাজি, কৃতি-কীৰ্তি, গুণ-বৈশিষ্ট্য আদিৰ আভাস পোৱা যায়। ডেকাকপৰা প্ৰৌঢ়াবস্থালৈকে নগাঁও নাট্যমন্দিৰৰ অভিনয়ত অংশ লোৱা আৰু পৰিচালনাৰ কামত সহায় কৰাৰ উপৰিও সেই সময়ৰ মুখ্য সমস্যা মাদকদ্ৰব্য নিবাৰণ, দৰিদ্ৰৰ উন্নয়ন, জনস্বাস্থ্যৰ মান বৃদ্ধি, পঞ্চায়ত তথা ৰাইজে ইয়াত অংশগ্ৰহণ কৰা আদি কৰি বহুমুখী কাৰ্য্যাৱলীয়ে তেখেতক আমাৰ এজন আদৰ্শনীয় পুৰুষৰ শাৰীত ঠাই দিছে। আমাৰ পিতৃৰ প্ৰিয়পাত্ৰ আৰু পৰিয়ালৰ আপোনজন হিচাপে বৰঠাকুৰদেৱৰ ঘনিষ্ঠতালৈ আহোঁতে, বিশেষকৈ তেখেতৰ দুটা কথাই মোক অতিশয় প্ৰভাৱিত কৰিছিল। সেয়া আছিল, এফালে বুঢ়া বয়সতো তেখেতৰ অদম্য কৰ্মস্পৃহা আৰু পৰিশ্ৰমপ্ৰিয়তা আৰু আনফালে সকলো সৎ আৰু জনমাংগলিক কাম-কাজৰ প্ৰতি তেখেতৰ আজীৱন আগ্ৰহ আৰু তৎপৰতা। মই এইগৰাকী কৰ্মযোগী, আগৰচামৰ প্ৰকৃত কংগ্ৰেছী, সমাজ সংগঠক ব্যক্তিৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি আগবঢ়োৱাৰ সুযোগ পাই ধন্য মানিছোঁ। অসম মাতৃৰ সুসন্তান এইগৰাকী বৰেণ্য ব্যক্তিৰ স্মৃতি যুগমীয়া হওক।◆◆

[ ড° গোলোক চন্দ্ৰ গোস্বামী সম্পাদিত,
দেশপ্ৰাণ ধৰ্মনাথ বৰঠাকুৰ স্মৃতিগ্ৰন্থৰপৰা পুনৰ মুদ্ৰিত।]

নতুন অসমীয়া, ২৯ জানুৱাৰী, ১৯৭১ চন

## গহ্বৰ গোষ্ঠীৰ "বাটৰ নাট"

## অভিনৱ গণনাট্য প্ৰয়াস

যোৱা ১৭ তাৰিখে ৰাতিপুৱা সুপৰিচিত ৰত্ন ওজাৰ গহ্বৰ নাট্যগোষ্ঠীয়ে গুৱাহাটীৰ দীঘলী পুখুৰীপাৰৰপৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈকে এখণ্ড ঠাই সামৰি যি আহল-বহল মুক্তাঙ্গনৰ নাটৰ পাতনি মেলিলে সি একাধিক অৰ্থত এক অভিনৱ পৰীক্ষামূলক নাট্য প্ৰচেষ্টা। এই ৰাজপথৰ ওপৰত জীৱন-মঞ্চত পৰিবেশিত নাটকক "বাটৰ নাট" বুলি নামকৰণ কৰা যেনেকৈ অতিশয় সাৰ্থক হৈছে, তেনেকৈয়ে সুদূৰপ্ৰসাৰী সম্ভাৱনা বহন কৰিছে নাটকক এই অভিনয়ৰ স্তৰৰপৰা উন্নীত কৰি জীৱনৰ সৈতে সমাদৰ আৰু তৎকালীনতাৰ সৈতে একীভূত কৰাৰ মহৎ প্ৰচেষ্টাই। গুৱাহাটীত সেইদিনা ৰাতিপুৱা অসংখ্য দৰ্শক ভাৱৰীয়াক স্বতঃস্ফুৰ্তৰ সহযোগিতাৰ মাজেদি প্ৰসাৰিত হোৱা "বাটৰ নাটে" যে যুগোপযোগী নাট্যকলা নিবেদনৰ ক্ষেত্ৰত এক নতুন দিগন্তৰ উন্মোচন কৰিলে প্ৰত্যক্ষভাৱে জড়িত হোৱা এজন দৰ্শক-নিৰীক্ষক হিচাপে তাত মোৰ এধানিও সন্দেহ নাই।

অসমৰ শিল্পকলাৰ সঙ্গীতৰ নবোন্মেষৰ পুৰোধা তথা মহৎ ভাৰতীয় শিল্পপ্ৰতিভা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ বিংশতম মৃত্যুতিথি আৰু ভাৰতীয় সঙ্গীত-কলা জগতৰ আন এগৰাকী অমৰ শিল্পী কুন্দন লাল ছাইগলৰ মৃত্যুতিথি পৰা পৱিত্ৰ দিৱসত গহ্বৰ নাট্যগোষ্ঠীৰ এনে এক অসীম প্ৰত্যাশাপূৰ্ণ পদক্ষেপৰদ্বাৰা এফালে যেনেকৈ আমাৰ শিল্প-কলা জগতৰ একচ্ছত্ৰী প্ৰতিভূস্বৰূপ এগৰাকী মহান শিল্পীৰ প্ৰতি গুণমুগ্ধ জাতি এটাৰ কৃতজ্ঞতাৰ চানেকি জিলিকি উঠিছে, তেনেকৈয়ে সমাজ আৰু ব্যক্তিজীৱনৰ হতাশা, বেদনাজৰ্জৰ এক গভীৰ সংকট মুহূৰ্তত জনপ্ৰাণ সত্ত্বাৰ ৰূপক আৰু আধাৰ স্বৰূপ শিল্পীৰ স্বৰূপ আৰু স্থিতিৰ প্ৰতি আলোকপাত কৰি এটা সময়োচিত সামূহিক আলোড়নৰো সূচনা হৈছে। সেই একেদিনাই "বাটৰ নাটৰ" পৃষ্ঠভূমিৰ এমূৰে অসমৰ উদীয়মান চলচ্চিত্ৰ শিল্পীসকলে অসম্পূৰ্ণ জ্যোতি চিত্ৰবন ফিল্ম ষ্টুডিঅ'ৰ হকে ৰাজ্য প্ৰশাসনৰ ওচৰত আমাৰ সমূহীয়া দাবী জনাই অনশনত ব্ৰতী হোৱা দিনটোতে দীঘলী পুখুৰীৰ পাৰতে দুটাকৈ চৰকাৰী প্ৰেক্ষাগৃহ থকাতো জুই ছাই কেৰেয়া আৰু ৰঙা ফিটাৰ মেৰপাকৰ ফলত কোনো অবৈতনিক নাট্যগোষ্ঠী

নাইবা সৰ্বসাধাৰণ ৰাইজে এনেবোৰ ৰাজহুৱা প্ৰেক্ষাগৃহৰ সুযোগ পাব নোৱৰাৰ বিসদৃশ অব্যৱস্থাৰ প্ৰতি ৰাইজৰ বিক্ষোভ আৰু গৰিহণা উজাৰি দেখুৱাৰ এই অভিনৱ নাট্য প্ৰচেষ্টাই "দেশেই আমাৰ নাটঘৰ; ৰাইজেই ভাৱৰীয়া" বোলা ৰূপকোঁৱৰৰ অবিস্মৰণীয় ভক্তিক এক অলৌকিক তাৎপৰ্য্য আৰু প্ৰাসঙ্গিকতাৰে অভিষিক্ত কৰিলে।

সুপৰিচিত নাট্যকাৰ অৰুণ শৰ্মাৰ এই অগতানুগতিক নতুন ধৰণৰ 'বাটৰ নাট' অকল নাট এখনৰ নামেই নহয়, ই এক নতুন নাট্যধাৰাও। নাট হিচাপে ই এনে এখন নাট, যিখনৰ প্ৰযোজনাই আৰু উপস্থাপনাই হ'ল ইয়াৰ সফলতা-বিফলতাৰ চাৰি ভাগৰ তিনিভাগ। অৰুণ শৰ্মাৰ "বাটৰ নাটক" মঞ্চতো হয়তো অভিনয় কৰিব পৰা যায় বেলেগ ৰকমে নামকৰণ কৰি, কিন্তু তেনে কৰিবগৈ গ'লে ই তাৎপৰ্য্যবিহীন, গতানুগতিক আন নাটকৰ দৰে হৈ পৰিব পাৰে। সেইবাবে "বাটৰ নাট" নাটক হিচাপে যিমান সফল সৃষ্টি হওক নহওক, ইয়াৰ প্ৰযোজনাৰ গুৰুত্ব ৰচনাতকৈ অধিক। নাট্য সৃষ্টি হিচাপেও আকৌ মোৰ বোধেৰে ইয়াৰ শিল্প-কৌশলতকৈ ইয়াৰ বাণী তথা সাময়িক প্ৰাসঙ্গিকতা অধিক তাৎপৰ্য্যপূৰ্ণ। "বাটৰ নাট" এখন বেলেগ ধৰণৰ নাট হোৱাৰ উপৰিও এখন সামাজিক দলিল, সামাজিক সমালোচনাৰ ইস্তাহাৰ। এনে এখন ইস্তাহাৰৰ ফলপ্ৰসূতা ৰচনাতকৈ যৌথ উপস্থাপনাৰ ওপৰত অধিক নিৰ্ভৰশীল। সেইবাবে এনে এখন নাটকৰ কথা কওঁতে নাট্যকাৰজনক পাহৰি থকাটো অসম্ভৱ নহয়। সেইটো নাট্যকাৰৰ অকৃতকাৰ্য্যতা নহয়, বিৰাট সাফল্যৰহে পৰিচায়ক।

মঞ্চত পৰিৱেশিত নোহোৱা, দৰ্শক আৰু অভিনেতা-অভিনেত্ৰীৰ সানমিহলি হৈ পৰা এই নাটখনৰ ৰূপটো ঘটনাস্থলীত অনুপস্থিতসকলৰ বাবে কল্পনা কৰি লোৱা টান হ'ব পাৰে বাবে নাটখন তথা ইয়াৰ উপস্থাপনৰ এটি আভাস দিয়া দৰকাৰ। গুৱাহাটী মেডিকেল কলেজত আমাৰ এজন মহান জনশিল্পীৰ অকালত অৱহেলাত মৃত্যু হ'ল। শিল্পীৰ শৱদেহ তেওঁৰ গুণমুগ্ধ ৰাইজে সন্মান প্ৰদৰ্শাব পৰাকৈ চিকিৎসা অনুষ্ঠানৰ প্ৰাঙ্গনত থোৱাৰ অনুমতি পোৱা নগ'ল। তাতো আমোলাতন্ত্ৰ পাকচক্ৰৰ ছাঁ পৰিল। কোৱা হ'ল, 'মৰ্গতহে' মৃতদেহ থব পাৰিব। হয়তো শিল্পীজন যদি শিল্পী নহৈ কোনো মন্ত্ৰী বা বিধানসভা লোকসভাৰ সদস্য বা নেতা হ'লহেঁতেন, তেতিয়া হয়তো ফুলমালা দিবৰ বাবে, শৱ শোভাযাত্ৰা কৰিবৰ বাবে সকলো ৰকমৰ ব্যৱস্থা একে কৰ্তৃপক্ষয়ে কৰি দিলেহেঁতেন। মৰ্গ বা শৱগৃহত থলেতো জনতাৰ শিল্পীৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাবলৈ সুবিধা নেপাব। ঠিক কৰা হ'ল,

শিল্পীৰ শৱদেহ চৰকাৰে পাতি দিয়া কলা-সংস্কৃতি চৰ্চাৰ বিৰাট বাহ্যাড়ম্বৰপূৰ্ণ, ভিতৰে কোৱা ভাতুৰীয়া ৰবীন্দ্ৰ ভৱনলৈ নিয়া হওক। তাত যাতে স্বাভাৱিকভাৱে জনগণে শিল্পীগৰাকীৰ প্ৰতি শেষ শ্ৰদ্ধা নিবেদন কৰিব পাৰে। কিন্তু সদৌ জাতিটোৱে জাতীয় নাট্যশালাৰ পীঠস্থানৰূপে দেখা পাবলৈ হাবিয়াস কৰা এই ৰবীন্দ্ৰ ভৱন "কোনোবা ৰাজনৈতিক নেতাৰ প্ৰৱেশৰ বাবে হঠাতে দুৱাৰ মুকলি হোৱা" আৰু সৰহখিনি সময় বন্ধ হৈ থকা শিল্পীৰ প্ৰকৃত সাধকসকলে মুৰ সুমুৱাবলৈ নোপোৱা চিপাহী-চন্তৰী পৰিবেষ্টিত এই চৰকাৰী অৰ্থ অপচয়ৰ প্ৰতিমূৰ্তি ৰবীন্দ্ৰ ভৱনতো খন্তেকৰ বাবে শিল্পীৰ শৱদেহৰ ঠাই নহ'ল। তেতিয়া শৱদেহ থোৱা হ'ল গুৱাহাটীৰ ৰাইজৰ উপকাৰৰ অৰ্থে সজা দুটা বৃহৎ অট্টালিকা ৰবীন্দ্ৰ ভৱন আৰু জিলা পুথিভঁৰালৰ সন্মুখৰ দীঘলীপুখুৰীৰ পাৰৰ পাৰ্কৰ ঘাঁহনিত। তাত চাৰিওফালৰ পৰা মানুহ গোট খালে। যিসকল একাধাৰে দৰ্শকো ভাৱৰীয়াও।

অল্পপ পাছতে আমাৰ নিজা আপুৰুগীয়া সংস্কৃতিৰ বিকৃতিৰ নিদৰ্শন পপ 'জাজ টুইষ্টৰ' অভ্যাস কৰোতে এজাক চেঙেলীয়া ডেকা-গাভৰুৱে নিচাৰ কোবত থৰক-বৰক হৈ চিয়ৰ-বাখৰ কৰি নাচি সেইখিনি পালেহি। মৃতদেহটোনো কাৰ, কিয় তেনেকৈ পৰি থাকিবলগীয়া হৈছে, তালৈ মন নকৰি নাচ-গান লগাই দিলেহি। পাছত অবাইচ মাত আৰু ভঙ্গীৰ পাছত যেতিয়া ডেকা দলৰ চেতনা হ'ল আৰু গম পালে যে আমাৰ জনতাৰ নিচেই আপোন এগৰাকী মহান শিল্পীৰ মৃত্যুৰ পাছত আলৈ-আথানি হৈছে, তেতিয়া তুঁহজুইৰ দৰে জ্বলি উঠা ডেকাহঁত ক্ষিপ্ত হৈ উঠিল, তেওঁলোকে হুলস্থূল লগাই "ৰবীন্দ্ৰ ভৱন ভাং" বুলি উদ্যত হৈছিল। শিল্পীৰ শৱদেহৰ কাষত থকা জনতাৰ প্ৰতিনিধিসকলৰ আবেগময় আবেদন আৰু আহ্বানত যেনিবা তেওঁলোক নিৰস্ত হ'ল আৰু লুইতৰ পাৰলৈ নাম-কীৰ্তন কৰি আগবাঢ়ি গ'ল। বিশাল জনগণে আজিৰ উদাসীন, হৃদয়হীন সমাজব্যৱস্থা বুলি মহান শিল্পীগৰাকীৰ স্মৃতিত শ্ৰদ্ধাৱনত হৈ নৈৰ পাৰত জুম বান্ধিলে। তাতে নাটখনৰ প্ৰযোজকে জনতাৰ শিল্পী, সংস্কৃতিৰ পূজাৰী জ্যোতিপ্ৰসাদৰ লুইতপৰীয়া অসমীয়াৰ মিশ্ৰিত অনুভূতিপূৰ্ণ বেদনা দাঙি ধৰিলে, বছৰেকীয়া মৃত্যুতিথি পালনেৰে আমি আগুৱাইছো নে পিছুৱাইছো? নগৰীয়া ডেকাদলক জনতাৰ সংস্কৃতিমুখী কৰিব পাৰিছোনে? জাতীয় নাট্যশালাৰ কি হ'ল, এই শত-সহস্ৰ প্ৰশ্নেৰে আলোড়িত হৈ জনতা দিহাদিহি গ'ল।

অকমান দ-কৈ চালেই এই বাটৰ নাটকৰ সৈতে জড়িত হৈ পৰা দৰ্শক-ভাৱৰীয়া সকলৰ মনতো প্ৰশ্নৰ উগুল-থুগুল লাগে। পৰলোকগত শিল্পীগৰাকী

কোন, জ্যোতিপ্ৰসাদ নে বিষ্ণু ৰাভা নে ফণী শৰ্মা? যিকোনো এজন হ'ব পাৰিলেহেঁতেন। শিল্পীয়ে জীয়াই থকাৰ দিনকেইটা দাৰিদ্ৰ্য আৰু অনাদৰৰ সৈতে সংগ্ৰাম কৰি মৃত্যুমুখত পৰাৰ পাছতহে জানো মহান চেতনাৰ সঞ্চাৰ হোৱা নাই?

নাটক যদি ইবছেন আদিয়ে ভবাৰ দৰে, আজিৰ জনতাৰ আৰু সমষ্টিৰ ৰূপকাৰসকলে ভবাৰ দৰে সামাজিক মাধ্যম আৰু জনচেতনা আলোড়নৰ উপায় হয়, তেনেহ'লে সাৰ্থক নাটকে জনমঞ্চ ব্যতিব্যস্ত কৰা প্ৰশ্ন তুলিব লাগিব। সেইবোৰ প্ৰশ্নৰ উত্তৰ দিয়া, সমিধান দিয়া নাট্যশিল্প "জুৰিছ্‌ডিকশ্যনৰ" বাহিৰত। গহুৰগোষ্ঠীৰ "বাটৰ নাট" কেৱল নাট বা অৱসৰ বিনোদনতকৈ বেলেগ এইবাবেই যে ই কেৱল দৰ্শকক আপ্যায়িত কৰাতে ক্ষান্ত নাথাকি সকলোৰে মনত ক্ৰিয়া কৰি থকা প্ৰশ্নক ভাষা দিবলৈ চেষ্টা কৰিছে। জ্যোতিপ্ৰসাদৰ দৰে তীব্ৰভাৱে সমাজ সচেতন শিল্পী এগৰাকীৰ পূণ্য মৃত্যুতিথিত নাটকৰ জৰিয়তে এনেকৈ প্ৰশ্ন তোলাতকৈ উৎকৃষ্ট পন্থা আৰু কি হ'ব পাৰে?

আৰু কেইটামান কাৰণত গহুৰ নাট্যগোষ্ঠীৰ এই নতুন প্ৰচেষ্টাৰ শলাগ ল'ব লাগিব। নাটক যে কেইজনমান মানুহৰ "প্ৰাইভেট" প্ৰয়োজন পূৰণৰ আহিলা মাত্ৰ নহয়, নাটকৰ লক্ষ্য যে বৃহৎসংখ্যক জনগণক নাট্যপ্ৰক্ৰিয়াৰ সৈতে সংশ্লিষ্ট কৰি অংশগ্ৰহণ কৰোৱা গণ বা লোকনাট্যৰ এই আধুনিক আদৰ্শটো "ৰচিত নাটে" সাব্যস্ত কৰি দেখুৱালে। ৰাজপথৰ দাঁতিত কৰা "বাটৰ নাটে" নিৰ্দিষ্ট ভাৱৰীয়াসকলৰ বাহিৰেও সমূহ ৰাইজক নাটকৰ কাৰ্য্যৰ সৈতে জড়িত কৰি সাৰ্থক নাট্য সৃষ্টিৰবাবে অপৰিহাৰ্য্য "অডিয়েন্স পাৰ্টিচিপেশ্যন" অৰ্থাৎ দৰ্শক সহযোগ আনিব পাৰিছে।

"বাটৰ নাটে" যে নাট পৰিৱেশনৰ আৰু নাট সৰবৰহী কৰি এক নতুন পথৰ সঙ্কেত দিছে তাত সন্দেহ নাই। ভৱিষ্যতে এই পদ্ধতি আন ধৰণৰ নাট পৰিৱেশনৰ বাবে বহলভাৱে প্ৰবৃত্ত হ'ব, তাতো সন্দেহ নাই। বিনামূলীয়াকৈ "বাটৰ নাটো" পৰিৱেশন কৰা সম্ভৱ নহ'ব পাৰে আৰু শিক্ষাৰ জোলোঙা আগবঢ়ায়ো যথেষ্ট পাৰিশ্ৰমিক পোৱা নাযাব পাৰে। সেইবিলাক সম্পৰ্কে ন-কৈ ভাবি-চিন্তি চাই আগবাঢ়িলে "বাটৰ নাট", ইংৰাজীত গিমিক (gimmick) বুলি কৈ কোনো কোনোৱে নাক কোচায়, তেনে দেখনিয়াৰ কিবা নালাগে, বিৰাট সম্ভাৱনাপূৰ্ণ পৰীক্ষা হ'ব পাৰিব বুলি মোৰ একান্ত বিশ্বাস।◆◆

# কিমাশ্চৰ্য্যম ঃ কুমাৰ শ্ৰীমধুসূদন

শ্ৰীমধুসূদনে নিজেই 'কিমাশ্চৰ্য্যম' এটা 'চীজ' বুলি অভিহিত কৰিছে। কেনে ধৰণৰ 'চীজ' এইটো? নেতিবাচকভাৱে, লেখকৰ নিজৰ দৃষ্টিৰে, ই নহয় কবিতা, নহয় গল্প, নহয় ৰচনা, মুঠতে ই একো নহয়, কিমাশ্চৰ্য্যম! ইতিবাচক দৃষ্টিৰে পঢ়ুৱৈৰ ফালৰপৰা ক'বলৈ হ'লে, ই একে সময়তে সকলো; গল্প-কবিতা, ৰচনা, চিঠি, উক্তি, প্ৰবন্ধ, আলাপ, বিলাপ সকলোৰে এক অদ্ভুত সংমিশ্ৰণ। এটা অতি তৃপ্তিদায়ক সাহিত্যিক খিচিৰি। আৰু খিচিৰিখিনিকে যিটো মছলাৰ সংযোজনে অতি ৰসাল, অতি জুতি লগা, লোভ সামৰিব নোৱৰা কৰিছে, সেইটো হ'ল কিতাপখনৰ পাতে পাতে প্ৰবাহিত পাতল হাস্য-ব্যঙ্গ ৰসৰ উচ্ছল ব্যঞ্জনা। শ্ৰীমধুসূদন হাঁহি থকা দাৰ্শনিক- laughing philosopher। 'বিয়াৰ চিঠি', 'বাসৰ ঘৰ', 'ভেনিটি বেগ', 'সাহিত্য নিৰ্মাণ', 'কবিতা প্ৰয়াস', 'ৰঙা এটি কৰবীৰ ফুল', প্ৰভৃতি শিতানৰ বহুৰূপী আভৰণে কিমাশ্চৰ্য্যমৰ শ্ৰীমধুসূদনক দৰাচলতে অসমীয়া সাহিত্যৰ হাস্যৰসৰ সৃষ্টিৰ ক্ষেত্ৰত যিটো বৰচোলা এক কৃপাবৰে পিন্ধি যোৱাৰেপৰা গৰাকী নলগাকৈ আছিল, সেই চোলাৰে উত্তৰাধিকাৰী বুলি দাবী কৰিবৰ অধিকাৰ দিছে। কিমাশ্চৰ্য্যমে কৃপাবৰৰ বুৰবুৰণিৰ ঠাই দখল ল'বলৈ স্পৰ্দ্ধা কৰিছে। 'এটা প্ৰবন্ধ লাগে' বোলা প্ৰবন্ধটোত তেওঁ কথাষাৰ উনুকিয়াইছে, কৈছে ঃ বেজবৰুৱাক আমি বিশ্বৰসিক, বিশ্ব সাহিত্যিক, সাহিত্য-সম্ৰাট আদি নাম দি বাৰখলপীয়া সিংহাসনত পাগুৰি মাৰি বহুৱাই দি আত্মহাৰা হ'বলৈ চেষ্টা কৰিলেও, বেজবৰুৱা যি মৰিল মৰিলেই। হয়তো ২৫ বছৰৰ মূৰত বেজবৰুৱাই স্বতঃৰূপ লৈ জী উঠিব পাৰে।

OO কিমাশ্চৰ্য্যম পঢ়ি পঢ়ুৱৈয়ে নিজকে সুধিব পাৰে, শ্ৰীমধুসূদন বেজবৰুৱাৰ ২৫ বছৰৰ মূৰত পুনৰ্জন্ম পৰিগ্ৰহ কৰা প্ৰেতাত্মাই নহয়নে? 'চাৰ্ভেন্টিচ্', 'ভলটেয়াৰ', 'চুইফ্‌টচ', 'বাৰ্ণাৰ্ড শ্ব'ৰ নাম নলওঁ; অতি সহজে আমাৰ সৰু সৰু সাহিত্যিক ডৰিকনাক বৰ বৰ বৌ-বৰালিৰ লেবেল খুৱাই বন্দনা কৰিবলৈ উদ্যত হোৱাৰ দুৰ্বলতাফেৰা আমাৰ বেছ প্ৰকট। 'মাৰ্ক টোৱেন'ৰ শাৰীতো নোতোলোঁ। তথাপিতো যে কৃপাবৰৰ ওচৰতে শ্ৰীমধুসূদনেও অসমীয়া হাস্যৰসিক সাহিত্যৰ সবাহত এডুখৰি পীৰা পাবৰ যোগ্যতাত সন্দেহ নাই।

ডেৰশপতীয়া পুথিখনত শ্ৰীমধুসূদনে আমাৰ সমাজ-সাহিত্য, আমাৰ সমাজ সংস্কাৰ, আমাৰ আত্মবঞ্চনা-আত্মকৰুণা, আমাৰ দুৰ্বলতা-ভণ্ডামি, আমাৰ ফিতাহি-ভেম সকলোবোৰ চালি-জাৰি দেখুৱাইছে। একো একোবাৰ নিষ্ঠুৰভাৱে চাবুকেৰে কোবাইছে, একোবাৰ মৃদুভাৱে হাত বুলাই টিপি চাইছে। এঠাইত যদি ৰং চাইছে, আন এঠাইত সাবটি লৈ জাবৰ-জোঁথৰ সাৰিবলৈকো ইতস্ততঃ কৰা নাই। সহানুভূতিৰ যি চকুলোৱে ব্যংগ-বিদ্ৰূপৰ জটিল হাস্যৰসৰ sublimity-লৈ উন্নীত কৰে, সেই একশ্ৰেণীৰ হাস্যৰসৰো এই পুথিত অভাৱ নাই। নমুনা দেখুৱাৰ সময় নাই, পাতে পাতে নমুনা পোৱা যাব। 'সত্যম্‌ব্ৰুয়াৎ প্ৰিয়ং-ব্ৰুয়াৎ, ব্ৰুয়াৎ সত্যমপ্ৰিয়মপি।' শ্ৰীমধুসূদনক যদিও সন্দেহ হৈছে ,অপ্ৰিয় সত্য কোৱাটো শতকৰা চাৰে নিৰান্নবৈজনে পচন্দ নকৰে, তথাপি মোৰ বিশ্বাস, তেওঁৰ এই মনোৰম অপ্ৰিয় সত্য পৰিবেশনে বহুতকে হঁহুৱাব আৰু হঁহুৱাৰ লগে লগে আত্মানংবিদ্ধিৰ পথো সুগম কৰি আধুনিক সাহিত্যৰ পক্ষে অত্যাৱশ্যকীয় বুলি পৰিগণিত সামাজিক সজ উদ্দেশ্য সাধনতো সহায়তা কৰিব।◆◆

# মহেশ চন্দ্ৰ দেৱগোস্বামীৰ বিয়োগত মুনীন বৰকটকীৰ শোক প্ৰকাশ

অৱশেষত গোস্বামীয়ে মোক নৰিয়া পাটিতে এৰি থৈ মেলানি মাগিলে। গোসাঁইৰ বিয়োগ মৰ্মান্তিক বুলি ক'লে গতানুগতিকতা কৰা হ'ব। তেওঁৰ পৰলোক মোৰ বাবে এক ভাবিব নোৱৰা প্ৰচণ্ড আঘাত, অসহনীয়।... এটা সময় আছিল, আমি যেতিয়া যৌৱন-প্ৰৌঢ়ত্বৰ দুৱাৰডলিত একেলগে আছিলোঁ, কলিকতাৰ ধৰ্মতলা ষ্ট্ৰীটৰ 'বাঁহী' অফিচৰ এখোটালিত পাৰ্টিশ্যন কৰি দুয়ো আছিলোঁ, গোসাঁয়ে ৰাতিপুৱাই তলৰ কলটোত গা ধুই ধকধকীয়া কাপোৰযোৰ পিন্ধি পাগটো মাৰি ওপৰলৈ আহি মোক জগাই দিছিল, দুয়ো চাহ খাইছিলো, পাছত দুয়ো নিজৰ কামত ওলাইছিলোঁ। চতুৰ্থ দশকত। তাৰ পাছত আৰু কত ঠাইত কত দিন, কিমান- কি অৱস্থাত।... গোস্বামীৰ স্মৃতিয়ে ভাৰাক্ৰান্ত কৰি থাকিব।

# (ক)

# বাতৰিকাকত-আলোচনীত প্ৰকাশিত সম্পাদকলৈ চিঠি

## (১)

## চন্দ্ৰ ফুকন আৰু গুৱাহাটী

সম্পাদক ডাঙৰীয়া,

আপোনাৰ কাকতে 'সুন্দৰ কোঁৱৰ' বুলি যথাৰ্থতে অভিহিত কৰা অসমৰ অগ্ৰগণ্য শিল্পী, কলাকাৰ, সংস্কৃতিৰ পূজাৰী চন্দ্ৰ ফুকনৰ পৰলোক প্ৰসঙ্গত এটা কথাই বহুতক চিন্তিত কৰিব পাৰে। গুৱাহাটী অসমৰ কলা-সংস্কৃতিৰ পীঠস্থানস্বৰূপ। স্বৰ্গীয় বিষ্ণু ৰাভা, স্বৰ্গীয় ফণী শৰ্মা প্ৰভৃতি শিল্পীসকল গুৱাহাটীৰ নাগৰিক নাছিল। তথাপি গুৱাহাটীৰ ৰাইজে দুয়োগৰাকী শিৰোমণি- কলাকাৰৰ মৃত্যুত আৰু পাছলৈ সিবিলাকৰ মৃত্যুবাৰ্ষিকীতো অযাচিতে উবুৰি খাই পৰি গাম্ভীৰ্য্য আৰু স্বতঃস্ফূৰ্ত আবেগেৰে সিসকলৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। ৰাভা, ফণী শৰ্মাৰে সমপৰ্য্যায়ৰ অসমৰ অন্যতম জীৱন শিল্পী, কলাকাৰ চন্দ্ৰ ফুকনৰ পৰলোকত স্বৰ্গগতৰ নিজ কৰ্মস্থান নগাঁৱত অভূতপূৰ্ব আবেগেৰে শ্ৰদ্ধাঞ্জলি আগবঢ়োৱা হ'ল সঁচা, কিন্তু গুৱাহাটী মহানগৰীত স্বৰ্গগত ফুকনদেৱৰ পৰলোকৰ এসপ্তাহৰ পাছতো কোনো এখন ৰাজহুৱা শোকসভা অনুষ্ঠিত নহ'ল, কলাপ্ৰেমী শৰাইঘটীয়া ৰাইজে অসমৰ কলাজগতৰ এই অন্যতম নায়কগৰাকীৰ স্মৃতিৰ প্ৰতি তেনে কোনো উপযুক্ত শ্ৰদ্ধাঞ্জলি যচা দেখা নগ'ল। এইটো বিসদৃশ নহ'লনে? ' চন্দ্ৰ ফুকন গুৱাহাটীৰ বাসিন্দা নাছিল সঁচা, কিন্তু তেওঁ যে সদৌ অসমৰ এগৰাকী নেতৃস্থানীয় শিল্পী আছিল, সেইটো কোনেও নুই নকৰে। অকল অসম কিয়, যিসকলে স্বৰ্গীয় ফুকনদেৱৰ মৌলিক প্ৰতিভা, সু-সংস্কৃত মন, আৰু একনিষ্ঠ নীৰৱ কলা-শিল্প সাধনাৰ অলপো পৰিচয় পাইছে, তেওঁলোকে অনুভৱ কৰিব যে স্বৰ্গীয় ফুকনদেৱ সদৌ দেশৰে এজন অন্যতম মহান শিল্পী আছিল। এনে এজন ব্যক্তিৰ প্ৰতি গুৱাহাটীৰ এনে উদাসীনতা পৰম বেদনাদায়ক যেন লাগিল।

(নতুন অসমীয়া, ৬ ছেপ্টেম্বৰ'৭১) •

## (২)

## চন্দ্ৰ ফুকন আৰু গুৱাহাটী

সম্পাদক ডাঙৰীয়া,

আপোনাৰ কাকতত ৬ অক্টোবৰ তাৰিখে প্ৰকাশ পোৱা শ্ৰীমুনীন বৰকটকীৰ "চন্দ্ৰ ফুকন আৰু গুৱাহাটী" শীৰ্ষক পত্ৰ দ্ৰষ্টব্য শ্ৰীবৰকটকীয়ে গুৱাহাটীয়া ৰাইজ, বিশেষকৈ গুৱাহাটীয়া শিল্পীবৃন্দৰ চন্দ্ৰ ফুকনৰ শিল্পী প্ৰতিভাৰ প্ৰতি উদাসীন মনোভাৱ দেখি, সাহস সহকাৰে মনৰ প্ৰকাশ কৰিছে। এৰা, আজিকোপতি চন্দ্ৰ ফুকনৰ মৃত্যুৰ পাছত এখন ৰাজহুৱা শোকসভা পতা নহ'ল। শিল্পীয়েই যদি শিল্পীক সম্মান দৰ্শন কৰিব নোৱাৰে বা মৰ্য্যাদা দান কৰিব নোৱাৰে, — অন্ততঃ মৃত্যুৰ পাছত, তেন্তে সেই শিল্পীসকলে সৰ্বসাধাৰণ ৰাইজ বা চৰকাৰৰপৰা স্বীকৃতি নেপায় বুলি হাঁ-হুমুনিয়া কঢ়াৰ যুক্তি ক'ত? চন্দ্ৰ ফুকনৰ বৰকটকীয়ে উল্লেখ কৰা মতে মৌলিক প্ৰতিভা, সু-সংস্কৃত মন আৰু একনিষ্ঠ নীৰৱ কলা-শিল্প সাধনা আছিল নে নাই, তাৰ বাবেই অন্ততঃ সভা এখন পতা উচিত আছিল। খুব সম্ভৱ চন্দ্ৰ ফুকনে প্ৰকাশ নিবিচাৰি একাণপতীয়াভাৱে জকাই চুকতে সোমাই আছিল গুণে তেওঁৰ ব্যক্তিত্বক আমি মূল্যাঙ্কন কৰিবলৈ সুযোগ নাপালো। অথচ এই চন্দ্ৰ ফুকন অসমৰ প্ৰতিনিধি হৈ দিল্লীৰ সংগীত নাটক একাডেমীৰ বৈঠকত যি প্ৰাঞ্জল ভাষণ দিছিল, তাক পণ্ডিত ৰাধাকৃষ্ণনেও প্ৰশংসা কৰিছিল। প্ৰথম গণতন্ত্ৰ দিৱসত দিল্লীত অসমৰ সাংস্কৃতিক দলৰ নেতা আছিল এই চন্দ্ৰ ফুকন। প্ৰথম সংগীত নাটক একাডেমীৰ নাটমহোৎসৱত অসমৰপৰা শোণিতকুঁৱৰী নাটকখন নি পৰিবেশন কৰি প্ৰথম স্থান অধিকাৰ কৰিছিল। চন্দ্ৰ ফুকনৰ পৰিচালনাৰ বাবে নিজৰ দেশখনৰ চাৰিধাপৰ মাজত থকা গুণী লোককেইজনকে আমি যদি লেখি উলিয়াব নোৱাৰো — তেন্তে আন্তঃৰাষ্ট্ৰীয় শিল্পীৰ নাম মুখস্থ কৰাৰ যুক্তি ক'ত? চুকৰ ভেকুলী, চুকতে থাকিব লাগিব।

সিদিনা আকাশবাণীয়েও পালমাৰি ফুকনক শ্ৰদ্ধাঞ্জলি জনালে যেন লাগে। বাতৰিমতে আৰু দেখি অহা মানুহৰ মতে ফুকনৰ প্ৰতি নগাঁওৰ ৰাইজে তেওঁক যি শেষ শ্ৰদ্ধাঞ্জলি জনালে, তেওঁৰ শৱদেহলৈ পঞ্চাশ মাইল বাট আৰু নগাঁও চহৰত যি শোভাযাত্ৰা কৰিলে, সি অভূতপূৰ্ব। আকাশবাণীয়ে আগতীয়াকৈ ফোনযোগে ইয়াৰ বাতৰি ল'ব পাৰিলেহেঁতেন। গাড়ী এখনত টেপ্ ৰেকৰ্ডাৰসহ বিষয়া এজন পঠাই ইয়াৰ বিৱৰণীসহ চন্দ্ৰ ফুকনৰ চমু জীৱনী, নগাঁৱৰ বয়োবৃদ্ধ কেইজনমানৰ ফুকনৰ

বিষয়ে অভিমত বাণীবদ্ধ কৰি অসমীয়া ৰাইজক পৰিবেশন কৰিব পাৰিলেহেঁতেন। কিন্তু কৰা নহ'ল। তাৰ কৈফিয়ৎ হয়তো দিবলৈ সঙ্কোচ নকৰিব, কিন্তু আমাৰ ক্ৰটী হোৱা নাইনে?

(নতুন অসমীয়া, ৯ ছেপ্টেম্বৰ' ৭১)— ভোলানাথ ●

## যোৰহাটৰ বৰপুখুৰী

সম্পাদক ডাঙৰীয়া,

আমাৰ গাৰ কাষতে থকা সুন্দৰ বস্তু এটা সৌন্দৰ্য্য বা তাৰ অভাৱ সদায় দেখি থাকিলে যিমান অনুভৱ কৰিব পৰা নাযায়, সিমান পৰা যায় বহুদিন সেই বস্তুৰপৰা আঁতৰত থাকি, বহুদিনৰ মূৰত তাকে চোৱাৰ সৌভাগ্য ঘটিলে।

যোৰহাট নগৰৰ একালৰ সৌন্দৰ্য্য বিন্দুস্বৰূপ, নগৰৰ সোঁ-মাজতে অৱস্থিত বৰপুখুৰীটোৰ বৰ্তমানৰ শোচনীয় অৱস্থা দেখি মোৰ মনত এই ভাব খেলাইছিল। এসময়ত যোৰহাটৰ এই ৰজাদিনীয়া পুখুৰীটো নগৰখনৰ এটি প্ৰবীণ আকৰ্ষণীয় থল আছিল। পুখুৰীত ফটফটীয়া পানী, চাৰিওফালে সেউজীয়া কোমল ঘাঁহনি, চাৰিকোণত পানীলৈ নামি যোৱা পকী খটখটী, প্ৰয়োজনত এখন্তেক বহি ভাগৰ জিৰাব পৰা চাফ-চিকুণ শিলেৰে বন্ধোৱা বেঞ্চ, মনোমোহা গছৰ লানি, পখীৰ কাকলি, অনতিদূৰৰ ঠায়ে ঠায়ে দুই-চাৰিটা বঙলা ঘৰ, আঁতৰলৈ আহল-বহল ঘাঁহনি, সকলোবোৰ মিলি আন কোনো ডাঙৰ পুখুৰী নোহোৱা আৰু ভোগদৈৰ পাৰলৈ তেনে কোনো সুব্যৱস্থা নথকা নগৰখনক এচমকা বিতোপন ঠাই যোগাইছিল।

তেহিনো দিৱসা গতা। আজিৰ যোৰহাটৰ বৰপুখুৰীৰ দুৰৱস্থা দেখিলে দুখ লাগে। পুখুৰীপাৰৰ তাঁৰৰ বেৰা নাই, চাৰিকাষৰ বাটকেইটা বোকা আৰু আবৰ্জনাৰে ভৰপূৰ, পকী খটখটীবোৰ ভাগিছিগি থানবান, ওপৰত শেলুৱৈ-জাবৰ, পাৰত চাকিচুকাৰ অভাৱ, চাৰিওপিনে গিজগিজিয়া ঘৰ, লোহা-লক্কৰৰ দ'ম, বহা শিলৰ আসনবোৰৰ ভগ্নস্তূপ অৱস্থা গোটেই এলেকাটোত এতিয়া মৰিশালীসদৃশ পৰিবেশ। ওচৰে-পাজৰে যিখিনি মুকলি ঠাই আছে, সেইবোৰ গৰু-ম'হৰ চৰণীয়া পথাৰত পৰিণত হৈছে। একালত গা-মন জুৰোৱা ঠাইডোখৰলৈ এতিয়া গ'লে অৱসাদে আগুৰা মন এটা লৈ ঘূৰি আহিব লগীয়া হয়।

যোৰহাট পৌৰ কৰ্তৃপক্ষ নাইবা চৰকাৰী গড়কাপ্তানী বিভাগৰ যোৰহাট নগৰৰ এই সম্পদটোৰ ভালকৈ ৰক্ষণাবেক্ষণ, পৰিবৰ্দ্ধন আৰু নবীকৰণ কৰাৰ প্ৰতি দৃষ্টি

আকৰ্ষিত নোহোৱাটো বেজাৰৰ কথা। যোৰহাটৰ বৰপুখুৰীটোৰ সংস্কাৰ সাধন কৰি পুনৰ আগৰ দৰে আকৰ্ষণীয় কৰিবলৈ সংশ্লিষ্ট কৰ্তৃপক্ষই ব্যৱস্থা ল'ব নোৱাৰেনে, নাইবা নেলাগেনে?

(দৈনিক জনমভূমি,৬ জুলাই '৭৩) •

## গৃহলক্ষ্মী আৰু নাট্য সমালোচক

সম্পাদক ডাঙৰীয়া,

দেশজোৰা কৰ্মবীৰ বৰদলৈ জন্ম শতবাৰ্ষিকী পালনৰ সন্দৰ্ভত গুৱাহাটীত সকলো তৰফৰ ৰাইজৰ সহযোগত অনুষ্ঠিত বৰদলৈৰ 'গৃহলক্ষ্মী' নাট্যাভিনয় সম্পৰ্কে আপোনাৰ কাকতত নাট্য সমালোচকে তৰা আঁহফলা সমালোচনাৰ অপ্ৰাসঙ্গিকতা আৰু অশালীনতাৰ প্ৰতি ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰি যোৱা ২০ নৱেম্বৰত শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে অতিশয় উচিত কাম কৰিছিল। ৫ ডিচেম্বৰৰ 'দৈনিক অসম'ত শ্ৰীকমল চৌধুৰীয়ে পুনৰ এই বিষয়লৈ সঁকীয়াই দিছে। তেনেস্থলতো নাট্য সমালোচক নিমাতে থকা দেখি আচৰিত হৈছো।

১৯১৭ চনত প্ৰথম প্ৰকাশিত, কথাশিল্পী শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ সম্পূৰ্ণ বেলেগ জাতৰ "দেৱদাস" উপন্যাসক ভৱিষ্যতৰপৰা আজুৰি আনি অতীতৰ বুকুত বহুৱাই, কিয় সেয়ে নবীন চন্দ্ৰৰ ১৯১১ চনত লিখা 'গৃহলক্ষ্মী' নাটকত প্ৰভাৱ পেলাব পাৰে বুলি ভবা হ'ল, সি দুৰ্বোধ্য। নবীন চন্দ্ৰৰ জন্ম শতবাৰ্ষিকী পালনৰ বাতৰি নাইবা অহা বছৰ ১৯৭৬ চনত হ'বলগীয়া শৰৎ চন্দ্ৰ শতবাৰ্ষিকীও এনে প্ৰমাদৰ কাৰণ হ'ব পাৰে। যি কি নহওক, এনে অপ্ৰিয় ৰিজনি কেৱল অনৈতিহাসিক আৰু অপ্ৰাসঙ্গিকেই নহয়, নিতান্ত হাস্যস্পদ আৰু অবাস্তৱ। নাট্য সমালোচকে এই দেখ দেখ বিসঙ্গতিফেৰা ভুল হৈছিল বুলি স্বীকাৰ কৰিবলৈ টান পাব নেলাগিছিল।

সময়ৰ উপৰিও "দেৱদাস"ৰ নাট্যৰূপ আৰু "গৃহলক্ষ্মী" নাটকৰ বিষয়বস্তু আৰু শৈলীৰ পিনে চালেও দুয়োখনৰ ভিতৰত কোনো প্ৰকাৰ সমধৰ্মিতা চকুত নপৰে। কৰ্মবীৰ মুখ্যতঃ দেশপ্ৰেমিক আৰু সমাজসেৱক আছিল আৰু তেওঁৰ বাবে "গৃহলক্ষ্মী" নাটখন ৰচনাৰ মূল উদ্দেশ্য আছিল — এই শতিকাৰ আগভাগত পাশ্চাত্যৰ কুপ্ৰভাৱে অৰ্ধ-শিক্ষিত সমাজৰ বহুতক, মদ্যপানৰ দৰে বদঅভ্যাসৰ প্ৰতি ঢাল খুৱাইছিল — তাৰ প্ৰতি ৰাইজক সচেতন কৰি তোলা। আনহাতে শৰৎ চন্দ্ৰৰ

'দেৱদাস'ত অপৰাজেয় কথাশিল্পী গৰাকীয়ে মদ্যপানৰ অপকাৰিতাতকৈ নায়কৰ মনস্তাত্ত্বিক আচৰণৰ প্ৰতিহে মনোযোগ দিছে। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই লিখা দি নবীন বৰদলৈৰ 'গৃহলক্ষ্মী' এক হিচাপে হেমচন্দ্ৰ বৰুৱাৰ "কানিয়া কীৰ্ত্তন"ৰ পৰিপূৰক সংস্কাৰধৰ্মী সৃষ্টি।

কৰ্মবীৰৰ সমকালীন সময়ত 'গৃহলক্ষ্মী' নাটৰ অভিনয় দেখিবলৈ নোপোৱা বহুত পাছৰ এচাম তৰুণ শিল্পীয়ে গুৱাহাটীত যেনে ধৰণে 'গৃহলক্ষ্মী' নাট নিবেদন কৰিছিল, তাক আমি সৰ্বাঙ্গ সুন্দৰ হৈছিল বুলি নিৰ্ভয়ে ক'ব পাৰো। সৰহভাগ অভিনেতাৰ ভৰিত পামশুৰ পৰিবৰ্তে কাবুলী চেণ্ডেল থকাৰ সামান্য বিসঙ্গতিৰ বাহিৰে সাজ-পাৰতো তেনে খুঁত নাছিল। আমাৰ বোধেৰে কৰ্মবীৰৰ 'গৃহলক্ষ্মী' নাটকৰ এটাইতকৈ মন কৰিবলগীয়া দিশ হ'ল সেই অভিযোজনাৰ সমকালীন প্ৰযোজ্যতা বা প্ৰাসঙ্গিকতা। আগৰ সেই মদ্যপায়ী সমাজ আৰু আজিৰ 'প্ৰহিবিশ্যন' বা মদ্য নিবাৰণী আন্দোলন কৰিবলগীয়া সমাজখনৰ সাদৃশ্যলৈ মন কৰিলে নাট্যকাৰৰ দূৰদৃষ্টিৰ প্ৰতি সশ্ৰদ্ধ বিস্ময়ৰ ভাব পোষণ নকৰি নোৱাৰি।

(দৈনিক অসম, ১১ ডিচেম্বৰ '৭৫).

## ভোটাৰ তালিকা আৰু ভোটদান

সম্পাদক ডাঙৰীয়া,

আগন্তুক নিৰ্বাচনৰ পৰিপ্ৰেক্ষিতত সম্প্ৰতি ভোটাৰ তালিকা সংশোধনৰ ওপৰত বিশেষ গুৰুত্ব দিয়াটো আশাপ্ৰদ কথা। ভোটাৰ তালিকা সংশোধনৰ সম্প্ৰতি গৃহীত তালিকাৰপৰা অবৈধ ভোটদাতাৰ নাম গুচোৱা আৰু বাদ পৰি যোৱা বৈধ ভোটদাতাৰ নাম নিয়মিয়াকৈ ভৰাই যোৱাটোৱেই স্বাভাৱিকতে প্ৰধান কথা। কিন্তু ইয়াৰ বাহিৰেও এই ভোটপৰ্বৰ আৰু এটা গুৰুত্বপূৰ্ণ দিশ আছে, যিটোলৈ সাধাৰণতে সকলোৱে আওকাণ কৰা দেখা যায়।

ভোটাৰ তালিকাত নাম থকা নথকাৰ প্ৰতি সচেতনতা অৰ্থপূৰ্ণ হ'ব পাৰে কেৱল তেতিয়াহে, যেতিয়া সৰ্বোচ্চসংখ্যক ভোটাধিকাৰপ্ৰাপ্ত লোকক ভোটৰ দিনা দহোবন কাটি কৰি থৈ নিজ নিজ কেন্দ্ৰলৈ গৈ ভোটটো লিপিবদ্ধ কৰিবলৈ হেলা নকৰাটোৰ প্ৰতি তীব্ৰ সতৰ্কতা আৰু সচেতনতা সুনিশ্চিত কৰিব পৰা যায়। নহ'লে গালো বালো খোলাকটিৰ তাল।

ভোটাধিকাৰ থাকিও আমাৰ ৰাইজৰ অলপ কষ্ট কৰি হলেও যথাসময়ত

ভোটটো দি অহাৰ প্ৰতি উদাসীনতা আমাৰ নগৰ অঞ্চলত সিমান প্ৰকট নহ'লেও গ্ৰামাঞ্চলৰ এটা সাৰ্বজনীন ব্যাধি। ১৯৭৭ চনত 'জনতাৰ' জয়যাত্ৰাসূচক নিৰ্বাচনত প্ৰচাৰৰ কামত ভিতৰুৱা অঞ্চললৈ যাওঁতে লক্ষ্য কৰিছিলো, আমাৰ মানুহে ঘৰৰ এমাইলমানৰ ভিতৰতে থকা ভোট কেন্দ্ৰটোলৈ গৈ ক্ষন্তেক ৰৈ হ'লেও ভোটটো দি অহাটো নিচেই অলাগতিয়াল কাম বুলি ভাবে। বিদেশী আৰু সন্দেহজনক ভোটদাতাসকলে দলে-বলে গৈ নিজেও আৰু লগৰ সকলোকো লৈ যেনেতেনে ভোটটি দি আহিবলৈ সক্ষম হৈ থাকে। অথচ আমাৰ মানুহে, যাৰ ভোটটোৰ অবিহনে আমি নিজ বাসভূমিতে ৰাষ্ট্ৰবিহীন নাগৰিক হোৱাৰ আশংকা, সেইসকলেও ভোট দিবলৈ এণ্ডায়।

ভোটাৰ তালিকা লৈ তল-ওপৰ কৰি থাকোঁতে আমি যাতে ৰাইজক ভোটৰ স্বত্বটো কিমান ডাঙৰ স্বত্ব, সেইটোক সোঁৱৰাই দিবলৈ নেপাহৰোঁ। সেয়ে হৈ নুঠিলে আমাৰ শেষ ৰক্ষা পৰা টান। আমাৰ ইয়াত ভোট থাকিলে ভোট দিবই বুলি ধৰি ল'লে ডাঙৰ ভুল কৰা হ'ব।

(দৈনিক অসম, ৯ছেপ্টেম্বৰ)

## বেতাঁৰ-বাতৰিৰ শব্দ প্ৰকৰণ

আকাশবাণীৰ যোগে প্ৰচাৰিত বাতৰিৰ বহুদিনীয়া শ্ৰোতা হিচাপে (বিশেষকৈ দিল্লীৰপৰা পুনঃ প্ৰচাৰিত) হোৱা অভিজ্ঞতাৰপৰা লক্ষ্য কৰিছো, অনাতাঁৰ বাতৰি পঢ়োতাসকলৰ সৰহ ভাগেই কেতবোৰ আচহুৱা আৰু ভ্ৰমাত্মক শব্দ আৰু শব্দগাঁথনি গাৰ বলেৰে চলাই দিবলৈ চেষ্টা কৰিছে। “সংক্ৰান্তীয়”, “সু-নিয়াৰী', “বাহুল্যতা”, “দাৰিদ্ৰ্যতা”, “বৈচিত্ৰতা”, “আগ্ৰহী”, “কাঠামো”, এনেধৰণৰ শব্দৰ আৰু “জোৰা মৰা”, “পোতকমূলক ব্যৱস্থা লোৱা” ইত্যাদি এনেধৰণৰ অশুদ্ধ প্ৰয়োগৰ সামান্য দুই এটা উদাহৰণ। বাতৰিৰ বেলিকা প্ৰয়োজনত দুই চাৰিটা বিজতৰীয়া শব্দ নাইবা স্থানবিশেষে দুই এক নতুন শব্দকো সাঁচত মাৰি লোৱাত আপত্তি নাই। কিন্তু কেতবোৰ দেখদেখকৈ ভুল শব্দ ঘনাই ব্যৱহাৰ কৰি থাকিলে, নাইবা অসমীয়া জতুৱা ঠাঁচ ভুল অৰ্থত প্ৰয়োগ কৰিবলৈ ল'লে নিশ্চয় আপত্তিৰ কাৰণ থাকে।

(তিনিদিনীয়া বাতৰি, ৮ জুলাই ১৯৮২)

# অসমৰ নগৰীয়া নাটঘৰ

আজিৰ ভ্ৰাম্যমান নাটদলসমূহ আৰু সমকালীন গোষ্ঠী-থিয়েটাৰসমূহৰ আৱিৰ্ভাৱৰ আগলৈকে মোটামুটিকৈ পঞ্চম-ষষ্ঠ দশকৰ প্ৰাৰম্ভলৈকে অসমৰ প্ৰায় প্ৰতিখন নগৰ চহৰতে একোখনকৈ ক্ৰিয়াশীল হৈ থকা অবৈতনিক বা 'এমেচাৰ' নাট্যদল আৰু নাটঘৰসমূহে আমাৰ অসমীয়া নাট্যঅভিনয় পৰম্পৰাত এক বিশিষ্ট ঠাই অধিকাৰ কৰিছিল আৰু এনে দলসমূহে অসমৰ নাট্যকলা বিৱৰ্তনৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। ঊনবিংশ শতিকাৰ শেষভাগৰ পৰা বৰ্তমান বিংশ শতাব্দীৰ মাজভাগলৈকে অসমীয়া নাটঘৰৰ ক্ৰমবিকাশৰ ইতিহাস এই গোটসমূহৰ কাম-কাজৰ খতিয়ান নল'লে অসম্পূৰ্ণ হৈ থাকিব। সাহিত্যচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱে তেখেতৰ কীৰ্তিস্তম্ভৰূপী মঞ্চলেখা গ্ৰন্থত এই অনুষ্ঠানসমূহৰ যথাসাধ্য বিৱৰণী সন্নিবিষ্ট কৰিছিল। পাছে সেইখিনিৰ বাহিৰেও এই ৰাজহুৱা বাৰোৱাৰী থিয়েটাৰৰ আৰু অনেক আকৰ্ষণীয় আৰু জ্ঞাতব্য কাহিনী আছে, যিবোৰ এতিয়া প্ৰায় বিস্মৃতিৰ পথত। ব্যক্তিগতভাৱে আমাৰ বিশাল ঐতিহাসিক দৃষ্টিত সেই সময়ৰ বঙ্গ বৈতনিক ৰংগমঞ্চৰ যি গুৰুত্ব আমাৰ এই অবৈতনিক পূজাই-পাৰ্বণে অনুষ্ঠিত হোৱা নাট্যাভিনয়ৰ গুৰুত্ব তাতকৈ কোনোগুণে কম নহয়।

বছৰেকমান আগলৈকে আপোনাৰ জনপ্ৰিয় আলোচনীত প্ৰফুল্ল বৰুৱাই হাজৰিকাদেৱৰ লেখাৰ আঁত ধৰি যোৰহাট থিয়েটাৰ, বান ৰংগমঞ্চ, কুমাৰ ভাস্কৰ ৰংগমঞ্চ, শ্বিলঙৰ আসাম ক্লাবৰ অভিনয় আদি কৰি এই শ্ৰেণীৰ কেইবাখনো মঞ্চৰ আকৰ্ষণীয় আমোদজনক বৃত্তান্ত লিপিবদ্ধ কৰিছিল। সেই বৃত্তান্তসমূহ পূৰ্ণাংগ হৈছিলনে নাই সেই সম্পৰ্কে মন্তব্য কৰিবলৈ নিবিচাৰিও ক'ব পাৰি যে সেইখিনি বৰ সুখপাঠ্য আৰু মূল্যবান হৈছিল। বিশেষকৈ কোনো ভাৱৰীয়াৰ পৰচুলা খহি পৰা, কোনোবা নাৰীৰূপী মুনিহ অভিনেতাই (?) অ-নাৰীসুলভ আচৰণ কৰা, গেছলাইটত বিজুতি, স্মাৰকৰ মাতে ভাৱৰীয়াৰ বচন তল পেলোৱা ইত্যাদি নানানটা ৰসাল কাহিনীয়ে অন্ততঃ মোৰ বাবে সেই প্ৰবন্ধকেইটিৰ সোৱাদ পাহৰিব নোৱৰা কৰি থৈছে।

বৰ দুখেৰে লক্ষ্য কৰিলো, কিবা অজান কাৰণত সেইলানি লিখাৰ মাজবাটতে ইতি পৰিল আৰু পুনৰ অভ্যুদয় নঘটিল। ক'ত কি কেনা লাগিল নেজানো, কিন্তু সেইলানি প্ৰবন্ধৰ এনে পৰিণতি হোৱাটো বেজাৰৰ কথা। বৰুৱাদেৱে অসমৰ আটাইবোৰ নগৰৰ থিয়েটাৰঘৰৰ কাহিনী সংগ্ৰহ কৰিবলৈ টান পাব পাৰে। কিন্তু

মোৰ বিশ্বাস, আমাৰ আগৰ পুৰুষৰ এনে অনেকজন আমাৰ মাজত এতিয়াও আছে, যি বৰুৱাই দিয়া ইঙ্গিতটো নিজ নিজ ঠাইৰ প্ৰাক-স্বাধীনতা যুগৰ মঞ্চলৈ সম্প্ৰসাৰিত কৰিবলৈ সক্ষম। 'প্ৰকাশ'ৰ সম্পাদকে তেনে এটা পৰিক্ৰমাৰ আৱশ্যকীয় ব্যৱস্থা কৰিব নোৱাৰেনে?

(প্ৰকাশ ঃ দশম বছৰ।। সপ্তম সংখ্যা, এপ্ৰিল ১৯৮৫।।

## স্বাধীনতা দিৱসত অসম বন্ধ

সম্পাদক ডাঙৰীয়া,

সদৌ অসম ছাত্ৰ সন্থা আৰু গণসংগ্ৰাম পৰিষদে ১৫ আগষ্টত স্বাধীনতা দিৱসত 'অসম বন্ধ'ৰ আহ্বান দিছে। সিদ্ধান্তৰ যুক্তিযুক্ততা নাইবা এই সন্ধিক্ষণত যেতিয়া দুয়োটা সন্থাৰ প্ৰতিনিধিবৰ্গ চূড়ান্ত আলোচনালৈ বুলি ৰাজধানীলৈ ৰাওনা হৈছে, তেনে সময়ত স্বৰাজ্যত বন্ধ পালনৰ প্ৰাসঙ্গিকতা সম্বন্ধে আমি একো কোৱাৰ ধৃষ্টতা নকৰো। আন্দোলনী ৰণকৌশল হিচাপে আৰু বৰ্তমান সময়ত কেন্দ্ৰ পৰিপোষিত পুতলা আজ্ঞাবাহী চৰকাৰটোৱে যেতিয়া বিদেশী সমস্যা সংশ্লিষ্ট আন্দোলনৰ কণকঠীয়া মাৰিলে বুলি বিজয়োল্লাস কৰিবলৈ লৈছে, তেনে এটা সময়ত আন্দোলনৰ ৰাজহুৱা অনুমোদন পুনৰ উপযুক্তভাৱে প্ৰতিষ্ঠা কৰাৰ সপক্ষে এনে আহ্বানৰ আৱশ্যকতাক আমি নুই নকৰো।

পিছে বাৰেপতি 'স্বাধীনতা দিৱস', 'গণৰাজ্য দিৱস' আদিৰ দৰে ৰাষ্ট্ৰীয় আৰু জাতীয় মহিমামণ্ডিত দিন একোটাকৈ বন্ধ পালনৰ দিনস্বৰূপে বাছি লোৱা সম্পৰ্কে আমি এটা কথা জনাই থোৱা উচিত বুলি ভাবো। পোন্ধৰ আগষ্টটো প্ৰত্যেকজন ভাৰতীয়ৰ বাবে জাতীয় দিৱস। ১৯৪৭ চনত দেশৰ বুৰঞ্জীৰ এই গৌৰৱোজ্জ্বল দিৱস অৰ্জনৰ পাছত কত শ্বহীদৰ কিমান তেজৰ, কত দেশসেৱকৰ কিমান তপস্যা, কিমান ত্যাগৰ পৰম্পৰা নিহিত আছে, তাক উপজিয়ে স্বাধীন দেশৰ উশাহ ল'বলৈ পোৱা আজিৰ ভাগ্যবানসকলে উপলব্ধি কৰিব নোৱাৰে।

এনে এটা দিৱসকে আমাৰ দূৰবৰ্তী আৰু নিকটবৰ্তী শাসকসকলৰ কামৰ প্ৰতিবাদ জনাবলৈ বুলি অবনমিত কৰিলে আমাৰ জাতীয় সত্তা আৰু মহত্ত্বৰ প্ৰতিয়ে অসন্মান জনোৱাৰ লগৰ নহয় জানো? অকল নিজ নিজ ঘৰত পতাকা উৰুৱাই গোমোঠা বা বিষণ্ণ মুখেৰে সোমাই থাকিবলৈ পালেই এনে এটা দিনৰ মাহাত্ম্যত অংশ লোৱা নিশ্চয় নহয়। আমি পাহৰা অনুচিত যে স্বাধীনতা আমাৰ সুদীৰ্ঘ সংগ্ৰামৰ অন্তত উপলব্ধ মুক্তি। এনে এটা দিনক আওহেলা নকৰাকৈ আমি আমাৰ

প্ৰতিবাদ জনাব নোৱাৰো নে? স্বাধীনতা দিনটো এটা জাতিৰ মহানন্দৰ দিন, পবিত্ৰ দিন।

আৰু এটা কথা। ৰাজহুৱা বন্ধৰ দিনত 'বন্ধ' পালনৰদ্বাৰা প্ৰকৃততে উদ্দেশ্য সিদ্ধি হয় জানো? বন্ধ পালনৰ সাদৃশ্য নিশ্চয় হাট-বজাৰ, অফিচ-কেছাৰী এনেয়ে বন্ধ থকা দিন এটাতকৈ যাবতীয় কাম-কাজ চলা দিনত পাতিলেহে ভালদৰে প্ৰতিপন্ন হ'ব পাৰে। কেন্দ্ৰ চৰকাৰক সতৰ্ক কৰি দিবৰ বাবে নাইবা দেশৰ আন অংশৰ দৰে আমাৰ বাবে স্বাধীনতা সমানে অৰ্থব্যঞ্জক নহয় বুলি দৰ্শাবৰ বাবে আমি নিশ্চয় বছৰৰ আন দিনো বিচাৰি ল'ব পাৰো।

(দৈনিক অসম, ১৪ আগষ্ট,১৯৮৫)

# 'কচ-কবি' প্ৰসংগ

যোৱা সংখ্যা 'প্ৰকাশ'ত (একাদশ বছৰ।। চতুৰ্থ সংখ্যা।। জানুৱাৰী, ১৯৮৬) সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱে অতি যথাৰ্থভাৱে লিখিছে, অসমীয়া সাহিত্যসেৱীয়ে অকৃতজ্ঞভাৱে মহৎ কবি-সাহিত্যিক স্বৰ্গত কমলেশ্বৰ চলিহাদেৱলৈ পাহৰিলে। He died unwept unhonoured and unsung. হাজৰিকাদেৱৰ এই আষাৰ কথা আখৰে আখৰে সঁচা। ততোধিক আধুনিক অসমীয়া সাহিত্যৰ খবৰ ৰখা প্ৰত্যেকৰ বাবে লজ্জাৰ কথা।

বেজবৰুৱাৰ 'বাঁহী'ৰ যুগৰপৰা 'কচ' ছদ্মনামেৰে 'যদু কবি'ৰ নিচিনাকৈ অসমীয়া সৃজনী সাহিত্যৰ বেদীলৈ ষোড়শোপচাৰে অৰ্ঘ আগবঢ়াই দুমাহৰ আগতে স্বৰ্গী হোৱা এইজনা একনিষ্ঠ অসমীয়া সাহিত্যিক, ততোধিক এগৰাকী অতি উচ্চ চিন্তা আৰু সৰল জীৱন-যাপনৰ পটন্তৰ স্বৰূপ ব্যক্তিৰ বিয়োগত, যাৰ ওচৰতে থকা আকাশবাণী আৰু দূৰদৰ্শনে যে বাহি বাতৰি এটা দিয়েই সামৰিলেই। এই গুৱাহাটীৰে দিনেকীয়া বাতৰিকাকত কেইখনেও বাতৰিটো দিওঁ-নিদিওঁকৈহে পলমকৈ দিলে। অথচ স্বৰ্গীয় চলিহাদেৱতকৈ বহুতো নিকৃষ্ট লেখক-লেখিকাৰ মৰণোত্তৰ স্তুতিবাদত আমাৰ 'মিডিয়া' মুখৰ হৈ উঠে।

সামান্য ব্যক্তিগত কথা এষাৰ নকৈ নোৱাৰো। পৰম শ্ৰদ্ধাভাজন এইগৰাকী ব্যক্তিৰ বিয়োগত অতি মৰ্মাহত হৈ আমাৰ চহৰৰ মুখিয়াল দৈনিক কাকত এখনলৈ 'কচ'ৰ আদ্যশ্ৰাদ্ধৰ দিনাই নে আগদিনাই শ্ৰদ্ধাঞ্জলিৰূপে এটি লেখা বিশেষ প্ৰযত্নেৰে পঠাইছিলো, যিটোৰ নকল ৰাখিবলৈও সময় নহৈছিল। সেইটো দিয়াৰ সময় কিছু অসময় হ'ব পাৰে। কিন্তু দুখৰ বিষয়, চলিহাৰ সোঁৱৰণী সজীৱ হৈ থকা সময়তে

সেই লেখা প্ৰকাশৰ কোনো উম-ঘাম নহ'ল। পৰিয়ালৰ এজনে লিখি পঠোৱা দুই-চাৰি শাৰী গতানুগতিকভাৱে আদ্যশ্ৰাদ্ধৰ দিনা ওলাইছিল। কাকত কৰ্তৃপক্ষই তাকে যথেষ্ট বুলি ভাবিলে। সেয়েহে নেলাগে, হাজৰিকাদেৱে গুণীৰ গুণ বুজি লিখা এই 'আমোদী' অথচ সমালোচনাত্মক প্ৰৱন্ধটোৰ বাহিৰে আন কোনোৱে সুপৰিচিত 'কচ-কবি'ৰ বিষয়ে বিস্তাৰিতভাৱে লেখা চকুত পৰা নাই।

অথচ এইগৰাকী নিৰহংকাৰী, নিৰ্মল চিত্ত, উদাৰ হৃদয় সৌম্য-সংস্কৃত বৰেণ্য সাহিত্যসেৱীয়ে তিনিকুৰি বছৰ জুৰি অসমীয়া সাহিত্যৰ কোনো এখন ক্ষেত্ৰতে অৰিহণা আগনবঢ়োৱাকৈ এৰা নাছিল, আৰু তেওঁৰ প্ৰত্যেকটো অৰিহণাই আছিল একান্ত স্বকীয় মৌলিকতাৰে বিশিষ্ট ভাৰতীয় প্ৰজ্ঞা আৰু পৰিমিতবোধেৰে প্ৰোজ্জ্বল, অবাৰিত সহানুভূতি আৰু ঔদাৰ্য্যৰে মহীয়ান। হাজৰিকাদেৱে কমলেশ্বৰ চলিহাৰ 'বহুৰূপী' সাহিত্যিক সত্তাৰ উল্লেখ কৰিছে, বেজবৰুৱাৰ প্ৰভাৱৰ কথা কৈছে, গান্ধীজীৰঁ প্ৰভাৱৰ কথা কৈছে। এটা কথা তেখেতে পাহৰিছে। অসমীয়া সাহিত্যত ৰবীন্দ্ৰনাথৰ ভাবধাৰা আৰু কাব্য-দৃষ্টি প্ৰবাহিত কৰাৰ অগ্ৰদূতসকলৰ ভিতৰত পাৰ্বতীপ্ৰসাদ, ভগৱতীপ্ৰসাদ, ৰত্নকান্ত বৰকাকতীৰ লগতে নাম ল'বলগীয়াসকলৰ অন্যতম প্ৰধান আছিল 'কচ-কবি'। মোৰ বিশ্বাস, অসমীয়া সাহিত্যৰ বুৰঞ্জীত অনাদৰ অৱহেলা সত্ত্বেও চলিহাদেৱৰ ঠাই নিৰাপদ হৈ ৰ'ব।

(একাদশ বছৰ।। পঞ্চম সংখ্যা।। ফেব্ৰুৱাৰী, ১৯৮৬)

# অৱহেলিত শিল্পীলৈ সাহায্য

সম্পাদক ডাঙৰীয়া,

দুস্থ আৰু গুণী শিল্পী-সাহিত্যিকসকললৈ নিয়মীয়া বা অন্ততঃ এককালীন অৰ্থসাহায্য আগবঢ়োৱাটো আজিকালি ৰাষ্ট্ৰৰ অপৰিহাৰ্য্য দায়িত্বৰ ভিতৰতে পৰে। এই ব্যৱস্থাৰ জৰিয়তে যোৱা কেইবা বছৰে আমাৰ ৰাজ্যৰ বহুজন শিল্পী-সাহিত্যিকে মাহিলী পেন্সন নতুবা এককালীন অনুদান পোৱাৰ সৌভাগ্য হৈছে। এনে সাহায্য মুখ্যতঃ সাহিত্য অথবা শিল্পকৰ্মৰ ওপৰত ভিত্তি কৰিয়েই প্ৰদান কৰা হয় যদিও তেনে কৰ্মী বিশেষৰ আৰ্থিক স্বচ্ছলতা আৰু শাৰীৰিক-মানসিক অৱস্থিতিৰ প্ৰতিও এই ক্ষেত্ৰত সুবিবেচনা কৰাৰ অৱকাশ থাকে।

যোৱা বহুবছৰে এনেকৈ চৰকাৰে সাহিত্যিক-শিল্পীকে সাহায্য দিয়াৰ ক্ষেত্ৰত পাবলগীয়া জনেইহে তেনে সাহায্য পাইছে নাইবা মাজে-সময়ে তেলীৰ মূৰত তেল

ঢলাৰ নিচিনাও হোৱা নাই - সেইটো কোৱা টান। বিশেষকৈ নানাজন দুৰ্দশাগ্ৰস্ত হোৱা অথচ প্ৰচুৰ প্ৰতিভা থকা অতিশয় গুণীলোকেও যে ৰাজঘৰৰপৰা প্ৰাপ্য সাহায্য পোৱা নাই, সি অনস্বীকাৰ্য্য।

অভিনয়, চলচ্চিত্ৰ আৰু চিত্ৰশিল্পী; অসমৰ এগৰাকী আগশাৰীৰ সংস্কৃতিকৰ্মী শ্ৰীতৰুণ দুৱৰা আমাৰ বিবেচনাৰে এনে ধৰণে অৱহেলিত হৈ বছৰৰ পাছত বছৰ ধৰি নৰিয়া-পাটিত পৰি থকা গুণী শিল্পীৰ অন্যতম। কি কাৰণত নাইবা ৰঙাফিটাৰ কি মহিমাৰ কোপত পৰি আজি অতবছৰে চৰকাৰৰ এইগৰাকী শিল্পীলৈ মনত পৰা নাই সি ৰহস্যজনক। ঊনৈশ নৱেম্বৰৰ দৈনিক অসমত প্ৰকাশিত শ্ৰীমোহিনী মোহন গোস্বামীৰ আবেদনত সৰ্বান্তঃকৰণে হয়ভৰ দি আমি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছো আৰু আশা কৰিছো, পলমকৈ হ'লেও অন্ততঃ এই অনাদৃত শিল্পীগৰাকীলৈ যথোচিত পেন্সন আৰু এককালীন সাহায্য আগবঢ়োৱা হ'ব।

(দৈনিক অসম, ১ ডিচেম্বৰ '৮৬)

## শিল্পী স্মৰণ প্ৰসংগত

সম্পাদক ডাঙৰীয়া,

দৈনিক অসমত যোৱা দুই আগষ্ট তাৰিখে প্ৰকাশিত শ্ৰদ্ধেয় শ্ৰীযুত যুগল দাস ডাঙৰীয়াৰ একে শিৰোনামাৰ পত্ৰৰ প্ৰসঙ্গত দাসদেৱৰ মতামতেৰে পূৰ্ণ ঐক্যমত ব্যক্ত কৰি দুআষাৰ লিখিবলৈ আগবাঢ়িলো।

শ্ৰীযুত দাসে বৰ উচিতভাৱে কৈছে,বৰ্তমানে অসমৰ আগশাৰীৰ কেইগৰাকীমান শিল্পী-কলাকাৰৰ বহু প্ৰতীক্ষিত তিৰোভাৱ তিথি স্থানীয় বা বৰ বেছি জিলাভিত্তিক হিচাপে পালনৰ এটা প্ৰৱণতা পৰিলক্ষিত হৈছে।

আমি অসমীয়াই আমাক যেতিয়া অন্য প্ৰদেশ অঞ্চলৰ লোকে কূপমণ্ডুক অথবা সংকীৰ্ণ প্ৰাদেশিকতাবাদী বুলি অভিহিত কৰে আমি ক্ষুব্ধ হওঁ, আপত্তিৰে সৰব হৈ উঠোহঁক। কথাবোৰত কিছু কিছু অযুক্তিকতা নথকা নহয়। কিন্তু আমি জানো কেতিয়াবা পৰৰ সমালোচনাৰ পোহৰত নিজৰ আৱিষ্কৃত পৰিচয় ল'বলৈ সদায় যত্ন কৰোহক? এনেধৰণৰ অপবাদৰ আংশিক যথাৰ্থতা নিশ্চয় আছে।

বঙালীয়ে দক্ষিণ ভাৰতীয়ই নিজৰ আগশাৰীৰ গুণবান ব্যক্তিসকলক পাৰিলে

বিশ্ববৰেণ্য কৃতীপুৰুষৰূপে প্ৰতিষ্ঠা কৰিবলৈ মন মেলে, নোৱাৰিলে অন্ততঃ জাতীয় বীৰ, জাতীয় শিল্পী, জাতীয় কৃতী পুৰুষ-মহিলাৰূপে প্ৰচাৰ কৰি গৌৰৱ বোধ কৰে। আমি কি কৰো? আমি আমাৰ মহান পুৰুষ-মহিলাসকলৰ কৃতিত্বক সৰ্বভাৰতীয় আয়তন দিবলৈ বিচৰা দূৰতে থক, পাৰিলে গোটেই ৰাজ্যখনৰে অভিনন্দনীয় পুৰুষ কৰো ছাৰি পাৰিলে জিলা বা থকা ঠাইৰ পৰিসৰতে সিবিলাকক সীমায়িত কৰি থব বিচাৰো। শংকৰদেৱ জগতবৰেণ্য, কিন্তু বাহিৰত কেইজনে তেওঁৰ নাম শুনিছে? লক্ষ্মীনাথ বেজবৰুৱা এক জাতীয় পৰিসৰৰ সাহিত্যিক নহয়নে?

সেইটো বাৰু যহণ-তহণ। আমাৰ কেইগৰাকী শিল্পী-কলাকাৰ-অভিনেতা সংগীতজ্ঞক আমি স্থানীয় সীমাৰপৰা মুক্ত কৰি অন্ততঃ সদৌ ৰাজ্যখনৰে বৰণীয় ব্যক্তিৰূপে প্ৰতিষ্ঠা কৰিছো? শ্ৰীদাসে কোৱাৰ দৰে জ্যোতিপ্ৰসাদক ৰূপকোঁৱৰ, বিষ্ণু ৰাভাক কলাগুৰু, কোনোজনক লুইত কোঁৱৰ ইত্যাদি বিভূষণ লগাই সামান্যভাৱে অসমীয়াখিনিক মাজতে জনাজাত কৰিবলৈ যত্ন নকৰা নহয। কিন্তু সেয়ে জানো যথেষ্ট?

অলপ দিনৰ আগতে গুৱাহাটীত গীতিকবি পাৰ্বতী প্ৰসাদ বৰুৱাৰ মৃত্যু দিৱসত গুৱাহাটীতো পতা অনুষ্ঠানত মই এইষাৰ কথা যলৈয়ে আঙুলিয়াই কৈছিলো যে ৰাজহুৱাভাৱে কেৱল জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভাৰ দৰে দুই এজনৰ সোঁৱৰণী অনুষ্ঠান গুৱাহাটীত পতাতে ক্ষান্ত নাথাকি আমি পাৰ্বতি প্ৰসাদ, চন্দ্ৰ ফুকন, ফণী শৰ্মা, হেমাঙ্গ বিশ্বাস, কৃষ্ণকান্ত সন্দিকৈ, নলিনীবালা দেৱী, অম্বিকাগিৰীৰ দৰে যিমান অসম মাতৃৰ সন্তানে নিজ নিজ ৰাজ্যৰ জ্ঞান-গৰিমা ৰাজিক পৰিসৰত থাপিবলৈ আজীৱন সেৱা আগবঢ়ালে, তেওঁলোকৰ জন্মদিন বা তিৰোভাব তিথি অকল যোৰহাট, নগাঁও, তেজপুৰ, ডিব্ৰুগডতে সীমাবদ্ধ নাৰাখি অন্ততঃ প্ৰাদেশিক স্তৰত গুৱাহাটীত কেন্দ্ৰীয়ভাৱে নিয়মীয়াকৈ উদ্‌যাপন কৰা উচিত। তাকে কৰিবৰ বাবে অসম শিল্পী দিৱস সমিতিৰ দৰে সংগঠনৰ জৰিয়তে গুৱাহাটীত বহল ভিত্তিত আয়োজন কৰিব পাৰি। জাতীয় শিল্পীৰ স্মৃতি তৰ্পণ অনুষ্ঠান পাতিবলৈ অসমৰ সাংস্কৃতিক বিভাগটোক দাযিত্ব দি চৰকাৰৰ ঘৰৰপৰা পুঁজিৰ ব্যৱস্থা হ'ব লাগে। কেন্দ্ৰীয়ভাৱে নিয়মিতভাৱে এনে অনুষ্ঠান হৈ থাকিলে প্ৰচাৰ মাধ্যমৰ জৰিয়তে নাম অনাদৃত বিস্মৃতপ্ৰায় প্ৰতিভাধৰ শিল্পীৰ বিষয়ে যেনেকৈ অসমৰ বাহিৰত জনাজাত হয়, তেনেকৈ ৰাজ্যখনেও তাৰদ্বাৰা অনুপ্ৰাণিত হৈ সুদূৰপ্ৰসাৰীভাৱে ক্ষণিক স্মৰণ কৰিবলৈ আৰু স্মৃতি তৰ্পণ কৰিবলৈ সচেতন হৈ পৰিব বুলি মোৰ বিশ্বাস।

(৫.৫.৮৮, দৈনিক অসম)

# বিশ্ববিদ্যালয়ৰ শিক্ষকসকলৰ পৰীক্ষাৰ্থীসকলৰ প্ৰতি অবিচাৰ

সম্পাদক ডাঙৰীয়া,

আপোনাৰ কাকতৰ কুৰি ছেপ্টেম্বৰ সংখ্যাত ওলোৱা 'ক্ষতিগ্ৰস্ত হৈছে ছাত্ৰসকল' শিতানৰ চিঠিখনৰ উপৰিও এই প্ৰসংগত ইতিপূৰ্বে আৰু কেইবাখনো চিঠি প্ৰকাশ হৈ গৈছে। মই ছাত্ৰও নহয় অধ্যাপকো নহয়, বিশ্ববিদ্যালয়ৰ সংশ্লিষ্ট কোনোও নহওঁ। তথাপি চূড়ান্ত পৰীক্ষা দিয়া ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰায় আধা বছৰ জোৰা অশান্তি আৰু দুৰ্গতি দেখি দেখি মই একেষাৰ মাত মতাৰ প্ৰয়োজন অনুভৱ কৰিছো।

চৰকাৰ বিশ্ববিদ্যালয় কৰ্তৃপক্ষ আৰু আন পৰীক্ষাৰে সংশ্লিষ্টসকলৰ আশ্চৰ্য্যজনক উদাসীনতা আৰু নিৰুদ্বেগ ধৰ্মঘট চলাই যোৱাৰ প্ৰৱণতাৰ সন্দৰ্ভত মোৰ ক'বলগীয়া নাই। মই মাথোন বিশ্ববিদ্যালয়ৰ বয়সস্থ, অভিজ্ঞ সন্মানীয় পৰীক্ষক শ্ৰেণীৰ তেওঁবিলাকে নিজে প্ৰশিক্ষণ দি পৰীক্ষা দিবলৈ সাজু কৰোৱা পৰীক্ষাৰ্থী ছাত্ৰ-ছাত্ৰীসকলৰ ভৱিষ্যতৰ প্ৰতি সম্পূৰ্ণ নিৰ্বিকাৰতা সম্পৰ্কেহে কটু হলেও স্পষ্ট কথা এষাৰ ক'বলৈ বিচাৰিছো। আজিলৈকে এই প্ৰসঙ্গত ওলোৱা চিঠিপত্ৰসমূহত চৰকাৰক আৰু বিশ্ববিদ্যালয় কৰ্তৃপক্ষক (পৰীক্ষা পৰিচালনাত থকা) সমালোচনা কৰা দেখিছো। কিন্তু পত্ৰ লেখকসকলৰ সৰহ ভাগেই ভুক্তভোগী পৰীক্ষাৰ্থী হোৱা বাবেই নেকি অধ্যাপক-পৰীক্ষকসকলৰ কেনেবাকৈ কষ্ট হয় বুলি কোনেও সেইসকলৰ কাৰ্য্যপন্থাৰ আলোচনা কৰা দেখা নাই।

পৰীক্ষকসকলৰ বিশ্ববিদ্যালয় কৰ্তৃপক্ষ তথা চৰকাৰৰ সৈতে অসহযোগিতাৰ নানান যুক্তি আৰু কাৰণ থাকিব পাৰে, আনকি এনেকৈ চামে চামে উঠি অহা যুৱক-যুৱতীৰ ভৱিষ্যতলৈ হেতালি খেলি থকাৰ বাবে চৰকাৰ তথা কৰ্তৃপক্ষ নিশ্চয়কৈ সাৰ্বজনীন গৰিহণাৰ পাত্ৰ। কিন্তু পৰীক্ষাৰ্থীৰ প্ৰশ্নোত্তৰ কাকত নোচোৱাকৈ নাইবা চালেও ফলাফল ঘোষণা কৰাত প্ৰতিবন্ধকৰ সৃষ্টি কৰাকৈ শিক্ষকসকলে চাৰি-পাঁচ মাহে যি ধৰ্মঘট চলাই আছে সেইটো কাৰ বিৰুদ্ধে? দৰমহা দিব নোখোজা নতুবা দৰমহা বঢ়াই নিদিয়া পৰিচালকপক্ষৰ বিৰুদ্ধে নে পৰীক্ষা দিও ছমাহে ফলাফল নেপাই ভৱিষ্যতৰ পিনে এখোজো আগবাঢ়িব নোৱৰা ছাত্ৰ-ছাত্ৰীসকলৰ বিৰুদ্ধে? তেনেসকলৰ এটা মনোভাব বাঢ়নীৰ দোষত চোতালক জগৰীয়া কৰাৰ লগৰ হোৱা নাইনে?

অধ্যাপক শিক্ষকসকলৰ প্ৰতি কৰ্তৃপক্ষৰ অন্যায়-অবিচাৰ এই আটকীয়া দিনত তেওঁলোকৰ ন্যায্য দাবীৰ প্ৰতি ক্ষমতাধিস্থসকলৰ উদাসীনতাৰ প্ৰতি আমি ছাত্ৰ-ছাত্ৰীৰ অভিভাৱক পক্ষৰ তীব্ৰ নিন্দা আৰু বিৰক্তিৰ বাহিৰে একো নাই। কিন্তু ছমাহৰ আগতে পৰীক্ষা দি স্নাতক-স্নাতকোত্তৰ উপাধি পাবলগীয়া ছাত্ৰ-ছাত্ৰীসকলৰ পৰীক্ষাৰ বহী নোহোৱাকৈ থাকি তেওঁবিলাকক হাৰাশাস্তি কৰাৰপৰা পৰীক্ষক-অধ্যাপক শ্ৰেণীৰ কি প্ৰকাৰে লাভ হ'ব পাৰে। সেইসকলে হয়তো ভাবিছে ,পৰীক্ষাৰ্থী তথা অভিভাৱকৰ তীব্ৰ হেঁচাত পৰি কৰ্তৃপক্ষই তেওঁবিলাকৰ দাবী মানি ল'বলৈ বাধ্য হ'ব। কিন্তু ধান পকালৈকে যে টুনী চৰাইৰো মৰণ, তালৈ ভ্ৰূক্ষেপ কৰা নাইবা ছাত্ৰ-ছাত্ৰীসকলৰ দুৰ্গতিৰ উপশম ঘটোৱাৰ হকে সেইসকলৰ কোনো দায়িত্ব বা কৰ্তব্য নাইনে? আনহাতেদি ছাত্ৰ-ছাত্ৰীৰ হকৰ প্ৰতি শিক্ষাদাতা অধ্যাপক-অধ্যাপিকাসকলৰে যদি কাণসাৰ নেথাকে, তেনেহলে পৰিচালনা কৰ্তৃপক্ষই পৰীক্ষাৰ্থীৰ বিলৈ নুবুজিলে তেওঁলোককে দোষ দিযাৰ যথাৰ্থতা থাকে জানো?

আমি বিশ্ববিদ্যালয়ৰ সন্মানীয় অভিজ্ঞ, সমাজ সচেতন শিক্ষক-শিক্ষিকাসকলৰ পৰা এইফেৰা প্ৰত্যাশা কৰিব নোৱাৰোনে যে তেওঁলোকে তেওঁলোকৰ দৰমহা-পাতিৰ বিষয়ে কৰ্তৃপক্ষৰ সৈতে লাগিলে তাহানি ভূট্টোচাহাবে বিচৰাদি হেজাৰ বছৰৰ যুদ্ধ চলাই থাকি হ'লেও যিসকল ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষা দি ফলাফলৰ বাবে আশা পালি বহি আছে সিবিলাকৰ উত্তৰ কাকতখিনি চাই তেওঁলোকক নিজৰ ভৱিষ্যৎ গঢ়িবলৈ সুবিধা দিয়ক। ছাত্ৰ-ছাত্ৰীক পৰীক্ষা দিবলৈ দি বহী নাচাই ফলাফলৰপৰা বঞ্চিত কৰাতকৈ ভৱিষ্যতে কৰ্তৃপক্ষই দাবী নামানিলে আৰু পৰীক্ষাত ভাগ নল'বলৈ সিদ্ধান্ত কৰাটোহে অধিক যুক্তিযুক্ত আৰু সন্মানজনক নহ'লহেঁতেন জানো?

(দৈনিক অসম, ৭ অক্টোবৰ '৮৮)

# অমত - অভিমত ঃ পণ্ডিত ধীৰেশ্বৰাচাৰ্য

মে' মাহৰ সংখ্যা 'প্ৰকাশ' মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ জীৱন আৰু কৃতি সম্বন্ধে ৰাতুল ভট্টাচাৰ্য্যই লিখা তথ্যপূৰ্ণ প্ৰবন্ধটি মূল্যবান।

প্ৰবন্ধটোৰ এঠাইত উচিতভাৱে লিখা হৈছে যে অসমৰ অদূৰ অতীতৰ এইগৰাকী মহান সংস্কৃত বিশাৰদৰ স্মৃতি এতিয়ালৈ প্ৰায় লুপ্তপ্ৰায় হোৱাৰ লেখীয়া হৈছে। এনে এগৰাকী ব্যক্তিৰ প্ৰতিভা আৰু মৌলিক অৱদানৰ প্ৰতি বৰ্তমানৰ চামৰ মনোযোগ আকৰ্ষণ কৰা অতি উচিত কাম। এইগৰাকী পণ্ডিতক বিস্তাৰিতভাৱে পোহৰলৈ অনাৰ অৱকাশ আছে।

মহামহোপাধ্যায়গৰাকীৰ পাণ্ডিত্য আৰু ৰচনা সম্পৰ্কে বিশদভাৱে তথ্যপাতি তেনেকৈ পাবলৈ নোহোৱাত এই প্ৰবন্ধই আগ্ৰহৰ সৃষ্টি কৰিলে বৰ সজ কথা হ'ব। অসমত সংস্কৃত ভাষাৰ চৰ্চাৰ এটি পৰম্পৰা আছে। কিন্তু অসমৰ বাহিৰত সেই সম্বন্ধে প্ৰচাৰ হোৱাৰ ক্ষেত্ৰত প্ৰচেষ্টা সীমাবদ্ধ হৈয়ে আছে। এই প্ৰবন্ধই সুধীজনৰ দৃষ্টি আকৰ্ষণ কৰিলে আমি অসমৰ গৌৰৱৰ স্থল এইগৰাকী পণ্ডিতৰ বিষয়ে বিশদভাৱে অৱগত কৰাৰ উপৰিও অসমৰ সংস্কৃত পৰম্পৰা সম্পৰ্কে আমাৰ সংস্কৃতজ্ঞসকলৰপৰা বাহুল্যভাৱে জানিবলৈ পোৱাৰ আশা থাকে।

(প্ৰকাশ, পঞ্চদশ বছৰ, অষ্টম সংখ্যা- জুন ১৯৯০)

(খ)

# মুনীন বৰকটকীয়ে বিভিন্ন জনলৈ দিয়া চিঠি

## সাহিত্যাচার্য যতীন্দ্ৰনাথ গোস্বামীলৈ

পঞ্চৱটী, গুৱাহাটী - ৩

২১ নৱেম্বৰ '৮৪

প্ৰিয় গোসাঁইদেউ,

মই যে আপোনাৰ প্ৰতি বৰ অশোভনীয় আৰু অভদ্ৰ আচৰণ কৰি থৈছো তাৰ বাবে মাৰ্ফ খুজিবলৈ আৰু এটা কথাৰ বাবে আপোনাক আন্তৰিক অভিনন্দন জনাবলৈ আজি হঠাৎ এই চিঠি লেখিলো।

দেউতাৰ নামে বৰ দেৱীকৈ অঃ সাঃ সভালৈ সামান্য দান এটি আগবঢ়াইছিলো। তাৰ বাবে আৰু কাৰো পৰা এষাৰো শলাগৰ বচন শুনা নাছিলো। আপুনিয়েই একমাত্ৰ প্ৰাণী যি মোৰ এই নিঃকিন বৰঙণিৰ শলাগ লৈ চিঠি এখন পৰ্যন্ত দিছিল। অথচ মই তাৰ উত্তৰটো নিদিলোৱেই নে চিঠি পোৱাৰ পিছত আপোনাক 'সন্দিকৈৰ ৰচনা সম্ভাৰ' উদ্বোধনৰ সময়ত লগ পাওঁতেও একেষাৰ ধন্যবাদ নজনালো। সঁচাই চূড়ান্ত অসৌজন্য হৈছিল। কিন্তু বিশ্বাস কৰিব গোসাই সেইটো মোৰ ইচ্ছাকৃত নাছিল। যোৱা ভালে কেইবছৰ মই এনেকৈ ৰুগীয়া হৈ পৰিছিলো যে একপ্ৰকাৰ হিতাহিত জ্ঞানকে হেৰুৱাই পেলোৱা যেন হৈছিল। সকলো কথা পাহৰি গৈছিলো। কোনোবা এদিন যে ভাল হ'ম সেই আশা এৰিছিলো। মুঠতে I *wrote myself off*. কি ঈশ্বৰৰ ইচ্ছা যোৱা মাহত ছোৱালীজনীক বিয়া দিয়াৰ পিছৰে পৰা মই ভাল পাই আহিবলৈ ধৰিছো। কাম-কাজ কৰিব পৰা হৈছো চিন্তা শক্তি ঘূৰাই পাইছো। আৰু লগে লগে সকলো কৃত অপকৰ্মৰ বাবে অনুশোচনা কৰিবলৈ ধৰিছো। তাৰে ফলশ্ৰুতি (?) আজিৰ এই আচম্বিত চিঠি।

আপুনি ইমান পৰিপাটিকৈ, এনে মনোমোহাকৈ সম্পাদনা কৰা 'সন্দিকৈ প্ৰবন্ধ সম্ভাৰ' পুথিৰ উন্মোচনৰ দিনা ভগৱতী ভৱনত মই উপস্থিত আছিলো যদিও সেইদিনা কিতাপখনৰ বাকলিটোকে দেখাৰ সৌভাগ্য হোৱা নাছিল আৰু সেইদিনা আৰু তাৰ পিছতো জেপত জোখাৰে ধন নথকাত কিতাপটো পোৱাৰো সুযোগ নঘটিছিল। যোৱা দুই-এদিনত সাহিত্য সভাৰ পুথিভঁৰালৰ পৰা কিবা এটা কামৰ বাবে কিতাপটো

চাবলৈ আনি বিমুগ্ধ হৈছো, অতি আনন্দিত হৈছো। মই বহুদিনৰ পৰা কামনা কৰি আছিলো কোনোবা দিনা অসম সাহিত্য-সভাই এই অত্যাৱশ্যকীয় কাম ফেৰা কৰিব। কিন্তু মই ইমান দিনে গম নৰখাকৈ আপুনি যে এনে সুন্দৰকৈ সম্পাদনাৰ কাম সম্পাদন কৰিলে ভবাই নাছিলো। হিয়া ভৰা অভিনন্দন জনাইছো গোস্বামী আপোনাৰ এই প্ৰশংসনীয় কৃতিত্বৰ বাবে– ইয়াত *improve* কৰিবলৈ আৰু কিবা থাকিল বুলি মনে নধৰে। একে সা. স.ই উলিওৱা ছাত্তাৰ- সম্পাদিত 'প্ৰাচ্য বিদ্যাৰ্ণৱ'ৰ টোকোনা অৱস্থাৰ পিছত এনে এখন চালে চকু ৰোৱা পুথি যে সেই সভাই উলিয়াব ভবাই নাছিলো। প্ৰকাশনৰ বাবে সাঃ সভাৰ যি প্ৰশংসা প্ৰাপ্য তাতকৈ শতগুণে বেচি অভিনন্দনযোগ্য আপোনাৰ সম্পাদনা।

কালি পঢ়ি চাই দেখিলো আপুনি এই অভাজনৰো কেবাটাও মন্তব্যৰ উদ্ধৃতি দিছে আৰু ঠায়ে ঠায়ে তাক 'যথাৰ্থ'ও বুলিছে। তাৰ বাবে মই আপোনাৰ ওচৰত কৃতজ্ঞ থাকিম। এতিয়াই পোৱা হ'লে কিতাপখনৰ একপি কিনিয়ে পেলালোহেঁতেন। ইয়াৰ শাখাসভাই বোলে কিতাপ পোৱাই নাই। এতিয়া লাইব্ৰেৰীত কপি এটা আছে। তাকো কেইঘন্টামানৰ বাবেহে দিব পাৰে। গতিকে কিতাপটো ভালকৈ পঢ়াৰ আশা মনতে মাৰ নিয়ালো। আপুনি যদি অনুগ্ৰহ কৰি একপি দিয়াব পাৰে কেৱল পঢ়িবলৈ নহয়, লগত ৰাখিবলৈকে হ'লহেঁতেন। ' সন্দিকৈদেৱৰ ভক্ত হিচাপে আৰু সাঃ সভালৈ মোৰ যৎসামান্য সেৱাৰ বিনিময়ত সেইদিনাৰ উন্মোচনী সভাত উপস্থিত থাকিয়েই একোখন পোৱাসকলতকৈ বেচি নহ'লেও সমান যোগ্যতা মোৰো আছিল বুলি ভাবিলে বৰ ভুল নহ'ব নেকি? *Ex-president* হিচাপে আপুনি মোক একপি পোৱাৰ লায়েক কৰি তুলিব পাৰে যদি আপোনাৰ ওচৰত কৃতজ্ঞ থাকিম। সেইটো সম্ভৱ নহ'লেও অন্ততঃ ইয়াৰ লাইব্ৰেৰীয়ে লাইব্ৰেৰীয়ে একপি দিয়াই পঢ়িবলৈ পোৱাৰ সুযোগ এটা মিলাব বুলি আকাংক্ষা কৰিলো মৰাৰ আগে আগে। পুনৰ আপোনাক অভিনন্দন জনাই সামৰিছো। আশা কৰো আপুনি সপৰিবাৰে কুশলে আছে। আমাৰ অকলশৰীয়া বাইদেউজনীৰ খা-খবৰ কেতিয়াবা লয়নে? লগ-ভাগৰ অভাৱত তাই ছোৱালীজনীৰ বিয়ালৈকো আহিব নোৱাৰিলে। বিয়াখন আপোনাসকলৰ আশীৰ্বাদত ভালেৰেই হৈ গ'ল। প্ৰফুল্লৰ ভায়েকৰ জীয়েকৰ বিয়ালৈ গৈছিল চাগৈ। তেওঁবিলাক ন-মিতিৰ– মোৰ পৰিবাৰলৈ মনত পৰিল, মোলৈ মনতে নপৰিল। বাঞ্ছকবনীয়া চিঠিখন চায়েই সান্ত্বনা লভিছো। সকলোৰে শুভ কামনা কৰি আজিলৈ সামৰিলো। ইতি

মুনীন বৰকটকী
২১/১১/৮৪

## অজিত শৰ্মালৈ

19 Mathura Road
New Delhi

৩১ ডিচেম্বৰ,
১৯৭৯

মৰমৰ অজিত,

তোমাৰ বহুদিন খা-খবৰ পোৱা নাই। যোৱা ১৬ ডিচেম্বৰত আমি ঘৰ সলালো। এতিয়া মথুৰা ৰোডৰ ১৯ নং বঙলাত আছোঁহক। ঠিক *Bar Council of India* ৰ উত্তৰে প্ৰগতি ময়দানৰ *Supreme Court* ৰ মুখৰ gate খনৰ বিপৰীত চুকটোত। ..........

এইটো ঘৰলৈ আহিবৰ পৰা বহুত দূৰ পৰে বাবে *South Avenue* ৰ ফালে আৰু যোৱা হোৱা নাই। তাতে দুই-এদিন তোমাৰ নম্বৰত টেলিফোন কৰি চাই কাৰো সঁহাৰি নাপাই তুমি ইয়ালৈ অহা নাই, অসমতে আছা বুলি ধৰি লৈছো।

আজি হঠাৎ তোমালৈ এই চিঠি লিখাৰ উদ্দেশ্য হ'ল এটা কথাত তোমাক অভিনন্দন জনোৱা আৰু আন এটা কথা তোমাক সোঁৱৰাই দিয়া।

অভিনন্দন জনাইছো পৰহিৰ *Assam Tribune* ত ওলোৱা ইলেকছন কমিছনাৰলৈ তোমাৰ মুকলি চিঠিৰ বাবে। আৰম্ভনিৰে পৰা মই অবিচ্ছন্নভাবে ............তোমাৰ দৰে *study* কৰি থকা অথচ প্ৰকাশ কৰো বুলিও কৰিব নোৱাৰা কথাটোকে তুমি অতি সুস্পষ্ট ভাষাত সুন্দৰকৈ তুলি ব্যক্ত কৰিলা। ময়ো তোমাৰ দৰে দ্ব্যাৰ্থহীন ভাবে ভাবো অসমৰ বৰ্তমান *Election* সংকটটোৰ বাবে আচলতে জগৰীয়া *Obstinate prejudiced* এই শকধাৰা। *He is the devil of the piece.* বিশেষকৈ ইলেকছন *postepore* কৰা হ'ল- এতিয়া অসমৰ মানহে হেঁপাহ পলুৱাই ভোটাৰ লিষ্ট শুধৰাই..........এই মন্তব্যটো.....। আচৰিত কথা আমাৰ কোনেও আজিলৈকে এইযাৰ কথালৈ কাণ দিয়া নাই।

মোৰ বোধেৰে তোমাৰ *open letter* খন *statesman, Times of India, Indian Express* ৰ দৰে *National daily*ত প্ৰকাশ পালেহে আচল কাম দিব। আশা কৰো তুমি সেইবোৰলৈকো চিঠিৰ *Copy* পঠাইছা। অৱশ্যে সেইবোৰ কাগজে এনে খাতাং কথা প্ৰকাশ কৰে নে নকৰে তাকো ক'ব নোৱাৰি। *Hindustan Times* ৰ উপেন্দ্ৰ বাজপেয়ী আৰু *Times of India* ৰ *K. N Malik* এ অসমলৈ গৈ অৱস্থা চাই যথেষ্ট *objective report* দিলে, তথাপি

দুয়োখন কাগজে *prejudiad editorial* হে লিখিলে। *C E C*ক দোষাৰোপ কৰি ময়ো এখন চিঠি দুয়োখন কাগজলৈকে দিছিলো, নুলিয়ালে। তোমাৰ প্ৰবন্ধটো এই ক্ষেত্ৰত এটাইতকৈ পথ নিৰ্দ্দেশক হৈছে।

আশা কৰোঁ ভালে আছা। দাদ, বৌ, গিনি, ল'ৰা-ছোৱালী সকলোৰে কুশল কামনা কৰিছোঁ। তুমি দিল্লীলৈ আহিবা নেকি সোনকালে--নাইবা ইতিমধ্যে আহি গৈছা নেকি? ঘৰ সলোৱাৰ পিচৰ পৰা মোৰ গাটো ভালে থকা নাই। বৰ জ্বাৰ পৰিছে। তদুপৰি বহুত ...........................................................কিবা অৱসাদ আহিছে।

তুমি মানুহৰ কথা বোধহয় পাহৰিলা। মই চেপ্তেম্বৰত ইয়ালৈ অহাৰ আগতেত গুৱাহাটীত পোৱা 'মানুহ' সংখ্যাৰ বাহিৰে আৰু এখনো 'মানুহ' দেখিবলৈ পোৱা নাই। আনকি বৰদলৈ কিতাপখনৰ *review* টো দেখা নাই। তুমি নাহা যদি ডাকত পঠাই দিয়াবানে? আঁহা যদি লগত আনিবলৈ নাপাহৰিবা। কোনোবা আহিলে.........দি পঠাব পাৰা। ইয়াত *Assam Tribune* ৰ বাহিৰে অসমৰ এখনো কাগজ-আলোচনী পোৱা নাই। আনকি সম্পাদক মণ্ডলীত থকা 'ৰামধেনু' খনো দেখা নাই। লগ পালে নাইবা যোনত ৰাধিকা ভাগৱতী কবাচোন সুবিধা হ'লে।

ইংৰাজী নতুন বছৰৰ বাবে ওলগ জনাইছো। নতুন বছৰটো তোমাৰ বাবে উত্তৰোত্তৰ সিদ্ধিৰ বছৰ হওক।

মোৰ ........বিহুৰ আগতে যোৱাৰ মন আছিল। পিচে প্ৰকৃততে কেতিয়ালৈ ঘূৰি যাব পাৰো ক'ব পৰা নাই। পুনৰ এবাৰ শুভেচ্ছা জনালো। উত্তৰ দিবা। ইতি

মুনীন বৰকটকী

৩১-১২-৭৯

## ড° নগেন শইকীয়ালৈ

পঞ্চবটী, গুৱাহাটী
সপ্তমী দুৰ্গা পূজা
১৯৮৯

মৰমৰ নগেন,

ঠিক এমাহৰ আগতে তুমি তোমাৰ শেহতীয়া কিতাপখন মোক নিজে ঘৰলৈ আহি উপহাৰ দি গৈছিলা। এই এমাহে সেই বিষয়ে তোমালৈ চিঠি এখন লিখিবলৈ টৌৱাই-ভিৰাই থাকিও লিখিব পৰা নাই। এলাহ, তোমাক চিঠিয়ে ক'লৈ দিলে সময় মতে লগ পাব সেই সংশয় আৰু লঘিষ্ঠভাৱে তোমাৰ বাটচ'ৰাতো ডাকৰ ফোন-

নম্বৰটো নোপোৱাত। আজি এপোৱা শতিকাৰো আগতে *South Avenue* ত বাস কৰাৰ স্মৃতি ঘুকটি আন্দাজতে ১০০ ০১১ যেন লাগি ফৰ্মুটিয়ালোঁ। শুদ্ধ হৈছেনে নিশ্চয় ক'বা। ১১ তাংৰ পৰা সভা বহিব যেতিয়া দিল্লীতে নিশ্চয় 'পৌছিব'।

তুমি কিজানি ভাবিবা বিছটকীয়া হ'লেও দেড়শপতীয়াতকৈও কম এই কিতাপখন পঢ়োতেনো 'দাদা'ৰ ইমান দিন লাগিলনে? একে আষাৰেই কওঁ– আজিলৈকে মুঠেই দুই-তিনিখনমান অসমীয়া কিতাপহে মই তোমাৰ 'আমেৰিকাত দহদিন' পঢ়াদি লুটিয়াই-বগৰাই এবাৰ চ'ৰাত, ইবাৰ বৰঘৰত সোমোৱাদি কিবা প্ৰিয় বস্তুৰ অকণ অকণকৈ চেলেকি খোৱাদি এমাহৰ ভিতৰত প্ৰায় প্ৰত্যেক দিনেই অকণ অকণকৈ পঢ়িছোঁ। আজি তোমাৰ কিতাপ টেবুলৰ পৰা আলমাৰীলৈ বদলি কৰিম। এবাৰ সুমালে অত্যাৱশ্যক নহ'লে পুনৰ উলিয়াবলৈ মই বৰ টান পাওঁ, সেইবাবেই আজিয়েই লিখিছোঁ। আ. দ. দি. পঢ়ি মোৰ কেনে লাগিল বুলি তুমি সুধিলে ইয়াতকৈ অকপট উত্তৰ আৰু কিবা দিব পাৰোঁনে? মোৰ মতে তোমাৰ এই পুথি অসমীয়া সাহিত্যলৈ অভিনৱ *Travelogue* ৰ সংযোজন।

তোমাক ইমান দিনে মই এজন অতি সুনিপুণ গল্পকাৰ, প্ৰাৱন্ধিক আৰু বহল দৃষ্টিভংগীৰ আধুনিক অথচ পাণ্ডিত্যপূৰ্ণ আলোচক বুলি চিনি পাইছিলোঁ। আ.দ. দি. খন পঢ়ি মই ন-কৈ আৱিষ্কাৰ কৰিলোঁ তুমি এজন প্ৰকৃতাৰ্থৰ কবিও, অতি মৰ্মজ্ঞ ৰসগ্ৰাহী কবিচিত্তৰ অধিকাৰী। তুমি গদ্য লিখিছা কিন্তু তুমি প্ৰতিটো দিনেকীয়া ৰোমন্থন-নিবন্ধৰ আগে-মাজে-পাছে ইংৰাজী, বাংলা যিবোৰ ছেদ বা *quotes* দিছা সিবোৰ এনে বাঙ্ময় আৰু হৃদয়গ্ৰাহী যে কবিৰ বাহিৰে আনে দেশ ভ্ৰমি ফুৰোঁতে তেনেকৈ *react* কৰিব নোৱাৰে। আৰু তোমাৰ কি অপূৰ্ব সংগতি জ্ঞান। আমেৰিকাত ভ্ৰমোতে তুমি কোনো ইংৰাজ কবিৰ উদ্ধৃতি দিয়া নাই, দিছা মাৰ্কিন হুইটমেন, ৰবাৰ্ট ফ্ৰষ্ট, বালেছ ষ্টীভেন্‌ছ, এমিলি ডিকিনছন, আৰু আমাৰ ৰবীন্দ্ৰনাথ– "স্ফুলিংগ তাৰ পাখায় পেল ক্ষণকালেৰ ছন্দ। উড়ে গিয়ে ফুৰিয়ে গেল সেই তাৰি আনন্দ"ৰ ৰবি ঠাকুৰ। কোন ভাৰতীয়ই ৰবীন্দ্ৰনাথৰ নাম নোলোৱাকৈ কবিতালৈ যাব পাৰে? আটাইতকৈ গভীৰ, আটাইতকৈ সুন্দৰ তোমাৰ এই উদ্ধৃতিবোৰ। হুইটমেন আৰু ফ্ৰষ্টত তুমি দেখিছোঁ পোত খাই আছিলা সেই দহদিন। কি চহকী তোমাৰ *memory*! তোমাৰ কাহিনীৰ অসংখ্য সোৱাদৰ ভিতৰত এই কাব্যিক ব্যঞ্জনাৰ সোৱাদটো মোৰ সদায় মনত থাকিব। তোমাতকৈ ভাল ঘৰুৱা পোনপটীয়া ভাষা, তোমাতকৈ বছা বছা তথ্য সম্ভাৰ, তোমাতকৈ বেছি *delicate* ভাৱে আন কেইজনে ভ্ৰমণ কাহিনীত সুমাব পাৰিছে ভাবি নেচালে ক'ব নোৱাৰিম। একে আষাৰত নগেন,

তোমাৰ এই নাওমান কিতাপখনে মোক যি অপাৰ তৃপ্তি আৰু অনাবিল আনন্দ দিলে খুব কম অসমীয়া কিতাপেই তেনেকৈ দিছে। *Dr. Neog* এ কিবা কৈছেনে? তোমাৰ এই দহদিনীয়া ভ্ৰমণ দিনপঞ্জী মোৰ বিবেচনাৰে এক লোভনীয় উপহাৰ। তোমাৰ শ্ৰমবিহীন শ্ৰম পৰম সাৰ্থক হৈছে।

আ. দ. দি. একেবাৰে ত্ৰুটিমুক্ত বুলি মই ক'ব নোখোজোঁ। ভুল আছে। কেইটামান শব্দ তুমি ভুলকৈ ব্যৱহাৰ কৰিছা। ছপাৰ ভুলৰ দীঘলীয়া ফৰ্দি তুমি নিজেই দিছা। মোৰ নিজৰ হাতৰ আখৰ মাতিব নোৱাৰি সৰুসুৰা কিবা এটা লিখিলেও ইমানবোৰ ছপাৰ ভুলেৰে ওলায় যে কেতিয়াবা মোৰ নিজকে শাস্তি দিবৰ মন যায়। সেইবোৰ কাৰণতে ঘাইকৈ মোৰ 'অলেখ্য' (?) হাতৰ আখৰৰ বাবে আজিকালি মই লেখিবলৈকে এৰিছোঁ। সিপাৰৰ ডাক পৰিছেহি। এতিয়া আৰু শুধৰাবৰ দিন নাই। কিন্তু অসমীয়া কিতাপত ইংৰাজীৰ  ভুল দুই এটা প্ৰকৃততে ন ধৰ্তব্য হ'লেও মোৰ কিবা বেয়া লাগে। বাৰু *Abraham Lincoln*ৰ তুমি অসমীয়াৰ কেবাবাৰো 'লিংকন' বুলি লেখিছা। কিয়? আমেৰিকাত *Lincoln* ৰ শেহৰ 'l'টো *pronounce* নকৰেনে কি? মই নিজকে শুধৰাবলৈ আনন্দ পাম– কথাষাৰ লিখিবা। তুমি  দিয়া উদ্ধৃতিৰেই চিঠি সামৰিছোঁ –

*A voice cries and my soul in me*

*reaches out hands*

*of longing unspeakable to the new light.*

তোমাৰ এই *J.R. Anderson* বুলি লেখা কবিৰ কথা, নামটোও মই কাহানিও শুনা-পঢ়া নাছিলোঁ। তোমাৰ এই সোণসেৰীয়া উপহাৰৰ বাবে মোৰ হিয়াভৰা স্নেহ-কৃতজ্ঞতা আৰু তোমালৈ কৃতিত্বৰ স্বীকৃতিৰ বয়োজ্যেষ্ঠৰ আন্তৰিক আশীৰ্বাদ ৰ'ল।

জীয়াইহে আছোঁ, মৰা নাই কাৰণে। চিঠি এডোখৰ দিবা। কিজানি পাওঁৱেই। তোমাৰ সৰ্বাংগীন শুভকামনাৰে। ক'বলৈ পাহৰিছোঁ আমাৰ একমাত্ৰ ছোৱালীজনীয়ে (মীনাক্ষী) গণিতত আশাতীতভাৱে ভাল কৰি *Nehru Centebary British Fellowship* পাই *doctorate* কৰিবলৈ *Oxford*লৈ গৈছে– তাইৰ একমাত্ৰ ছবছৰীয়া পোনাটো আমাৰ লগত থৈ। পৰমেশ্বৰক খাটিবা তেওঁ যেন তাইক কৰ্তব্য সিদ্ধি কৰিবলৈ বল দিয়ে। পুনৰ চেনেহ যাচি-

শ্ৰীমুনীন বৰকটকী

৭/১০/৮৯

## শ্ৰীঅতুলানন্দ গোস্বামীলৈ

(১)

পঞ্চৱটী, গুৱাহাটী- ৩

৭ অক্টোবৰ , ১৯৭৭

মৰমৰ অতুলানন্দ,

মই প্ৰায় যোৱা তিনিমাহমান গুৱাহাটীত নাছিলো, দিল্লীতহে আছিলোঁগে। তাৰ মাজতে তুমি কিবা চিঠি দিছিলা নেকি সেই বিষয়েও নিশ্চিত নহওঁ। কালি অসম সাহিত্য সভাৰ ন-কৈ ওলোৱা গুৱাহাটী লেখক শিবিৰ সম্পৰ্কীয় কিতাপখন মেলোতে তাৰ পৰা খপককৈ তাৰিখ ঠিকনা একো নথকা তোমাৰ চিঠি এখন মেজত সৰি পৰিল। চিঠি তুমি ঘাইকৈ সাহিত্য সভাৰ আগন্তুক অধিবেশন সংক্ৰান্তত স্মৃতিগ্ৰন্থৰ বাবে প্ৰবন্ধ বিচাৰি লিখা চিঠি। মই এইয়া সেই চিঠিৰে উত্তৰ হিচাপে লিখিছো। তুমি তেজপুৰত আছানে নগাঁৱতে আছা সঠিক নহ'ও কাৰণ তোমাক বহুদিন লগ পোৱা নাই, চিঠিখনো পুৰণি হৈ গ'ল.....তোমাৰ চিঠিত তাৰিখ নাই। তথাপি লিখিছো কাৰণ তুমি লিখিছা সাহিত্য সভাৰ হীৰক জয়ন্তী বৰীয়া স্মাৰক গ্ৰন্থৰ দায়িত্ব লৈ তুমি সেইখন প্ৰথম চিঠি লিখিছা।

মোৰ পৰা এটা প্ৰবন্ধৰ বাবে তুমি এমাহ সময় দিছা- কেতিয়াৰ পৰা সময়টো ধৰিব পৰা নাই। বহুদিন স্বাস্থ্যৰ চিকিৎসা বাবদ দিল্লীত থাকি ঘূৰি আহি মই ঠিক *settled* হবই পৰা নাই। সেইবাবে প্ৰবন্ধ এটা লিখি তোমালৈ পঠিয়াব পাৰিমনে নাই তাতো সন্দেহ আছে। প্ৰকৃত অৰ্থত *Reference* গ্ৰন্থ কৰিব খুজিছা যেতিয়া নিশ্চয়......*informative* চিন্তাশীল প্ৰবন্ধ পাবলৈ বিচাৰিছা। সেই বিষয়েও মই তেনেকৈ একো ভাবি পোৱা নাই। প্ৰবন্ধ এটা দিয়াৰ চেষ্টাত থাকিম- ইয়াকে মাথোঁ ক'ব পাৰো।

কিতাপখনত থাকিবলগীয়া সম্বল সম্পৰ্কে মোৰ দিহা-ভৰসা দিয়াত অলপ দিগদাৰ আছে। কাৰণ সভাই প্ৰতিবাৰেই যি ধৰণৰ স্মৃতিগ্ৰন্থ উলিয়াই আছে সেই ধাৰাৰ পৰা তুমি দেখদেখকৈ আঁতৰি যোৱা যেনেকৈ টান হ'ব তেনেকৈ অনুচিতো হ'ব। তদুপৰি এক প্ৰাচীন প্ৰতিষ্ঠিত অৱস্থাৰ প্ৰসঙ্গ যেতিয়া ভাল ভাল প্ৰতিষ্ঠিত লিখকৰ পৰাই প্ৰবন্ধ ল'ব লাগিব আৰু তেনে লোকক বিষয়বস্তু বাছি দি লিখোৱাও

টান হ'ব। ব্যক্তিগতভাৱে মই ভাবো কোনো সাহিত্যিক বিশেষৰ কৃতী নাইবা অৱদানৰ চৰ্চা কৰাতকৈ *trendy tendencies* আৰু সাহিত্য কৰ্মৰ *dynamics* সম্পৰ্কীয় আলোচনা থাকিলেহে গ্ৰন্থখনৰ মোল বাঢ়িব আৰু স্থায়ী মূল্য প্ৰাপ্ত হ'ব। তাকে যাতে প্ৰবন্ধসমূহ অত্যন্ত নীৰস, *academic* নহৈ জীৱন্ত আৰু সাহিত্য সুষমা থকা হয় তালৈকো লক্ষ্য ৰাখিব লাগিব। সাহিত্য সভাৰ সৈতে মোৰ ব্যক্তিগত সম্পৰ্কটো বৰ বেছিদিনীয়া নহয় আৰু সভাৰ তথাকথিত *establishment* ৰ সৈতে মোৰ সম্পৰ্ক সিমান ঘনিষ্ঠ নহয় বাবে মই সেই বিষয়ে.......নকৰাই ভাল হ'ব যেন পাওঁ। মোৰ-সাহিত্য সভাৰ বিষয়ে প্ৰাক্তন সভাপতি সকল ওপৰত। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় দুখনৰ প্ৰতিজন অধ্যাপকৰ.......কৰিব পাৰি, বস্তুটো এনে হ'ব লাগে।

সনৎ বন্দোপাধ্যায় নামৰ কিতাপৰ কথা কৈছা। তেওঁৰ পৰা কিতাপ এখন পালে মই নিশ্চয় অতি আনন্দিত হ'ম। পিছত হ'ব। বিচাৰি তাৰ ওপৰত *extended review* এটা লিখি প্ৰবন্ধ হিচাপে দিব পাৰি। শ্ৰীবন্দোপাধ্যায়ৰ সৎ প্ৰচেষ্টা আৰু পৰিশ্ৰমৰ আন্তৰিক শলাগ লৈছোঁ আৰু আশা ৰাখিছো তেওঁক কেতিয়াবা লগ পাই চিনি পোৱা যেন পাম।

অসমৰ বাহিৰৰ সাহিত্যিকৰ ভিতৰত তামিলনাডুৰ এইবাৰ জ্ঞানপীঠ পুৰস্কাৰ পোৱা অকিলন্দম, মাৰাঠী সাহিত্যৰ এইবাৰ সাহিত্য একাডেমী বটা পোৱা লিখকজন, উত্তৰ প্ৰদেশৰ শ্ৰীমাথুৰ নাইবা শ্ৰীমতী মহাদেৱী বাৰ্মা, ..কা. না সুব্ৰমানিয়ম আদিৰ নাম মনত পৰে। দুই একৰ ঠিকনা জানিলেও বৰ সঠিক নহ'ব পাৰে। মই ভাবো ভাৰতীয় জ্ঞানপীঠ বা সাহিত্য একাডেমী বা *National Book Trust* ৰ জৰিয়তে সেই সকলৰ সৈতে যোগাযোগ কৰাটোৱেই সহজো হ'ব। জুবিলী বছৰ সভাত উত্তৰ, পূব, মধ্য, পশ্চিম আৰু দক্ষিণ এই পাঁচোটা দিশৰ মুখ্য ভাষা হিন্দী, তামিল, মালয়ালাম, উড়িয়া, মাৰাঠী, গুজৰাটী, সিন্ধী ভাষাৰ একোগৰাকী মুখিয়াল সাহিত্যিকক আমন্ত্ৰণ কৰি আনিব পাৰিলে তোমাক প্ৰবন্ধ দিয়াতকৈ কিছু বৰেণ্য ব্যৱস্থা হ'ব। তুমি নাম লোৱা কেইজন অসমলৈ আহি গৈছে। তেওঁলোকৰ লিখা পালেও ভাল হ'ব।

মৰম ল'বা। আশা কৰো সকলোটি ভালে আছা। গুৱাহাটীলৈ আহিলে লগ ধৰিবা। ইতি

বৰকটকী

(২)　　　　　　　　পঞ্চৱটী, গুৱাহাটী- ৩

৪ ডিচেম্বৰ'৮৬

প্ৰিয় অতুলানন্দ,

তুমি আহি মোক লগ নেপাই ঘূৰি যাব লগা হোৱা বাবে দুঃখিত।

তুমি থৈ যোৱা কাগজখিনি পঢ়ি চালো। তোমাৰ যুক্তি সবল। পাচে তুমি এইবিলাক ভাষা বা বানানৰ ত্ৰুটিবোৰক বৰ বেছি *Seriously* লোৱা নেকি? মোৰ বয়স হৈছে। সেইবোৰ আওকাণ কৰিবলৈ শিকিছো। সৰুসুৰা ভুল বহুতে কৰে-বিজ্ঞজনেও নকৰা নহয়, তুমিও কৰা। গতিকে আয়নাৰ ঘৰত থাকি আনৰ গালৈ ফর্মুটি নমৰাই ভাল। শব্দ ভাণ্ডাৰ সাবলীলতাৰ.......ৰ নিচিনা...........অনাতাঁৰ, দূৰদৰ্শন, বক্তৃতা.......বিলৈ দোহাৰি থকা বাহুল্যতা, আতিশয্যতা, ফলশ্ৰুতিৰ নিচিনা সাধাৰণ ভুলবোৰ সোঁৱৰাই দিয়াত শুদ্ধ নকৰা মোৰ বাবে বেছি দৃষ্টি আৰু শ্ৰুতিকটু।

সকলোটিলৈ শুভেচ্ছা।

মুনীন বৰকটকী

## যোগেন্দ্ৰনাৰায়ণ ভূঞালৈ

(১)

পঞ্চৱটী, গুৱাহাটী

২০ ফেব্ৰুৱাৰী ১৯৮৫

প্ৰিয় ভূঞাদেউ,

অক্ষমণীয় বিলম্বৰ পাচত এতিয়াহে আপোনাসকলৰ বিতোপন অভিনন্দন গ্ৰন্থ 'যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা' খনৰ প্ৰতি সামান্যভাৱে সুবিচাৰ কৰিবলৈ সক্ষম হৈছোঁ। আজি নিশাৰ আকাশ বাণী গুৱাহাটীৰ 'বুধবৰীয়া সাহিত্য চ'ৰা' প্ৰোগ্ৰামৰ বাবে পুথি পৰিচয় দিয়াৰ সুযোগ পাই এটি সংক্ষিপ্ত ৰিভিউ প্ৰসাৰণ কৰিছোঁ। অনাতাঁৰৰ সীমাবদ্ধ সময়-বান্ধোনৰ মাজত এনে এখন সুপ্ৰণীত পুথিৰ প্ৰতি সুবিচাৰ কৰিব পাৰিছোঁ বুলিলে ধৃষ্টতা হ'ব। তথাপি তাকে যে কৰিব পাৰিলোঁ, সেই খবৰটো দিবলৈকে এই চিঠি লেখা। মই কোনো লেখাৰে *Copy* নেৰাখোঁ। এটা.... কৰি উঠিব নোৱাৰোঁ, প্ৰতিলিপি [?]কৰোঁ ক'ত? থকা হলে লিখি এটা আপোনালৈ পঠালোঁহেতেঁন। পাচে কাৰ্যক্ষেত্ৰত আপোনাক সেই ....বক্তব্যখিনি আকাশবাণী. কেন্দ্ৰৰ পৰা অনুৰোধ কৰি নিবলৈকে কব লগীয়াত পৰিছোঁ।

আপোনাৰ [ মুখপাত ? ] ছাৰৰ জীৱন-কৰ্ম বিষয়ক প্ৰবন্ধটো (বগাৰগাঁৱৰ পৰা নগাঁৱলৈ') মই এটাইতকৈ ভাল পাইছিলোঁ। তাত অজানিতে আপুনি ২/৪ টা নকবলগীয়া কথা বাদ দিছে। সেই কথা ৰেডিঅ' [বুলেটিনতো ?] কবলৈ সময়ে নাটিলে। তাকো এই চিঠিৰে জনাই থওঁ।

মোৰ দেউতা দুৰ্গাধৰ বৰকটকীৰ সৈতে আৰু আমাৰ পৰিয়ালৰ সৈতে শৰ্মাছাৰৰ সম্বন্ধ আপুনি দেখুৱাতকৈ বহুত বেছি ঘনিষ্ঠ আৰু সুদীৰ্ঘ আছিল। দেউতাই ছাৰক কেৱল অৰ্থ নাটনিৰ সময়ত কিতাপৰ আৰ্হি কাকত চাবলৈ দিয়েই সন্তুষ্ট নাছিল। দেউতাই ছাৰক এম. এ. পৰীক্ষাৰ চূড়ান্ত বছৰটো কলিকতাত আমাৰ ঘৰতে আনি ৰাখিছিলহি, আৰু এবছৰমান ছাৰ আমাৰ পৰিয়ালৰে এজন হৈ আছিল। দৰাচলতে দুৰ্গেশ্বৰ শৰ্মাৰি পৰিয়ালৰ সৈতে ছাৰৰ সম্পৰ্কতকৈ আমাৰ পৰিয়ালৰ সম্বন্ধ কোনো ধৰণে কম ওচৰ নাছিল। মই ক্লাছ ৬-৭ ত থাকোঁতেই তেখেতৰ সান্নিধ্যলৈ আহোঁ, আৰু তেতিয়াৰ পৰা যোৰহাট কলেজত পাছত আই. এ. পঢ়ালৈকে আৰু শেষত এতিয়ালৈকে শৰ্মাছাৰৰ পৰিয়ালটোৰ সৈতে অতি আপোন সম্বন্ধত বান্ধ খাই আছোঁ।

শৰ্মা ছাৰৰ এটা একক অভ্যাস উল্লেখযোগ্য। সেই কথা মই ৰেডিঅ' কথিকাত লেখিছিলোঁ; পিচে [সময়ৰ অভাবত ?] বাদ দিবলগীয়া হ'ল। ছাৰে এম. এ. পঢ়োঁতে (আৰু পাছলৈকো) নোট লিখিবৰ বাবে কোনো বহী ব্যৱহাৰ নকৰিছিল। মূল কিতাপৰ প্ৰসংগ অনুসাৰে সংক্ষিপ্ত টোকা সৰু সৰু *Slip* কাগজত ধুনীয়া আখৰেৰে লেখি পাতটোৰ জাপত সুমাই থৈছিল আৰু সময়ত ব্যৱহাৰ কৰিছিল। কম [অন্য ধৰণৰ ?] কথানে ?

কিতাপখনত ছাত্ৰৰ শ্ৰদ্ধাঞ্জলি শিতানত আৰু তৰ্পণমূলক লিখনিৰ ক্ষেত্ৰত দুই-তিনিটা নিতান্ত উপৰুৱা, সাৰ নোহোৱা *Patronising* ধৰণৰ *tribute* ছপাই দি আন মূল্যৱান ৰচনা কেইখনৰ অঙ্গহানি কৰা যেন লাগিল। মুৰাৰিচৰণ দাসৰ, ত্ৰৈলোক্য গোস্বামীৰ, মহেশ্বৰ নেওগৰ, বিনন্দ বৰুৱাৰ আৰু যতীন গোস্বামীৰ প্ৰবন্ধ কেইটাত সাৰবস্তু কিবা থকা যেন নেলাগিল। তেওঁলোকে লিখিব লাগে বাবেহে লিখিলে। নছপোৱা হলেও হ'লহেঁতেন। প্ৰায় সকলোৱে একে এটা কথাকে বাৰে বাৰে কৈ থকাটোৱে পঠন আমনিদায়ক কৰিছে। নামতকৈ কামটোত বেছি চকু ৰখা ভাল।

সি যি হওক, আপুনি এখন মূল্যৱান পুথি আমাক উপহাৰ দিলে। ছাৰৰ জীৱদ্দশাতে এইখন তেখেতৰ হাতত তুলি দিব পৰাটো পৰম সৌভাগ্যৰ কথা।

ছাৰক মোৰ আন্তৰিক শ্ৰদ্ধা জনাব। তেখেত শতায়ু হওক। আয়ুস পালে পলমকৈ হলেও তেখেতৰ বিষয়ে এটা দীঘল প্ৰবন্ধ যুগুতোৱাৰ বাঞ্ছা আছে।............

আপুনি বিহপুৰীয়ালৈ (যোগেশ দাসৰ সভাপতিত্বত অনুষ্ঠিত অসম সাহিত্য সভাৰ বিহপুৰীয়া অধিবেশনলৈ) গৈছিল নে কি? মইয়ো গৈছিলোঁ; কিন্তু আপোনাক দেখা মনত নপৰে।

আপোনাৰ কুশল কামনাৰে, ইতি

শ্ৰীমুনীন বৰকটকী

(২)

গুৱাহাটী, ৭৮১০০৩

৩/৭/৮৭

প্ৰিয় ভূঞা

কালি নে পৰহি পোৱা আপোনাৰ চিঠিখনৰ বাবে ধন্যবাদ জনাইছোঁ।

উপেন্দ্ৰ (উপেন্দ্ৰ বৰকটকী) আজি ভালেমান দিন অহা নাই। আগতে আহোঁতে কেতিয়াবা 'মহা ফেজখানা'ৰ (বৰ্তমান গ্ৰন্থৰ সম্পাদক) কথা উলিয়াইছিল যদিও কিতাপখনৰ কপি মোক দিয়া মনত নপৰে। সেইটো হব বাৰু।

স্বৰ্গীয়া পদ্মাৱতী ফুকননী মোৰ বুঢ়ী আই, মাতৃৰ মাতৃ। তেনে এগৰাকী বাটকটীয়া অসমীয়া মহিলা লেখিকাই, ওপৰঞ্চি যিগৰাকী স্বনামধন্য ঢেকিয়ালফুকনৰ (আনন্দৰাম ঢেকীয়ালফুকন) জীয়ৰী, লিখি যোৱা ৰচনাখিনিৰ আন মূল্য যি কি নহওক এটা ঐতিহাসিক মূল্য আছে। সেইখিনি একত্ৰিত কৰি একে ঠাইতে পোৱাকৈ প্ৰকাশ কৰিব পাৰিলে আপুনি কোৱাদি নিঃসন্দেহে লেখৰ কাম হ'ব। তালৈকে মহিলা লেখিকা সন্থা এটাই এসময়ত কুৰুংকাৰাং কৰাত মই ফুকননীৰ 'হিত সাধিকা' বোলা নাওমান পুথি এখন সংগ্ৰহ কৰি দিছিলোঁ, আৰু কোনোবা এক প্ৰদৰ্শনীত প্ৰদৰ্শিতও হৈছিল। পাছে সেই কপি ঘূৰাই পোৱা মনত নপৰে। 'সুধৰ্মাৰ উপাখ্যান' বোলা তেখেতৰ উপন্যাসধৰ্মী পুথি এখন ভালে কেইবছৰৰ আগতে গু. বি. ৰ (গুৱাহাটী বিশ্ববিদ্যালয়) ড° গোলোক গোস্বামীয়ে সম্পাদনা কৰি উলিয়াইছিল। সেইখন কিতাপৰ দোকানত পোৱা যাব। সেই দুখনৰ বাহিৰেও গৃহস্থালিৰ পৰামৰ্শমূলক আৰু এখন পুথি লিখিছিল বুলি জানো; কিন্তু ক'তো পোৱা নাই। আপুনি ফুকননীয়ে তদানীন্তন আলোচনীত লিখা প্ৰবন্ধপাতি

গোটাব পাৰিলে মই উপৰোক্ত দুয়োখন দি সহায় কৰিব পাৰিম বুলি ভাবোঁ। মই জনাত কোনেও কামটো হাতত লোৱা নাই। আপুনি লব পাৰিলে অতি উত্তম হ'ব মোৰ সাহায্য প্ৰতিশ্ৰুতি ৰ'ল।

বিশেষ আৰু নাই । আপুনি মহা 'ফেজখানা'ৰ ধৰণৰ গৱেষণামূলক কাম আৰু কিছু কৰি উনবিংশ শতিকাৰ অসমীয়া সাহিত্য -সংস্কৃতি-সাধকসকলৰ বিষয়ে বিস্তাৰিত আলোচনা কৰি ডক্টৰেটৰ বাবে এখন থিছিছ যুগুতালে কেনে হয়? কিবা কাম কৰিছে নে কি? বহুত অধুনা প্ৰকাশিত থিছিছতকৈ আপোনাৰ থিছিছ অধিক মূল্যবান হ'ব বুলি মোৰ ধাৰণা ।

যজ্ঞেশ্বৰ শৰ্মাচাৰক (যোৰহাট জে. বি. কলেজৰ প্ৰতিষ্ঠাপক অধ্যাপক সকলৰ অন্যতম, নগাঁও কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মা।) বহুদিন পোৱা নাই। মোৰ শ্ৰদ্ধা জনাব কেনেবাকৈ গলে। মহেশ গোস্বামীদেৱৰ ('বিহলঙনী' কাকতৰ সম্পাদক, 'কিমাশ্চৰ্য্যম্' আদি গ্ৰন্থৰ লেখক, নগাঁও ছোৱালী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ মহেশ চন্দ্ৰ দেৱগোস্বামী।) তালৈ যায় নে ? তেখেতৰো দুয়োকো মোৰ শুভেচ্ছা জনাই বা-বাতৰি দিব। জগত শৰ্মাক (নগাঁও কলেজৰ ৰাজনীতি বিজ্ঞান বিভাগৰ অধ্যাপক) নিশ্চয় চিনি পায়। তেওঁ নগাওঁ কলেজতে কাম কৰি আছে নে? আন্তৰিক প্ৰীতিৰে— ইতি

শ্ৰীমুনীন বৰকটকী

৩/৭/৮৭

## মীনাক্ষীলৈ

পঞ্চৱটী

৬ জুলাই, ১৯৭৭

মৰমৰ বাবামণি,

তোমাৰ চিঠিখিনি কালি ৫ তাৰিখে পাইছোঁ। সৰলা হিৰণৰ চিঠিৰ বাহিৰে তুমি ৰম্যা, বাউমা, ৰেণু আৰু মাকনিলৈ দিয়া চিঠিকিখন মাকনিক মাতি তাইৰ হাততে দিছোঁ। ৰমাক তুমি যোৱাৰ পৰা দেখাই নাই।

অসমীয়াত চিঠি লিখা বাবে বেয়া নেপাবা। টাইপ কৰিব পৰা হ'লে ইংৰাজীতে লিখিলোহেঁতেন। পিছে টাইপটো বেয়া। তুমি অসমীয়া লিখোঁতে 'ও'ৰ ঠাইত 'উ' লিখা। অসমীয়াত লিখিবলৈ অভ্যাস কৰিলে ভুলবোৰ ঠিক হ'ব।

তোমাৰ তাত বৰ অকলশৰীয়া লাগিছে নহয়। সেইডোখৰ ঠাই একেবাৰে নিজম, তাৰ বৰ বৰ বেৰাৰ ঘৰবোৰৰ ভিতৰতো বৰ অকলশৰীয়া লাগে। প্ৰথমতে কেদিনমান বেয়া লাগিবই। লাহে লাহে স্কুললৈ অহা-যোৱা কৰিবলৈ ল'লে আৰু ওচৰৰ এম পি ঘৰৰ দুই-চাৰি বন্ধু গোট খালে ভাল লাগি আহিব। অকলশৰে মন মাৰি নাথাকিবা। আপিৰ লগতে কথা-বাৰ্তা পাতি থাকিবা, ভিতৰফালৰ ঘাঁহনিৰ ৰাস্তাইদি দুয়ো ফুৰিবা, ইঘৰ-সিঘৰলৈ যাবা। সৰোজহঁতৰ তালৈ যাবা। খুব সাৱধানে চলাফুৰা কৰিবা কিন্তু। দূৰলৈ অকলে কেতিয়াও নেযাবা। তথাপি যদি ২/৩ মাহে ভাল নালাগে ডিচেম্বৰলৈকে থাকি গুচি আহিবা। তোমাৰ Counter-sign কৰা Certificate খন আজি সৰলাই পঠাইছে বা পঠাব। পৰহি আবেলিহে পাইছে।

তুমি নাই, গুৱাহাটীত আৰু কি থাকিব, কি ভাল লাগিব। এটায়ে খালি তোমাৰ কথা সোধে, তুমি গুচি যোৱা বাবে বেজাৰ কৰে। ... কয় ইয়াত কিমান ভাল আছিল, কিমান বন্ধু-বান্ধৱ আছিল, দিল্লীত অকলে অকলে কি কৰিব। তুমি যোৱাৰ পৰা ঘৰখনত কোনো হাঁহি-তামচা নাই। সৰলাই-হিৰণে ৰাতিপুৱাই ভাত ৰান্ধি খাই যায়গৈ, গধুলি আহে। দিনটো অকলে অকলে ঘৰখনত থাকি ভূতৰ ঘৰত থকা যেন লাগে। পুছিটোৱে তোমাক বিচাৰি ঘূৰি ফুৰে, অকলে অকলে বাৰান্দাখনত পৰি থাকে। একোবাৰ মোৰ ভৰিত মূৰ ঘঁহায়। সব নিমাও-মাও। হেমন্ত, কালি, জিতেনহঁত কেতিয়াবা আহে, গুচি যায়। আজি মামণি বাইদেৱে টেলিফোন কৰিছিল।

তোমাৰ পেটৰ অসুখ ভাল হোৱা বুলি শুনি ভাল পাইছোঁ। গৰমত খুব ঠাণ্ডা বস্তু খাবা। আপিকো দিবা। তোমালোকে যোৱাৰ পাছ দিনাই আপা গ'ল, ক'তো ল'ৰা পোৱা নাই, বৰ দিগদাৰ হৈছে। তুমি, মই দিল্লীলৈ যোৱাৰ কথা লিখিছা। মোৰ গাটো দিনে দিনে ইমান বেয়া হৈ যাব ধৰিছে যে দুদিনমানৰ পিছত অকণো লৰচৰকে কৰিব নোৱাৰা হ'ম যেন পাইছোঁ। ডাক্তৰৰ তালৈ যোৱাৰ কথা ভাবি আছো। যোৱা হোৱা নাই। হোমিও দৰব খাইছো। এনেকৈ আৰু কিছুদিন থাকিলে হস্পিতেলতে ভৰ্তি হ'ব লাগিব। অকল পেটৰ বিষ নহয় আৰু বহুত কিবাকিবি অসুখ হৈছে। ভাল হওঁনে নহওঁ ক'ব পৰা নাই। তুমি সাৱধানে থাকিবা। তুমিয়ে আপিয়ে ভালে আছা বুলি জানিলে মোৰো ভাল লাগি থাকিব। মোৰ দিল্লীলৈ যোৱাৰ আশা কম।

সৰুমাহী আৰু বাব্‌লি তাত থকাই নাই নেকি? বাব্‌লি থাকিলে তিনিওৰে ভাল লাগিব। মোৰ মৰমৰ চুমা ল'বা। আপিকো মোৰ মৰম দিবা। নীলিমা মাজে মাজে আহে। ইতি

বাবা

## শ্ৰীউপেন্দ্ৰ বৰকটকীলৈ

(১)

দেৱালী, ১০/১১/৭৭

নতুন দিল্লী ১১০০০১

মৰমৰ উপেন,

তুমি গম পাইছানে নাই নাজানো, যোৱা দেওবাৰে মই পুনৰ বাইদেৱৰাৰ লগত দিল্লীলৈ গুছি আহিবলগীয়া হ'ল। প্ৰথমটো পষেক গুৱাহাটীত ভালেই আছিলো তুমি দেখিছিলাই। তাৰ পিচত কি হ'ল তোমাক পাণ্ডুলিপিটো যতনাই দিয়াৰ পাছদিনাৰ পৰাই পুনৰ স্বাস্থ্য ভাগি পৰিল। প্ৰধান মন্ত্ৰীৰ যোৰহাট বিমান ঘটনাৰ (মোৰাৰজী দেশাইৰ যোৰহাটৰ ওচৰত হোৱা বিমান দুৰ্ঘটনাৰ) পৰা প্ৰত্যয় হৈছে সকলো ঈশ্বৰৰে ইচ্ছা। তেওঁৰ কিড়নক আমি– তেওঁৰ মতেই ভাল হৈ বেয়া হৈ থাকো। আজি দেৱালীৰ সন্ধিয়া অসুস্থ শৰীৰেৰে তোমালৈ এই চিঠি লিখি থাকি মোৰ মনত পৰিছে লক্ষ্মীনাথ ফুকন দাদাৰ শেষৰ দিন কেইটালৈ। তুমি মন ভাগি পৰিবলৈ নিদিবলৈ সকিয়াইছিলা। চেষ্টা কৰিছিলো, কৰিছো কিন্তু অদৃষ্টই আৰু বেছি আগবাঢ়িবলৈ নিদিব যেন পাইছো। আকৌ কেতিয়া যাওঁ কি কৰো ক'ব নোৱাৰো। সকলো ভগৱানৰ ওচৰতে এৰি দিছো। এইবাৰ যিহক এটা কথাত বৰ সকাহ পাইছো যে তোমাৰ হাতত বেয়াই ভালে প্ৰবন্ধ কেইটাকে (বিস্মৃত ব্যতিক্ৰমৰ প্ৰবন্ধকেইটি) গোটাই দি আহিব পাৰিলো। মই নিজে যিটো কাম কৰিব নোৱাৰিলো তুমি পাৰিবা, দৃঢ় বিশ্বাস আছে। সন্দিকৈ প্ৰবন্ধৰ নকলটো বিচাৰি পালানে? নাপালা যদিও কষ্ট কৰি সংজ্ঞাৰ পৰা নকল এটা যুগুত কৰিবা। একেজন জীৱিত ব্যতিক্ৰমী ব্যক্তিৰ কথাটো বাদ পৰি গ'লে দুখৰ বিষয় হ'ব।

ভাল হৈ পুনৰ লগ পাম বুলি আশা এৰা নাই। জয়প্ৰকাশ সম্পৰ্কে তোমাৰ কিতাপ খন সোনকালে 'অমৃত' মহোৎসৱৰ ভিতৰতে প্ৰকাশ হওক তাকে কামনা কৰিছো। দুয়োলৈয়ে দেৱালীৰ ওলগ আৰু আশীষ আগবঢ়াইছো। তোমাৰ প্ৰচেষ্টা ফলৱতী হওক। আন্তৰিক প্ৰীতিৰে। ইতি

মুনীন বৰকটকী

(২)

নতুন দিল্লী
৯ মে', ১৯৭৯

মৰমৰ উপেন্দ্ৰ,

ভালেমান দিন তোমাৰ কোনো খা-খবৰ লোৱাই নাই, পোৱাও নাই। মোৰ শনিৰ আৰু ৰাহুৰ দশা এতিয়াও অন্ত পৰা নাই। গুৱাহাটীত শান্তিৰে থাকিব নোৱাৰি এপ্ৰিল মাহৰ প্ৰথম সপ্তাহতে আহি আকৌ দিল্লী ওলালোহি। এমাহৰ অন্ততে ইয়াতো কেতিয়া যাওঁ কেতিয়া যাওঁ লাগিছে। অসম্ভৱ গৰম পৰিছে। লোকসভা ৰাজ্যসভা চলি আছে যদিও তেনেই নীৰস, সেৰেঙা। মাজে মাজে যাওঁ যদিও মুঠেই ভাল নেলাগে। অজিত শৰ্মাক * মাজে মাজে পাওঁ। পিছে উৎকট গৰমৰ বাবে বৰ বেছি ফুৰা-চকা কৰাও সম্ভৱ নহয়।

...বাণী প্ৰকাশক ক'বাচোন অলপতে ওলাই যোৱা 'সংজ্ঞা' সংখ্যাটো মই পোৱা নাই। তাত বোলে মই দীন শৰ্মাৰ বিষয়ে লিখা চমু টোকা এটা ওলাইছে। তোমাৰ জয়প্ৰকাশখন বজাৰত দিছেনে? পোৱা যদি তাৰো একপি পঠাবলৈ ক'বা। মোৰখননো * কি কৰিলে, কেতিয়া উলিয়াব একো গম নেপাওঁ। মই অমিয় কুমাৰ দাসৰ বিষয়ে প্ৰবন্ধ এটা যোগ দিম বুলি ভাবিছিলো। পাছে লিখা হোবাৰ আশা নাই। বাঃ প্ৰঃ লৈ গ'লে ক'বা সেইটোৰ বাবে অপেক্ষা কৰি কিতাপৰ প্ৰকাশ বন্ধ ৰাখিব নেলাগে।

শৰীৰ-মনৰ বিষয়ে দিবলগীয়া খবৰ বিশেষ নাই। গুৱাহাটীত থকাতকৈ শাৰীৰিকভাৱে ইয়াত ভাল লাগিলেও মানসিকভাৱে ইয়াত বৰ অকলশৰীয়া অনুভৱ কৰোঁ। গা ভালে থাকিলে এই মাহৰ শেষৰ ফালে ঘূৰি যাম বুলি ভাবিছোঁ।

তিনিওলৈ স্নেহ-প্ৰীতিৰ বিহু সম্ভাষণেৰে-। ইতি

মুনীন বৰকটকী

(৩)

নতুন দিল্লী
১১০০০১

মৰমৰ উপেন্দ্ৰ,

মাঘ বিহুৰ দিনাই যদিও আহি পুনৰ দিল্লী পালোহি এইবাৰ তোমালৈ চিঠি লিখা হোৱা নাই। গুৱাহাটীৰ পৰা দিছিলো, পালানে নাইবা উত্তৰ দিলানে গম নেপাওঁ।

মোৰ জীৱনটোলৈ যে কি বিষম বিপৰ্যয় নামি আহিল ক'ব নোৱাৰো। শাৰীৰিক-মানসিক সকলো পিনেদি কিবা এক অদৃশ্য শক্তিয়ে মোক কেৱল কোনোবা এক বিকট ভৱিষ্যতৰ পিনে টানি-আঁজুৰি নি থকা যেন লাগিছে। অশান্তি আৰু নিশেষ্টতাৰ হেঁচাই মোক একেবাৰে পঙ্গু কৰি পেলাইছে। কি কৰিছো, কি কৰিম একোকে ঠিক কৰিব নোৱাৰো– কেৱল অনিৰ্দিষ্ট উদ্দেশ্যহীনভাৱে গৈ থাকিব লাগে গৈ আছো। আজি এয়া তোমালৈ চিঠিখন লিখিবলৈ লৈ ক'ৰবাৰ কোনোবা সুদূৰৱৰ্তী সমুদ্ৰৰ মাজৰদ্বীপ এটাৰ পৰা লিখা যেনহে লাগিছে। অথচ এইখন বিলাত নহয়, আমেৰিকা নহয়, দিল্লী... পৰিয়ালৰ ঘৰহে। চিঠি এখন তোমালোকলৈ লিখিব পাৰিলেও সংসাৰৰ মাজতে থকা যেন লাগে– সেইবাবেই লিখিছো।

মোৰ কথা আজি বহুদিনৰ পৰা একেবোৰেই, একে কথাকে আৰু কিমান কৈ কৈ তোমালোকক আমনি দিম? কোনো ভাল কথাই মনলৈ নহা হ'ল। শৰীৰ, মন কোনোটোৱেই ভাল নাই। কোনো কামকে কৰিব নোৱাৰো। আনকি বাতৰি কাকতখনো পঢ়িবলৈ আগ্ৰহ নোহোৱা হৈছে। এটা কথা কেইবাদিনো মনত খেলাই থকা বাবেহে আজি এই চিঠি লিখিছোঁ।

মোৰ লিখাখিনিৰ পাণ্ডুলিপিটো (বিস্মৃত ব্যতিক্ৰম) যুগুত কৰাৰ হকে কিবা কৰিব পাৰিছানে? ডিচেম্বৰ-জানুৱাৰীত বাণী প্ৰকাশৰে কথা-বতৰা হৈছিলা নেকি? তেওঁলোকে কিতাপখন ছপাই দিয়াৰ কিবা আশা আছেনে? মই এটা কথা ভাবিছো। বাণী প্ৰকাৰে যদি কিতাপখন উলিয়াই দিবলৈ গাত নলয় নাইবা আৰু বহুদিন সময় লয় মই কিতাপখন ছপাৰ বাবে তোমাক যি লাগে টকা দিব পাৰিম। সেই টকাৰে তুমি কিতাপখন আগতে উলিওৱা দৰে উলিয়াব পাৰিবা। ছপা কৰাই বজাৰত দিয়াৰ দায়িত্ব তোমাৰ। লাভালাভৰ কথাও ভাবিব নেলাগে। মোৰ কিয় জানো এটা ধাৰণা দৃঢ় হৈ আহিব লাগিছে যে মই আৰু সৰহ দিন টিকি থকাৰ আশা নাই। গতিকে মৰাৰ আগতে কেনেবাকৈ কিবা এটা কৰি যাব পাৰিলেও অলপ শান্তি পাওঁ। তুমি কথাটো দকৈ ভাবি চাবা আৰু স-সম্মানেৰে কিতাপখন উলিয়াবলৈ কিমান টকা লাগিব অলপ আনুমানিক আভাস দিবা। মোৰ অন্যান্য লিখাবিলাক মই নাথাকিলেও তুমি বিচাৰি-খোচাৰি উলিয়াবা বুলি মোৰ বিশ্বাস আছে। এইখনকে মই দেখি যাবলৈ পালে হয়।

আৰু বিশেষ লিখিবলৈ নাই। তোমাৰ জয়প্ৰকাশ সম্পৰ্কীয় কিতাপটো ছপা হৈ ওলালনে? ইয়ালৈ আহিবৰ পৰা দৈনিক অসম দেখা নাই। দৈঃ জঃ অৱশ্যে মাজে সময়ে পাওঁ। অসমত এতিয়া নিৰ্বাচনৰ হুলস্থূল লাগিব পায়। তুমিও লাগিছা চাগে।

মোৰ বাবে সকলো কোনোবা এখন সুকীয়া পৃথিৱীৰ কথা যেন হ'ল। তোমাৰ পৰা যাৱতীয় খবৰ-খাতি পাই থাকিম বুলি আশা কৰিছো।

নমৰি জীয়াই থাকিলে আৰু নিজকে নিজে চম্ভালিব পৰা যেন হ'লে এই মাহৰ (ফেব্ৰুৱাৰী) শেষ সপ্তাহত ভোটৰ দিনৰ আগে-ভাগে পোৱাকৈ গুৱাহাটীলৈ যাম বুলি ভাবিছোঁ। সেই সময়ত হয়তো লগ পাই যাব পাৰোঁ। তেতিয়ালৈ যাব পাৰো বা নোৱাৰো এই চিঠি পাই সকলো কথা জনাই চিঠি এখন দিবা। ককা ফুকন গ'ল, তোমাৰ ককা বেণুধৰ শৰ্মাই দেখিছোঁ জাঁজীত গৈ বক্তৃতা দিছেগৈ। অজিতক (প্ৰাক্তন সাংসদ)লগ পাইছানে? সকলো বৰ ব্যস্ত ছাগৈ। শ্ৰীমতীয়ে (ৰেনুকা দেৱী বৰকটকী) অসম-দিল্লী কৰি আছে। গুৱাহাটীত অকল ছোৱালীজনীহে (মীনাক্ষী) আছে।

কেউটিয়ে মৰম ল'বাইঁক। মোৰ আন্তৰিক প্ৰীতি আৰু শুভাশীষেৰে- ইতি

মুনীন বৰকটকী

(৪)

April 11, 1980
New Delhi 1

মৰমৰ উপেন্দ্ৰ,

যোৱা ছমাহৰো ওপৰ মই ইয়াত আহি ডাক্তৰে ধৰিব নোৱাৰা কিবা এক অবুজ ৰোগত মৃতপ্ৰায় অৱস্থাত পৰি আছো। তুমি চিঠি দিয়া নাই, ময়ো দিছোনে নাই ক'ব নোৱাৰো।

যিমানেই দিন গৈছে, মোৰ অৱস্থা ক্ৰমাৎ শোচনীয় হৈ আহিছে। মোৰ এক দৃঢ় ধাৰণা হৈছে মোৰ এয়া অন্তিম পৰ্ব। মই যে আৰোগ্য হৈ আৰু অসমলৈ ঘূৰি যাম তাৰ আশা দেখা নাই। মোৰ মনৰ, দেহৰ সকলো শক্তি লোপ পালে। ফুকনদালৈ (লক্ষ্মীনাথ ফুকন) মনত পৰিছে। ফুকনদাৰ প্ৰতি মোৰ যি ভাব তোমাৰো মোৰ প্ৰতি তেনে ভাব যেন লাগে। সেইবাবেই এই শেষ যেন লগা চিঠিখন তোমালৈ লিখিছো।

মোৰ অবিহনে মই একোকে কৰিব নোৱাৰা লিখা-মেলাবোৰৰ কিবা এটা সদ্‌গতি তুমিয়ে কৰিবা। টকা মই থৈ গৈছো, আশা কৰিছো এওঁৰ পৰা পাবা। বাণী প্ৰকাশত মোৰ পাণ্ডুলিপিটো এতিয়াও পৰি আছে। কিবা কৰি অন্ততঃ সেইখনকে উলিয়াবলৈ তুমি তেওঁলোকক লাগিবা।

কোনো কথা ফহিয়াই লিখাৰ শক্তি আৰু নাই। দেখা পাওঁ যদি মোৰ ভাগ্য। তোমাক নিজৰ ভাই যেন লাগে বাবেই এই অৱস্থাতো তোমালৈ লিখিছো। মোৰ অন্তৰৰ মৰম আৰু কৃতজ্ঞতা জানিবা। মোৰ সকলো অসম্পূৰ্ণতাৰ মাজতো তোমাৰ সান্নিধ্যই প্ৰেৰণা দিব। আৰু কি লেখিম? ইতি

বৰকটকী

(গ)

# মুনীন বৰকটকীলৈ বিভিন্ন জনে দিয়া চিঠি

## সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মা

(১) নগাঁও

১৯/১১/৮১

স্নেহাস্পদেষু,

শ্ৰীমানৰ হাতত পঠোৱা কিতাপখন পাই সুখী হ'লো। আজি কিছুমান দিন গাটো ভাল নহয়। *Sinusitis*, চকুৰ অসুখ, ভৰিৰ বিষ ইত্যাদি- *Battlion* এটা। পঢ়া-শুনা কৰিবলৈকে টান পাওঁ, ডাক্তৰে পঢ়া-লিখা মানাকে কৰিছে। তথাপি পুৰণি পাপীৰ পিঠাত মন। তোমাৰ কিতাপখন পায়েই একেলেথাৰিয়ে এঘণ্টামানৰ ভিতৰতে গোটেইখিনি এবাৰ চাই পেলালো। লাহে লাহে আকৌ পঢ়িম।

আনুষ্ঠানিকভাৱে আড়ম্বৰ কৰি গহীন জীৱনী লিখাৰ কোনো প্ৰয়াস নোহোৱাটোৱেই প্ৰবন্ধখিনিৰ আকৰ্ষণ। মন বুজা মানুহৰ লগত কৰা আলাপ- *Fivesite intensity* একপ্ৰকাৰ lyrical আত্মনিষ্ঠ জীৱনীখণ্ড।

ৰাজহুৱা জীৱনত *spectacular* নোহোৱা লোকৰো যে একোটা মনমোহা আকৰ্ষণ আছে, সেইটো পাহৰো। হৰেন কলিতা, মনোদা আদিৰ দৰে লোকৰ দৰদী অন্তৰবোৰৰ খবৰ কোনে ৰাখে। হেম বৰুৱাৰ তামোল দোকানীটো?

*Half hidden* আৰু *hidden* মানুহক জনোৱা আৰু খ্যাতিমন্ত লোকৰ পুনৰ সাক্ষাৎ পোৱা দুয়োটাই আৱশ্যকীয়।

বাণীবৰ্ষণ কৰাৰ চেষ্টা নাই। ইচ্ছা কৰিলে ভালেখিনি খবৰ আৰু আনন্দ আহৰণ কৰিব পাৰে। তোমাৰ জীৱনীৰ চকলা কেইটা স্বাদু। *delicious slices.*

পাছত বহলাই লেখাৰ ইচ্ছা আছে। আশাকৰো তোমাৰ গা ভালে আছে।

তোমালৈ শুভেচ্ছা, তোমাৰ জীয়ৰীলৈ আশীৰ্বাদ। শ্ৰীমতী বোধকৰো গুৱাহাটী-দিল্লী।

শুভাকাংক্ষী

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

(২)

নগাওঁ

১৯/৩/৮৫

স্নেহাস্পদেষু,

তোমালৈ ইতিপূৰ্বে দুখন চিঠি দিছিলো, বোধহয় পোৱা নাই। আজিকালি স্বাভাৱিক। তোমাৰ জীয়ৰীৰ বিয়াত দিয়া চিঠিও তুমি পালানে নাই, ক'ব নোৱাৰো।

যি হওক, সিদিনা শ্ৰীমান যোগেন ভূঞাৰ পৰা তোমাৰ সংবাদ পাই সুখী হ'লো। মোৰ নগাঁৱা বন্ধু ছাত্ৰ-ছাত্ৰীসকলে মোৰ গাত নথকা গুণৰো প্ৰশংসা কৰি ভাল পাইছে। ইয়াৰপৰা মোৰ মনৰ কোনো বিকাৰ ঘটাব পৰা নাই। তুমি আকাশবাণীত সেই সম্পৰ্কত দুষাৰ কোৱা বুলি জানি ভাল পালো।

মোৰ স্বাস্থ্য যোৱা ডেৰমাহমান সিমান ভাল নাছিল। এতিয়া অলপ বাৰু। আজি তিনিবছৰমান গুৱাহাটীলৈ যোৱা নাই। মাজতে সন্দিকৈ স্মৃতিগ্ৰন্থ উন্মোচনীৰ দিনা গৈ পাচদিনা ঘূৰাই আহিলো, গতিকে বিশেষ কাকো লগ পোৱা নহ'ল।

বুঢ়াকালত অকৰ্মণ্য হ'লে নিজৰ স্মৃতি চাৰণা আৰম্ভ কৰে। মোৰো সেই দশা। অলপতে এটুকুৰা নৱদূতত ওলাইছে।

কলিকতাত থকা ডোখৰো এটা আধ্যা। আপাৰ চাৰ্কুলাৰ ৰ'ডৰ তোমালোকৰ তাত থকা কথাও মনত পৰি থাকে।

*Distance lends enchantment.*

জীয়ৰী উলিয়াই দিলা। আশাকৰোঁ দুয়ো কুশলে আছা।

শুভেচ্ছা সহ

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

(৩)

নগাওঁ

কল্যাণবৰেষু,

তোমাৰ চিঠি পোৱা এমাহ মানেই হ'ল। তোমাৰ নিজৰ হাতৰ চিঠি পাই আৰু তোমাৰ স্বাস্থ্যৰ উন্নতি হোৱা জানিব পাৰি সুখী হ'লো। মোৰ দৃষ্টি ক্ষীণতম হোৱা বাবে আজি প্ৰায় তিনিবছৰ লেখা-পঢ়া কৰা নাই। এই দুইটা কাম আনে সুবিধা মতে কৰি দিয়ে। এই চিঠি মোৰ নাতিনীয়ে লিখিছে। শ্ৰীমান প্ৰশান্তৰ ছোৱালী অহাবাৰ *Higher secondary* দিব। তোমাৰ কৃতী জীয়াৰী বৰ্তমান ক'ত আছে? কি কৰিছে জানিবলৈ পালে সুখী হ'ম। তোমাৰ বিষয়ে এটা লঘু প্ৰবন্ধ বা কবিতা যোৱা বছৰ সূত্ৰধাৰৰ কোনোবা এটা সংখ্যাত ওলাইছিল। সেই *Quasi* কবিতাটোৰ নাম আছিল 'ভোগদৈৰ পৰা ভাগীৰথী'। মোৰ হাতত নাই। গুৱাহাটীৰ *Dist. Library*' ত নিশ্চয় পাবা। তুমি পঢ়ি কেনে পোৱা মোলৈ লেখিবা। 'প্ৰকাশ'ত মোৰ 'যাওঁতে যাওঁতে বাটত' মাহে মাহে ওলাই আছে। পালে পঢ়ি চাবা। বোধকৰো অপাঠ্য হোৱা নাই। তোমাৰ স্বাস্থ্য ভালে থাওক। এই কামনা।

দুয়োলৈকে আমাৰ শুভইচ্ছা। ইতি

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

## শ্ৰীগোলোকচন্দ্ৰ গোস্বামীয়ে দিয়া চিঠি

নিবাস ঃ
৭৯, গুৱাহাটী বিশ্ববিদ্যালয় নগৰ
গুৱাহাটী-৭৮১০১৪ ঃ অসম
ফোন-৮৮২৭৭
তাং ২৫/১০/১৯৮১

শ্ৰদ্ধেয় দাদা,

আপোনাৰ চিঠিখন কালি পাই বৰ ভাল লাগিল। আপোনাৰ অসুখ হোৱা বুলি বাতৰি কাকতৰ পৰাই গম পাইছিলোঁ; মোৰহে চিঠি লিখোঁ লিখো বুলি থাকোঁতেই লিখাই নহ'ল। যি নহওঁক, আপুনি এতিয়া ভাল পাইছে বুলি জানিব পাৰি সুখ পাইছোঁ আৰু সোনকালে সম্পূৰ্ন আৰোগ্য লাভ কৰিবলৈ ঈশ্বৰলৈ প্ৰাৰ্থনা জনাইছোঁ।

আমাৰ অসম ভাষাবিজ্ঞান সমিতিৰ প্ৰথম মুকলি অধিবেশন যি নহওক ভালেৰেই হৈ গ'ল মহাশূৰৰ পৰা ড° পট্টনায়ক আহিছিল; তেওঁৰ ভাৰতীয় ভাষাসংস্থানৰ *Reader cum research assistant* এজনো আছিল। সমিতিখনৰ জুমুঠিটো ১৯৭৯ চনতে কৰিলোঁহক; কিন্তু ইটো-সিটো নানান লেঠা আৰু দেশৰ পৰিস্থিতিৰ কাৰণে ইমান দিনে আনুষ্ঠানিক ভাবে মুকলিহে কৰিব পৰা নাছিলোঁ। ১৫ অক্টোবৰৰ দিনা গোটেই অসমৰে ডেকা অধ্যাপকসকল লগ লাগিছিল; তেওঁলোকৰ উৎসাহ-উদ্দীপনা দেখি মোৰ বৰ ভাল লাগিছে আৰু আশাৰো সঞ্চাৰ হৈছে। আমাৰ কিমান যে কাম কৰিব লগা আছে। মানুহতো নহোৱা নহয়; অথচ আমাৰ কৰ্মৰ প্ৰেৰনা নাই! উদ্‌গনি নাই! ক'ব নোৱাৰো কি কৰিব পাৰোহক।

ড° পট্টনায়কে আমাৰ ভাষাবিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাত বৰ সন্তোষ প্ৰকাশ কৰিছে আৰু সমগ্ৰ ভাৰতৰ ভিতৰত আমিয়েই এনে সমিতি পতাত আগ বাঢ়িছোঁ বুলি উদ্‌গনি দিছে। *Linguistic Society of India* আছে ; পুনা, মহীশূৰ, বোম্বাই আৰু দিল্লীত *Linguistic Circle* হে আছে; কিন্তু কোনো ৰাজ্যত এতিয়ালৈকে এনে *Linguistic Society* পতা হোৱা নাই। তেখেতে যি পাৰে *Central Institute of Indian Linguistic* অৰ তৰফৰ পৰা সহায় সহযোগ আগ বঢ়াব বুলিও আশ্বাস দিছে। ইতিমধ্যে, অহা বছৰ এপ্ৰিল-মে মানত পঢ়াশলীয়া স্তৰত মাতৃভাষা আৰু দ্বিতীয় ভাষা শিক্ষণ সম্পৰ্কীয় আলোচনা চক্ৰ এখন আমাৰ ভাষাবিজ্ঞান সমিতিৰ তৰফৰ পৰাই পাতিবৰ কাৰণে ১৫/২০ হাজাৰ টকাৰ মঞ্জুৰি এটাও দিয়াৰ ব্যৱস্থা কৰিব বুলি ঘোষনা কৰি গৈছে। ড° পট্টনায়ক এজন কামৰ মানুহ; বহুকথা জানে আৰু তেখেতৰ ভাৰতীয় ভাষা সংস্থানৰ জৰিয়তে যথেষ্ট ভাল কাম ইতিমধ্যে কৰিছে।

১৬ অক্টোবৰৰ পৰা ২১ অক্টোবৰলৈ অসমীয়া ভাষাতত্ত্বৰ এখন আলোচনা চক্ৰও মোৰ সম্পাদনাত হৈ গ'ল। তাকো ড° পট্টনায়কে বিশিষ্ট অতিথি ৰূপে যোগদান কৰিছিল।

ড° বীৰেন্দ্ৰনাথ দত্তক মই লগ ধৰি আপোনাৰ কথাটো ক'ম। ময়ো *Political History of Assam* খনৰ দুটা খণ্ডহে কিনিছোঁ! তৃতীয় খণ্ডটো শুলোৱা দিন হ'ল- কিনাহে হোৱা নাই। এৰা, কিনি থ'ব লাগিব সোনকালে। এইবোৰ কিতাপ এবাৰ নোহোৱা হ'লে আৰু ক'ত সতকাই ছপা হ'ব! আজিকালি কিতাপ পত্ৰবোৰৰ যে ইমান দাম হৈছেগৈ! কিনিবই টান লগা হৈছে; অথচ নিকিনিলেওতো নহয়! আমাৰতো আৰু অন্য সম্পত্তি বুলিবলৈ নায়েই; পাৰিলে দুই-এখন কিতাপকে

সংগ্ৰহ কৰো; পিচে, আজি কেইবছৰ মানৰ পৰা কিতাপৰ দৰ যৰকৈ চৰি গৈছে, কিনিবই নোৱাৰা হৈছোঁগৈ।

আপোনাৰ কিতাপ এখন ওলোৱা বুলি জানি সুখ পাইছোঁ; আপোনাৰ ইমানবোৰ লিখা সিচৰতি হৈ আছে, গোটাই ছপালে বৰ ভাল হয়। আমাৰ অসমত, অৱশ্যে, আজিকালি কিতাপ ছপোৱাটো এটা ডাঙৰ সমস্যাত পৰিনত হৈছে। গল্প-উপন্যাসৰ প্ৰকাশক ওলায়; কিন্তু চিন্তামূলক বস্তুৰ প্ৰকাশক পাবলৈ নোহোৱা হৈছে। মোৰ ভাষা আৰু ভাষাতত্ত্ব সম্পৰ্কীয় তিনিখনকৈ কিতাপৰ পাণ্ডুলিপি প্ৰকাশকৰ অভাৱত নষ্ট হৈ যোৱাৰ উপক্ৰম হৈছে। প্ৰকাশ কৰিব নোৱাৰিলে লিখোঁৱেই বা কি প্ৰেৰণাত! সেইকাৰণে আজি বহুদিন ধৰি নতুন একো কিতাপত হাত দিবৰে মন নোযোৱা হৈছে! অথচ, লিখিব লগা, কৰিব লগা কামো যে কিমানেই পৰি আছে!

*Structure of Assamese* বোলা কিতাপ এখন গুৱাহাটী বিশ্ববিদ্যালয়ে ছপাই আছে; আজি পাঁচ বছৰ হওঁ হওঁ, আৰু বোধকৰো ছমাহ মান লাগিবহে, ওলাবলৈ। কিতাপখন ওলালে অসমীয়া ভাষাটোৰ গাঠনিক ৰূপটো বিদেশী পণ্ডিতসকলে জনাত সুবিধা হ'ব; কিয়নো অসমীয়া ভাষাৰ এই দিশটোৰ ওপৰত কোনো কিতাপ ওলোৱা নাই ঃ ড° কাকতিয়ে ঐতিহাসিক বিৱৰ্ত্তনৰহে যথাসম্ভৱ বিতং আলোচনা কৰিছে। আমেৰিকাৰ University of Califarnia 1 Berkeby ৰ ড° মাৰে বাৰ্ণ্‌ছিন্ এমেলো-ই এখন (Foreward) লিখি দিছে। ড° ৰমেনো দ্ৰাবিড় ভাষাবোৰ আৰু সংস্কৃত এই ভাষাবোৰৰ এজন ডাঙৰ পণ্ডিত। ১৯৪২ চনত আমেৰিকাৰ (*LANGUAGE*) বোলা আলোচনীত ড° কাকতিৰ *Assamese, Its Formation & Development*ৰ খনৰ বৰ দীঘলীয়া সমালোচনা এটা লিখিছিল। ১৯৬২ চনত এই কিতাপখন মই *Edit & Revise* কৰি তেখেতলৈ পঠাইছিলোঁ; মোৰ *revision* ওপৰত বৰ ভাল মন্তব্য এটাও তেখেতে মোলৈ পঠাইছিল। মই *Edit & Revise* কৰা ড° কাকতিৰ কিতাপখন আপুনি দেখিছেনে মই ক'ব নোৱাৰে; ১৯৭২ চনত তাৰ reprint এটাও ওলাল। ড° সুনীতি কুমাৰ চট্টোপধ্যায়ও মোলৈ তেখেতৰ মন্তব্য এটা দিছিল। তেখেতসকলৰ মন্তব্যৰ কপি একোটাও আপোনালৈ পঠাইছোঁ এই চিঠিৰ লগতে। এই পণ্ডিতসকলৰ মন্তব্যই অনেক প্ৰেৰণা যোগায়, কাম কৰিবৰ মন যায়; কিন্তু ইফালে প্ৰকাশক নপোৱাৰ কাৰণেই সকলো পৰি থাকে!

থাওক বাৰু; এইবোৰ মোৰ নিজৰেই কথা কৈ আমনি নিদিওঁ। আপুনি সোনকালে সম্পূৰ্ণ আৰোগ্য হৈ ঘুৰি আহক, তাকে কামনা কৰিছোঁ। লগ পালে

কথাবতৰা হ'ম। অ'-মোৰ ভাষাবিজ্ঞান সমিতিৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ ভাষখন পঠালোঁ। পঢ়ি এটা মন্তব্য,-কেৱল মন্তব্য নহয়, আমাৰ কামৰ দিহা-পৰামৰ্শও দিব বুলি আশা কৰিলোঁ। আমাৰ ইয়াত বেয়া সমালোচনা কৰোতা বহুত, ভাল পথ দেখুৱাওঁতা বা ভাল বোলোঁতাৰহে তেনেই অভাৱ।

আপুনি চিঠিৰে খা-খবৰ লোৱাসকলৰ সকলোৰে ভালেই। লগ পালে সকলোকে আপোনাৰ কথা ক'ম। বহুদিন আমবাৰীলৈ যোৱাই নাই; বাইদেউকো বৰকৈ লগেই নাপাওঁ; ভালে আছে বুলি জানোঁ। আমাৰ ঘৰতো সকলোৰে ভালেই।

বিশেষ নিলিখো। আপোনালোকে মোৰ শ্ৰদ্ধা গ্ৰহন কৰিব। চিঠি দিব। ইতি

আপোনালোকৰ মৰমৰ

গোলোক (গদা)

পুনঃ, আপুনি পিচে, "গদা" বুলি সদায় সম্বোধন কৰেতো! তেতিয়াহে মোৰ ভাল লাগে, বৰ আপোন আপোন যেন লাগে।

## গৌৰীচৰণ বৰকটকীয়ে

তাং ২২/৮/৯২

**শ্ৰীমানেষু মৰমৰ ভাইটি,**

কালি তোমাৰ চিঠিখন পাই ঘৰৰ এটাইৰে কিমান আনন্দ তাক চিঠিৰে বৰ্ণনা কৰিব নোৱাৰো। আপোনপৰ যি মানুহেই গম পাইছে সেয়ে আনন্দ কৰিছে। আজি আমাৰ কলেজত এখন সভা আছিল। তাত কথাটো ওলোৱাত কেবাজনো প্ৰবক্তাই মন্তব্য কৰিছে- এই গৌৰব অকল আমাৰ নহয় সৰ্বভাৰতীয়ৰ। দক্ষিণ ভাৰত ভ্ৰমন কৰি মিনাক্ষী মন্দিৰ দৰ্শনকাৰী আহি তাইৰ জন্মৰ পাচতে ছোৱালী চাই মিনাক্ষীজনীৰ ময়ে নামাকৰণ কৰিছিলো। নামাকৰণ কামটো মোৰ সাৰ্থক হৈছে। পিতৃ বংশ স্বামী বংশ দুয়োটা বংশৰ মুখ উদ্ধাৰ কৰাৰ বাবে হিয়াভৰা আশীৰ্বাদ যাচিলো। তাই আহিলে মোৰ চিঠিখনকে দেখুৱাবা। পুপি আহি পোৱা খবৰটো দিবা বুলি আশা কৰিলো। পৰাপক্ষত গৈ চাই আহিম গৈ। পৰহিলৈ (২৫/৮) দেউতাৰ শ্ৰাদ্ধ। ঘৰত নানা আলৈ আহুকাল। শ্ৰীমতী সুবৰ্ণৰ দুয়োটা চকু Catarect operation কৰি পৰহি ঘৰ পাইছেহি। বৌৱাহত দুয়ো প্ৰায় বিচনাত। মই কণা মুনাকে ফুৰো। ১/১.৫ মাইল চাইকেলো চলাও। গৰু গাই

প্ৰতিপালনত অলপ অচৰপ পৰিশ্ৰমো কৰো।

শ্ৰীমান নাতি কনক মোৰহৈ চুমা এটি দিবা। তোমালোক দুয়োজনকে মোৰ আন্তৰিক আশীৰ্বাদ থাকিল। বিশেষ নিলিখো। ইতি

তোমালোকৰ

পুতু দাদা

## কৃষ্ণ ভূএগ্ৰাৰ

(১) গুৱাহাটী, ২/৩/৮০

মৰমৰ মুনীন,

এসপ্তাহমানৰ আগতে তোৰ চিঠিখন পালো। ভাবিছিলো মৰিলো বুলিয়েই ধৰি ললি। সেইবাবে ইমানদিন চিঠি পত্ৰ নিদিয়া হলি। যেই হওক চিঠি পাই ভাল লাগিল। ময়ে এখন লিখিম বুলি ভাবি আছিলো, পিচে তোৰ পৰা আগতে চিঠি নেপাই মনে মনে এটা অভিমান হৈছিল-লিখা নাছিলো। জীয়াই আছো, ডাক্টৰৰ মতে মোৰ বেমাৰ ভাল হৈছে। এতিয়াও আগৰ দৰে ফুৰা চকা কৰা নাই। ঘৰতে সোমাই থাকো। তোক দেখোন মই সম্পূৰ্ণ সুস্থ অৱস্থাত দেখা পাইছিলো, হঠাতে আকৌ কি অসুখ হ'ল? তোৰ অসুখটো *Physiological* যেন মোৰ অনুমান হোৱা নাই, কাৰণ, এবাৰ বেচি অসুখৰ পৰা ভাল হলি আকৌ সেই অসুখ হৈছে যদি আকৌ ভাল হব। মনৰ জোৰটো থাকিলেই হ'ল, বৰ হতাশ হৈ যাব। এই নমৰ মানে ভৱিষ্যত এটা আছে বুলি ধৰি লবি। এদিনতো মৰিবই লাগিব। দিল্লীৰ পৰা আহিবি নে নাহ জনাবি। অসুখ হৈ থাকিলে নহাই ভাল। ইয়াত একেবাৰে অকলশৰে থাকিব নোৱাৰ। লিখা পঢ়া কৰি পাহৰি থাকিবলৈ চেষ্টা কৰিবি। ময়ো লিখা পঢ়া কৰা নাই, মন গ'লেও এলাহ লাগে। ভৱিষ্যতটো শুদা শুদা অনুমান হয় সেইবাবে ভাবো লিখি পঢ়ি কি হবা অসমৰ অৱস্থা বেয়া। এই *Movement* টোৰ পৰা দেখোন escape কৰিব নোৱাৰো। ইয়াৰ লগত বৰ *emotionally involved* হৈ পৰিছো। অসমৰ ভৱিষ্যতৰ কথা ভাবি বৰ বেয়া লাগে। এই বাবেই মনটো সদায় বেয়া লাগি থাকে। আমাৰ এইটো *Last ditch battle.*, এইবাৰ হাৰিলে চিৰকালৰ কাৰণে গ'ল। গতিকে কিবা এটা কৰাৰ উপাই বিচাৰো মানে মই কি কৰিব পাৰো ভাবো। তই ইয়াত থকা হলে তোৰো একেই অৱস্থা হ'লহেঁতেন। ৰুদ্ৰ বৰুৱাটো হঠাতে মৰি থাকিল। বেয়া লাগে। মোতকৈ বহুত সৰু মোৰ লগতে

প্ৰথমে কাম আৰম্ভ কৰিছিল বেচেৰা। বহুত মানুহ মৰিল। এতিয়া ভাবিছো এৰা *death*টোও সচাঁকৈয়ে এটা *adventure* মৰণটো আগতলৈও এতিয়া কেতিয়াবা মনত হয় জীৱনত বহুত কাম কৰিবলৈ বাকী থাকিল। জীৱনটো ভালকৈ আৰম্ভ এদিন কৰিম বুলি ভাবি থাকোতেই আৰম্ভ কৰা নহলেই। এতিয়া ভালকৈ অনুভৱ কৰিছো মানুহ অকলে জীয়াই থাকিব নোৱাৰে। সমাজ নোহোৱাকৈ, অন্য মানুহ নোহোৱাকৈ জীৱনটোৰ কোনো অৰ্থ নহয়। সেইবাবেই আমি বহুত কাম কৰিবলগীয়া হয়।

তই ইয়াত নথকাৰ বাবে কেতিয়াবা মনত দুখ হয়। তোৰ লগত মোৰ জীৱনটোৰ বৰ ঘনিষ্ঠ সম্বন্ধ। বন্ধু হিচাপে। মানুহৰ লগত মানুহৰ অন্তৰৰ আটল যোগাযোগৰ বাবে। পিচে মই তোৰ দৰে *pessi mist* নহয়। মই আশা ৰাখো। তই সোনকালে নিৰাশ হব। যাবলৈ দে। আচল কথাবোৰ লিখাই নহল। কেতিয়াবা আকৌ লিখিম। আশা কৰো এতিয়া ভালে আছ। মোৰ মৰম লবিহঁক। চিঠিৰ উত্তৰ এটা দিবি তেহে জানিম যে চিঠি পালি-নহলে আজিকালি *Post office*' ৰ কোনো বিশ্বাস নাই।

শ্ৰীকৃষ্ণ ভূঞা

(২)

তেজপুৰ

২০/৭/৯২

মৰমৰ মুনীন,

কেইদিনমানৰ আগতে তোমাৰ চিঠি পালো। I am writing this letter to you under the pressure of an extreme grief that is overhang upon me since last evening when I received the news that Premolota, my dearest cousin has breathed her last. It is for her love and affection, and of her family's that I have become what I am today. They seltered me under their roof, loved me, fed me, provided me with the opportunity for my education in my youth which you very well known. For long five years from 1935 I spent my happy days with them and even after I and my wife had enjoyed her hospitatity occasionally. Premolota had a heart of gold. Not only us-

anybody who knew her intimately was charmed by her qualities. She is now no more. I bare my heart to you for in that part of the drama of my life. You also played a role small but significant that added charm & beauty to it. All this has now become a memory-sweet & sad which in some unguarded moments rises from the depth of your forgetfulness and makes you yarn for something which is no more & which cannot he regained: Premolota has gone into it. Such is life-like a lightening flash of the eternal soul. That enlivens and illuminates the gross material body for a moment and then is gone.

I was not aware of Kamalas death until I got your lette. It is Sad, indeed sad. I loved and liked Abhoy Duarah, I don't know why. He was beautiful, both in body and soul and radiated for de vivere, I now find that my dear ones, my friends and comrades who gave a meaning in the meaning of my life are now falling around me like dry leaves in the winter of life. I feel myself like an old wicnering tree with a few old leaves still on its branches growing fellower & fellower on each passing day.

So good bye, Please reply if you would.

Your
Krishna

(৩)

মৰমৰ মুনীন,

আশা কৰো তোমালোকৰ ঈশ্বৰৰ কৃপাত মঙ্গল। মই গুৱাহাটী এৰা প্ৰায় এমাহেই হ'ল, এতিয়া ইয়াত ছোৱালীজনীৰ ঘৰত আছো। যোৰহাটলৈ যোৱাৰ কথা আছিল, যোৱা নহ'ল। অহা ২৫/২৬ তাৰিখ মানে গুৱাহাটীলৈ ঘুৰি যাম।

ইয়াত থাকিব বেয়া লগা নাই। তেজপুৰলৈ যাবলৈ বৰ সুবিধা। তালৈ মাজে সময়ে গৈ চিনেমা-তিনেমা চাওগৈ। ইয়াত বুৰা পাহাড়ৰ ওচৰত (Rhino land) নামৰ পাৰ্ক এখন নতুনকৈ কৰিছে। বৰ ধুনীয়া পাৰ্ক হৈছে। তাত এদিন গৈ (picnic) খালোগৈ। কলিয়াভোমোৰা দলংৰ আশে-পাশেও ঠাইবোৰ বৰ ধুনীয়া

হৈ উঠিছে। দলগুলৈও মাজে সময়ে গৈ থাকো। ভুমিকম্পটো হওঁতে মই ইয়াতে আছিলো। ডাঙৰকৈয়ে হৈছিল। ক্ষতি খুন যেনিবা নহ'ল। আশাকৰো তোমালোকৰো কোনো ক্ষতি হোৱা নাই।

মোৰ লগত wife ও আহিছিল। তেওঁ ছ তাৰিখেই গুৱাহাটীলৈ ঘুৰি গ'ল। ইয়াত কাকো লগ পোৱা নাই আমাৰ নিজৰ মানুহ কিছুমানৰ বাহিৰে। লিখা-পঢ়া কৰা নাই। সময়বোৰ এনেয়ে গৈ আছে।

মোৰ আন্তৰিক মৰম লবাহক।

শ্রীকৃষ্ণ ভূঞা

তেজপুৰ

২২/৬/৯২

(৪)

মৰমৰ মুনীন,

মই ইয়াৰ আগতে দিয়া চিঠিখন বোধহয় পাইছা। আশা কৰো পৰমেশ্বৰৰ কৃপাত তোমালোক সকলোৱে মঙ্গল। আমি ইয়াত তেজপুৰৰ লৰাটোৰ ঘৰত আৰু কলিয়াবৰৰ ছোৱালীজনীৰ ঘৰৰ মাজতে অহাযোৱা কৰি সময় কটাইছো। গুৱাহাটীলৈ কেতিয়া যাও এতিয়াও ঠিক কৰা নাই। জীয়াই আছো, তাৰ বাহিৰে আৰু ভাল খবৰ নাই। গা-মন মুঠে ভাল নাই। কোনো কথা কোনো কামলৈ উৎসাহ নোহোৱা হৈ আহিছে। পঢ়া-শুনা বাদ পৰিছে। আজিকালি খবৰ কাগজখনৰ বাহিৰে একো পঢ়িবৰ মন নোহোৱা হল। T.V. চাই আমনি লাগিল। গান শুনিবলৈ নুশুনা হলো। খোৱা-বোৱাতো আগৰ দৰে interest নহোৱা হ'ল। আগেয়ে লিখা উপন্যাস এখন উলিয়াই লৈ আকৌ (revice) কৰিবলে চেষ্টা কৰিছো। কিন্তু একেটা কামতে লাগি থাকিবৰ মন নোহোৱা হ'ল। ইয়াত থাকিও কলৈ যাওঁ কি কৰো অৱস্থা।

তোমাৰ সকলো খবৰ জনাই চিঠি এখন দিবা। বহুত দিন কোনো খবৰ-বাতৰি নেপায় বেয়া লাগি আছে। কি কৰিছা, কেনেকৈ সময় কটাইছো জনাবা। তোমাৰ ছোৱালিটি আৰু জোৱাঁই গুৱাহাটীলৈ আহিল নে কি জনাব। আশা কৰো নাতি পোৱালীটো বেচ ডাঙৰেই হ'ল। ঈশ্বৰে তেওঁলোকৰ মঙ্গল কৰক। গুৱাহাটীৰ খবৰ নেপাও জনাবা। চিঠি তলত দিয়া (address)ত দিবা। ভুল নকৰিবা। জ্ঞানদা শৰ্মাক লগ পাইছানে? আৰু কোনোবা খবৰ খাবাৰ কৰিবলৈ আহিছেনে? কৰবালৈ ফুৰা চকা কৰিবলৈ গৈছানে জনাবা। চিন্তা-ভাবনা কৰি নেথাকিবা। তাৰ পৰা লাভ

নাই। যি হ'ব লগা আছে হবই। তোমাৰ পৰা উত্তৰ পালেহে আকৌ লিখিম। মৰম লবা।

তোৰ

শ্ৰীকৃষ্ণ ভূঞা

গুৱাহাটী ৬/৪/৯৮

(৫)

মৰমৰ বৰকটকী,

তোমাৰ চিঠি পালো। মুনীন আৰু মোৰ মাজত চিঠিৰ আদান-প্ৰদানৰ সীমা-সংখ্যা নাই। মনত আছে ২য় দশকৰ মাজভাগত মই ফুলস্কেপ কাগজৰ ৩৫ পৃষ্ঠাৰ এখন চিঠি তেওঁলৈ লিখিছিলো আৰু তেওঁ তাৰ উত্তৰ দিছিল পঞ্চাশ পৃষ্ঠা ফুলস্কেপ কাগজত লিখা এখন চিঠিৰে। এই দুয়োখন চিঠি আজি থকা হলে আমাৰ জীৱনৰ ভালেমান গোপন কথা আমাৰ আশা-আকাংক্ষা, সমাজ আৰু জীৱনৰ ওপৰত আমাৰ দৃষ্টিভংগী আদি প্ৰকাশ পালেহেতেঁন। কিন্তু দুখৰ কথা যে আজি অৰ্দ্ধ শতাব্দীৰ জীৱনৰ নানা পৰিস্থিতিৰ মাজত চব হেৰাই গ'ল জীৱনৰ মধুৰ দিনবোৰৰ দৰে। তোমাক হতাশ কৰিলো।

মোৰ গা ভাল নহয়, (ceircal spondylasis) হৈ লিখা পঢ়া কৰিব নোৱাৰা হলো।

মোৰ স্নেহ শ্ৰদ্ধা গ্ৰহন কৰিবা।

শ্ৰীকৃষ্ণ ভূঞা

## শ্ৰীৰেবতীমোহন দত্তচৌধুৰী

R. M. DUTTA CHOUDHURY
Rajgarh 1st Bye Lane
Guwahati-781003

ৰেৱতী মোহন দত্ত চৌধুৰী
ৰাজগড় ১নং উপপথ
গুৱাহাটী-৭৮১০০৩
Dt. 8-6-92

শ্ৰদ্ধাষ্পদেষু,

আপোনাৰ চিঠিখন পালো। বহুতেই অভিনন্দন জনাইছে কিন্তু মোৰ কাৰনে আপোনাৰ চিঠিখনৰ এক সুকীয়া মূল্য আছে। আপোনাৰ চিঠিখন পাই

সঁচাকৈ মই অভিভূত হৈ পৰিছো। 'ধন্যবাদ জনালো' বুলি কোৱাটো এটা বৰ *hackneyed* (বহু ব্যৱহৃত) বাক্য হব যেন লাগিছে। গতিকে শ্ৰদ্ধাহে জনালো।

শ্ৰীমতী মীনাক্ষীৰ খবৰ পাই ভাল লাগিল। *She is really a nice girl.* আকৌ ইংৰাজী বাক্য ব্যৱহাৰ কৰিলো।

মই দুই-চাৰি দিনৰ ভিতৰতে আপোনাক এবাৰ লগ ধৰিম। শ্ৰদ্ধাৰে,

আপোনাৰ

ৰেবতী মোহন দত্তচৌধুৰী

## শ্ৰী হোমেন বৰগোহাঁঞি

হাউছিং বোৰ্ড কলনি

হেঙেৰাবাৰী, দিছপুৰ

৭৮১০০৬

শ্ৰদ্ধাষ্পদেষু,

ভাগ্যৰ গুনতহে আপোনাৰ চিঠিখন পালো। মই পাণবজাৰ এৰা চাৰিবছৰ হ'ল। আপোনাৰ চিঠি মোৰ পুৰণি ঠিকনাত এমাহমান পৰি আছিল। অলপতে কিবা সকামত মোৰ লগুৱাটি তালৈ যাওঁতে চিঠিখন তাৰ হাতত দি পঠাইছে। যিহওক, চিঠিখন অৱশেষত যে পালো তাকেই মোৰ ভাগ্য বুলিছো।

প্ৰথমতে এটা কথা কৈ লওঁ যে আপুনি বৃদ্ধ হৈছে বুলি ভাবি বাৰ্ধক্যৰ বিষয়ে লেখা উপন্যাসখন (অন্তৰাগ) আপোনালৈ পঠোৱা নাছিলো। মোৰ এই নীৰস উপন্যাস সৰ্বসাধাৰণ পাঠকে আদৰি নলব বুলি জানিয়েই মই আন্তৰিকভাবে শ্ৰদ্ধা কৰো এনেকুৱা মাত্ৰ পাঁচজন মানুহলৈ কিতাপখন পঠাইছিলো। প্ৰসঙ্গতঃ কৈ থওঁ যে যিকেইজন মুষ্টিমেয় অসমীয়া লেখক আৰু বুদ্ধিজীবীক মই শ্ৰদ্ধা কৰো সেই কেইজনৰ ভিতৰত আপুনি অন্যতম। 'অন্তৰাগ'খন পঠাবৰ সময়ত মই যেনেকৈ আপোনাক স্মৰণ কৰিছিলো, ঠিক তেনেকৈ 'নীলাচল' উলিয়াবৰ সময়তো আপোনাকেই প্ৰথম স্মৰণ কৰি চিঠি দিছিলো।

আপোনাৰ চিঠিখন পঢ়ি মই দুটা কাৰণত বিশেষভাবে মুগ্ধ হৈছো। প্ৰথমতঃ, আপুনি কিতাপখন খৰচি মাৰি পঢ়ি তাৰ ভাল-বেয়া সকলো দিশ সামৰি অতি কম কথাতে কিতাপখনৰ বিষয়ে সকলো কথা কৈ পেলাইছে। দ্বিতীয়তে, আপোনাৰ চিঠিখনিয়ে বহন কৰি আনিছে এনে এক বিৰল সৌজন্যবোধ- যিটো গুণ লুপ্ত প্ৰায় হৈ

অহা *old world gentlemen* সকলৰ লগে লগে চিৰকাললৈ হেৰাই যোৱাৰ উপক্ৰম হৈছে।

আপোনাৰ চিঠিৰ পৰা জানিলো যে আপোনাৰ প্ৰায় ৭২ বছৰ বয়স হৈছে। মনত পৰিল ১৯৬৯ চনত ৰাছিয়াৰ *Supreme Soviet* ৰ সেই সময়ৰ সভাপতি চেৰনেস্কোৱে কোৱা এষাৰ কথা। ৭২ বছৰ বয়সত তেওঁ কৈছিল- *It is time for the middle-aged people like us to make room for the young people.*

আপুনি মোৰ সশ্ৰদ্ধ নমস্কাৰ গ্ৰহন কৰিব। ইতি

তাং ২১-১২-৮৬

আপোনাৰ প্ৰীতিভাজন

হোমেন বৰগোহাঞি

## শ্ৰীঅপূৰ্ব শৰ্মা

শ্ৰদ্ধাস্পদেষু,

শ্ৰদ্ধা গ্ৰহণ কৰিব।

আপোনাৰ চিঠিখন আজি পালো। আপুনি মোক লজ্জিত আৰু বিব্ৰত কৰিছে। মই আপোনাৰ বয়ঃ কনিষ্ঠ। জ্যেষ্ঠজনৰ শুভেচ্ছা সম্পৃক্ত সঁহাৰিয়ে মোক এতিয়াও ক'ৰবাত ভিতৰত স্পৰ্শ কৰি যায়। মোৰ কৃতজ্ঞতা জানিব।

আপোনাৰ কিতাপখন ওলোৱাৰ লগে লগেই মই পঢ়িবলৈ পাইছিলো। এটা পুৰস্কাৰ সংক্ৰান্ত কথাতেই কিতাপখন মন দি পঢ়িছিলো। বিষয়ৰ ট্ৰিট্‌মেণ্টৰ ফালৰ পৰা বেলেগ হ'লেও আপোনাৰ কিতাপখন পঢ়ি থাকোতে মোৰ *New statesman* অৰ সেই সুন্দৰ *profile* বিলাকলৈ মনত পৰিছিল। মোৰ বৰ ভাল লাগিছিল। আাপোনাৰ আন এটা মনত বৈ যোৱা লেখা, মোৰ বাবে, ...লাগৰ সমালোচনা।

গুৱাহাটীলৈ গ'লে কেতিয়াবা আপোনাক দেখা কৰিম। বিশেষ আৰু নাই। পুনৰ শ্ৰদ্ধা আৰু ধন্যবাদেৰে,

আপোনাৰ

১০.১০.৮৪ অপূৰ্ব শৰ্মা

## শ্ৰীডম্বৰু কাকতি

শ্ৰদ্ধাস্পদেষু

'বিস্মৃত ব্যতিক্ৰম' নামৰ জীৱনভিত্তিক সমালোচনামূলক গ্ৰন্থখনিৰ কাৰণে আপুনি অসম প্ৰকাশন পৰিষদৰ ১৯৮৪ চনৰ পুৰস্কাৰ পোৱা জানি নথৈ আনন্দিত হ'লোঁ। সেই আপাহতে, আপোনাক অভিনন্দন জ্ঞাপন কৰিলো। বিস্মৃত ব্যতিক্ৰম গ্ৰন্থত সন্নিবিষ্ট আৰু অন্যত্ৰ প্ৰকাশিত আপোনাৰ নিৱন্ধসমূহত মই এটি বিৰল বৈশিষ্ট্য দেখা পাই আহিছোঁ। প্ৰিয় গ্ৰন্থকাৰ এজনৰ ৰাজহুৱা স্বীকৃতিয়ে সেইবাবে মোক আনন্দিত কৰিছে। দুৱৰাৰ কাব্য প্ৰতিভাত (শিৱসাগৰৰপৰা প্ৰকাশিত) থকা আপোনাৰ প্ৰবন্ধটোৰ নিচিনা আন আন প্ৰবন্ধৰ আন এটি সংকলন উলিয়াব পাৰিলে অসমীয়া সাহিত্যৰ দিগন্ত আশাতীতভাৱে বিস্তাৰ কৰিব। ব্যক্তিগতভাৱে আপোনাৰ লগত চিনাকি নাথাকিলেও মনৰ হৰিষতে চিঠিখন লেখিলোঁ। আগতে মইও দুই এটা প্ৰবন্ধ লিখিছিলোঁ যদিও নানান কাৰণত আজিকালি লেখা-মেলা কৰা নাই। দুৱৰাৰ গ্ৰন্থখনতো মোৰো এটি প্ৰবন্ধ আছে। শ্ৰদ্ধা জনালোঁ। ইতি-

**শ্ৰী ডম্বৰু কাকতি**

অধ্যাপক, শিৱসাগৰ কলেজ,

ডাক- জয়সাগৰ, শিৱসাগৰ।

## হীৰেন গোহাঁই

PROFESSOR H. N. GOHAIN
M. A(Delhi), Ph.D. (Cantab)

**UNIVERSITY OF GAUHATI**
DEPARTMENTOF NGLISH
GUWAHATI-781 014
Phone-88262
ASSAM, INDIA

তাং ৮/৯/৮৬

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ দুয়োখন চিঠিয়েই পাইছোঁ। অৱশ্যে প্ৰথমখনৰ "পাঠোদ্ধাৰ" কৰোঁতে সময় লাগিল।

আপোনাৰ প্ৰতি মোৰ কিমান শ্ৰদ্ধা আছে আপুনি জানে। সেয়ে প্ৰাপ্তি স্বীকাৰৰ প্ৰয়োজনবোধ ক ৰা নাছিলোঁ। অৱশ্যে মোৰ এনে অসামাজিকতা কেনে ক্ষতিকৰ হ'ব পাৰে, এতিয়া অনুভৱ কৰিছোঁ।

আপোনাৰ দুয়োখন চিঠিয়েই আশীৰ্বাদ বুলি গণ্য কৰিছোঁ।

মোৰ চিটি পত্ৰ প্ৰবন্ধ সম্পৰ্কে মই সুখী নহওঁ। কেন্দ্ৰীয় চৰকাৰে অসম আন্দোলনৰ পিঠিত চোৰাৰী হৈ বহি লেকাম লগালে। আমাৰ চিএৰ বাখৰে ঘটনাটো বন্ধ কৰিব নোৱাৰিলে। ঘোঁৰাটো এতিয়া কেন্দ্ৰীয় চৰকাৰেই মাৰিব খুজিছে। কিমাধিকমিতি। শ্ৰদ্ধা আৰু কুশল কামনাৰে............

আপোনাৰ

হীৰেন গোহাঁই

## শ্ৰীহৰেকৃষ্ণ ডেকা

শ্ৰীযুত মুনীন বৰকটকী

শ্ৰদ্ধাস্পদেষু,

কিছুদিন আগতে দিয়া আপোনাৰ চিঠিখন পালো। নকলেও হব যে আপোনাৰ কথাখিনিয়ে মোক উৎসাহ দিছে।

'উৰ্ননাভ' শব্দটোৰ ব্যৱহাৰ সচাকৈয়ে বিভ্ৰান্তি ঘটিল। এঠাইত নহয় দুঠাইত। আলোচনীত ওলোৱা অৱস্থাত মই 'উৰ্নজাল' বুলি শব্দ এটাহে ব্যৱহাৰ কৰিছিলো। শব্দটো অৱশ্যে অভিধানত নাই *coin* কৰাহে , 'লূগতওজাল' শব্দৰ সমাৰ্থক হিচাবে। প্ৰেছৰ কাৰণে পাণ্ডুলিপি তৈয়াৰ কৰোতে স্মৃতিবিভ্ৰম ঘটিল। এই মাৰাত্মক ভূলটো হৈ গ'ল। আপুনি আঙুলিয়াই দিয়াৰ বাবে কৃতজ্ঞ। শব্দটো পিছৰ সংস্কৰণ ওলালেহে শুদ্ধ কৰিব পৰা যাব।

আশাকৰো আপোনাৰ শুভেচ্ছা সদায় পাম। শ্ৰদ্ধাৰে ইতি

হৰেকৃষ্ণ ডেকা

১৪/১০/৮৬

## শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভূঞা

ৰত্নপুৰ

নগাওঁ ৭৮২০০১

শ্ৰদ্ধেয় শ্ৰীযুত বৰকটকী ডাঙৰীয়া,

মোৰ বাবে আজিৰ বাতৰি কাকতে কটিয়াই অনা সবাতোকৈ ভাল খবৰটো হ'ল আপোনাৰ প্ৰকাশন পৰিষদ বঁটা প্ৰাপ্তিৰ খবৰটো। আপোনাৰ বিষয়ে এনে এটা সু-সংবাদ কেইবা বছৰৰ অন্তত ঃ তিনি বছৰৰ পূৰ্বেই পোৱাৰ আশা

কৰিছিলোঁ। পলমকৈ হলেও বাতৰিটোৱে মোৰ নিচিনা আন বহুতকে নিশ্চয় আনন্দ দিব পাৰিছে। মোৰ আন্তৰিক আৰু সশ্ৰদ্ধ অভিনন্দন গ্ৰহণ কৰিব।

আপোনাৰ অন্যান্য লেকাসমূহৰো সংকলন দুটামান ওলোৱাটো কামনা কৰোঁ। গল্পখিনিৰ নহলেও গ্ৰন্থ-সমালোচনাসমূহ একত্ৰ সংকলিত হৈ প্ৰকাশ হলে বৰ আনন্দৰ কথা হ'ব। আশা কৰোঁ কথাটো ভাবি চাব আৰু যথাসম্ভৱ শীঘ্ৰে এই বিষয়ক ব্যৱস্থা গ্ৰহণ কৰিব।

ভগৱন্তই আপোনাক সু-স্বাস্থ্য আৰু সুদীৰ্ঘ জীৱনৰ গৰাকী কৰি ৰাখক আৰু আমাৰ ভাষা-সাহিত্যক আপুনি আঢ্যৱন্ত কৰি তোলক, এই শুভকামনাৰে, ইতি

বিনীত

যোগেন্দ্ৰ নাৰায়ণ ভূঞা

১৫/৯/৮৫

## শ্ৰীবীৰেন বৰকটকী

ফুকন নগৰ। শিৱসাগৰ

১৯/৯/৮৫

শ্ৰদ্ধেয় দাদা,

আকাশ বাণী আৰু বাতৰি কাকতে আপুনি প্ৰকাশন পৰিষদৰ বঁটা পোৱা খবৰটো দিয়াত অতি আনন্দ পাইছো। ইয়াৰ বাবে আপোনালৈ আন্তৰিক সম্বৰ্দ্ধনা জনাইছোঁ। আশা কৰোঁ আপোনাৰ বুদ্ধিদীপ্ত লেখনীয় অসমীয়া সাহিত্যলৈ বিবিধ বৰঙণি আৰু আগবঢ়াওক।

বিশেষ দায়িত্বত ২য় বাৰৰ কাৰণে কেইমাহমান আগতে বিস্মৃত ব্যতিক্ৰম পঢ়িছিলোঁ আৰু তাৰ মূল্যাঙ্কণ যথাস্থানলৈ পঠাইছিলোঁ। মই ভবা ধৰণৰ হোৱাৰ কাৰণে আজি অতি আনন্দ লাভ কৰিছোঁ। গতানুগতিকতাৰ পৰা দূৰত থাকি প্ৰাণৰ উম দি নিজস্ব ভঙ্গীমাৰে কথাবোৰ কোৱাৰ কাৰণে বিস্মৃত ব্যক্তিক্ৰম জীৱনী হলেও পঢ়ি আমনি নেলাগে। আপুনি সমালোচকৰ দৃষ্টিভঙ্গীৰে জীৱন যিদৰে চৰ্চা কৰিছে সেইদৰেই চৰ্চা কৰিলেই বোধকৰোঁ মৃত অতীতৰ বুকুৰ পৰা মনে ভাল পোৱা কীৰ্তিমান লোকসকলে বিভিন্ন পাঠকৰ মনৰ মাজত জীৱন্ত অশৰীৰী ৰূপত ভুমুকি মাৰেহি। ইয়াতে লেখকৰ সাৰ্থকতা। এই সাৰ্থকতা আপুনি 'বিস্মৃত ব্যক্তিক্ৰম'ত লাভ কৰিছে।

আৰু কি লিখিম শ্ৰদ্ধা ল'ব। শ্ৰীমতী বৰকটকীলৈ নমস্কাৰ। আপোনাৰ জীয়াৰীলৈ মৰম। বিবিধ উত্তৰ পাম বুলি আশা কৰিলোঁ। ইতি

বীৰেন বৰকটকী

## শ্ৰীনাৰায়ণ বেজবৰুৱা

।। উত্তৰ গুৱাহাটী ।। গুৱাহাটী৭৮১০৩০

(মধ্যমখণ্ড) ১৮ ছেপ্টেম্বৰ ৮৫

শ্ৰদ্ধাস্পদ বৰকটকী,

উপযুক্তজনক যদি উপযুক্ত স্থানত বহুৱাই উপযুক্ত বিচাৰ-বুদ্ধিৰে উপযুক্ত বঁটা-বানচ দি উপযুক্তভাৱে সন্মান প্ৰদৰ্শন কৰা হয়, তাতকৈ উপযুক্ত কাম আৰু আন একো হ'ব নোৱাৰে।

এনে কাৰ্য্যই জল জল পট্ পট্কৈ সাংস্কৃতিক-সাহিত্যিক সুধী ৰাইজৰ সমুখত দুটা কথা একেলগে একে সময়তে অ- দ্ব্যৰ্থকভাৱে দাঙি ধৰে। কথা দুটা হৈছে ঃ

(ক) সৰ্বসাধাৰণৰ বিচাৰ- বুদ্ধি বিকাশৰ পথত সদায়েই কম-বেছি পৰিমাণে পূৰ্ব পক্ষপাতজনিত অজ্ঞতাৰ আৱৰ্জনাৰূপে থিয় হৈ থকা ৰোগীয়া চিন্তাৰ আউলবোৰ আঁতৰাই দিয়ে। আৰু

(খ) বৌদ্ধিক চিন্তা-চৰ্চা সৃষ্টিৰ ক্ষেত্ৰত আচল আৰু নকল সোণ চিনাৰ কিটিপটোও শিকাই দিয়ে।

তাতোকৈ ডাঙৰ কথা -ঃ বিচাৰকসকলযে নিৰপেক্ষ আৰু ক'লাক ক'লা আৰু বগাক বগা বোলাৰ বাহিৰে তেওঁলোকে যে আন একো নোবোলে – এই কথাটোও প্ৰমাণ হৈ যায়।.................. ( এইবাৰৰ বঁটাই প্ৰকাশন পৰিষদৰ মৰ্য্যাদা বঢ়ালে। )

" বিস্মৃত ব্যতিক্ৰম "— ১৯৮৪ চনৰ "অসম প্ৰকাশন পৰিষদ বঁটা" আপোনালৈ কঢ়িয়াই অনা কথাটোৱেহে ওপৰৰ কথাখিনি মোক ভবালে। কোৱা বাহুল্য, একে নাৱৰ যাত্ৰী এজনৰ ভালে আন যাত্ৰীসকলৰো ভালৰ ভৱিষ্যত সূচায়!

।। আন্তৰিক অভিনন্দন গ্ৰহণ কৰিব।। আপোনাৰ স্বাস্থ্যৰ উন্নতি ঘটক আৰু উদীয়মানসকলকপ্ৰেৰণা যোগোৱাত আপোনাৰ লিখনি সহায়ক হওক।

পুনৰ প্ৰীতিপূৰ্ণ শ্ৰদ্ধাৰে –

নাৰায়ণ বেজবৰুৱা

## [আমালৈ দিয়া চিঠি উপেন্দ্র বৰকটকী]

শ্ৰদ্ধেয় শ্ৰীযুত বৰকটকীদেৱ,

আপোনালৈ চিঠিৰ উত্তৰ দিলোনে? আপোনাৰ চিঠিত ✓এটা দিয়া আছিল যদিও প্ৰকৃততে কি লিখিলো পাহৰিলো।

সভাপতি হিচাপে এমাহৰ ভিতৰতে চুলি আধাখিনি পকি গ'ল, খাৱন-শোৱন প্ৰায় গৈছে।

সাক্ষাৎকাৰ বিলাক মাৰাত্মক বহুত সময় যায়। ইতিমধ্যে কাকতত আপোনাৰ ব্যাখ্যাৰ কৃতিত্বৰ কথাও এদিন পঢ়িছিলোঁ। তেওঁলৈ আমাৰ সকলোৰে অভিনন্দন।

আপোনালোক উভয়লৈকে মোৰ শ্ৰদ্ধা দিলোঁ।

কবিতা পুথিৰ চয়স পকেট বুক চেন্টাৰক দিছোঁ এহোজাৰ কপি এনেয়ে দিছোঁ। ভালকৈ ছপাব লাগে। কি কৰে কব নোৱাৰোঁ। মোৰ সপৰিয়ালে ঈশ্বৰৰ কৃপাত ভাল। ইতি

| | |
|---|---|
| Amolepatty | বিনীত |
| P. S. Rd. | শ্ৰীমহিম বৰা |
| Nagoan-782001. | ৪/১/৮৯ |

১৩ চেপ্তেম্বৰ,৮৫

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ চিঠিৰ উত্তৰ লিখিম বুলি থাকোতেই যথেষ্ট দিন পাৰ হৈ গ'ল। চিঠিখন পাওঁতে পলম হৈছিল। মই মাজতে এমাহমান অসমৰ বাহিৰত

আজি বাতৰি কাকতত আপুনি প্ৰকাশন পৰিষদৰ বটা পোৱা খবৰটো পাই এই সুযোগতেই মোৰ অভিনন্দন আৰু আন্তৰিক শ্ৰদ্ধা জনোৱাৰ সুযোগটি গ্ৰহণ কৰিলো। 'বিস্মৃত ব্যতিক্ৰম' তাহানিতে পঢ়িয়েই মোৰ ধাৰনা হৈছিল যে এইখন পুৰস্কাৰ পোৱাৰ যোগ্য কিতাপ। ইমান পলম হোৱা দেখিহে আচৰিত হৈছো। অৱশ্যে আপুনি বৰ পুৰস্কাৰ আকাঙ্খী মানুহ নহয় বুলিয়েই মোৰ ধাৰণা। জীৱনী আমাৰ ইয়াত প্ৰশস্তিৰ শাৰীত ৰৈছিলগৈ। আপোনাৰ লিখাই প্ৰতিজন ব্যক্তিৰ

আৰ্ন্তব্যক্তিত্বক উদ্‌ঘাটিত কৰি চিন্তাৰ সমল যোগাবলৈ সমৰ্থ হৈছিল। মোৰ বিশ্বাস যে এনে ধৰণৰ লিখা আপোনাৰ কাপৰ পৰা আৰু ওলাব।

মোৰ কিতাপখন পঢ়ি আপুনি যিখিনি লিখিছে তাৰ মাজেদি আপোনাৰ আন্তৰিকতা আৰু অনুজ লিখকৰ প্ৰতি শুভেচ্ছা প্ৰকাশ পাইছে। আপোনাৰ চিঠিখন পাই সেয়েই বৰ আনন্দিত হৈছিলো। গল্পবোৰ লিখি উঠি নিজেও বৰ সন্দিহান হৈ আছিলো। সচাঁকৈয়ে কিবা লিখিলো নে সেইবোৰ শামুকৰ পোৱালীহে হ'ল। গল্পবোৰে বিৰূপ প্ৰতিক্ৰিয়াত সৃষ্টি কৰিছে বহু ঠাইত। সেয়েই Discernip সমালোচকৰ মন্তব্য পালে অশ্বস্তিবোধ কৰো।

চাকৰিৰ জঞ্জালৰ মাজত কোনোমতেহে লিখি আছো। আপোনালোকৰ শুভাশিষ পায়ো হব বুলি ভাবিলো।

শেষত আকৌ আন্তৰিক অভিনন্দনেৰে...........

হৰেকৃষ্ণ ডেকা

শ্ৰদ্ধেয় শ্ৰীযুত বৰকটকী ডাঙৰীয়া,

মোৰ বাবে আজিৰ বাতৰি কাকতে কঢ়িয়াই অনা সবাতোকৈ ভাল খবৰটো হ'ল আপোনাৰ প্ৰকাশন পৰিষদ বঁটা প্ৰাপ্তিৰ খবৰটো। আপোনাৰ বিষয়ে এনে এটা সু-সংবাদ কেইবা বছৰৰ, অন্ততঃ তিনি বছৰৰ পূৰ্বতেই পোৱাৰ আশা কৰিছিলোঁ। পলমকৈ হলেও বাতৰিটোৱে মোৰ নিচিনা আন বহুতকে নিশ্চয় আনন্দ দিব পাৰিছে। মোৰ আন্তৰিক আৰু সশ্ৰদ্ধ অভিনন্দন গ্ৰহণ কৰিব।

আপোনাৰ অন্যান্য লেখা সমূহৰো সংকলন দুটামান ওলোৱাটো কামনা কৰোঁ। গল্পখিনিৰ নহলেও গল্প সমালোচনাসমূহ একত্ৰ সংকলিত হৈ প্ৰকাশ হলে বৰ আনন্দৰে কথা হব। আশা কৰো কথাটো ভাবি চাব আৰু যথাসম্ভৱ শীঘ্ৰে এই বিষয়ক ব্যৱস্থা গ্ৰহণ কৰিব।

ভগৱন্তই আপোনাক সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱনৰ গৰাকী কৰি ৰাখক আৰু আমাৰ ভাষা-সাহিত্যক আপুনি আঢ্যৱন্ত কৰি তোলক, এই শুভ কামনাৰে, ইতি।

বিনীত....

যোগেন্দ্ৰ নাৰায়ণ ভূঞা

১৫/৯/৮৫

আজিৰ বাতৰি /১৮ নবেম্বৰ, ১৯৯৮

# এটা মনোজ্ঞ অনুষ্ঠান প্ৰসংগত

○ ড° যামিনী ফুকন

গুণৰ মোল একেবাৰে নুবুজা অসমীয়াসকলে ইজন ব্যক্তিক তেখেতৰ জীৱন কালত বিশেষ সমাদৰ দেখুওৱা নাছিল। তেখেতৰ কথা-বতৰা আছিল শৰতৰ আকাশৰ জোনৰ দৰে কোমল। পোছাক আছিল সহজ-সৰল, কিন্তু তাত প্ৰকাশ পাইছিল স্বাভাৱিক আভিজাত্য। তেখেতৰ জ্ঞান-পিপাসা আছিল অন্তহীন, মানুহৰ বিষয়ে জানিবলৈ তেখেতৰ কৌতূহলৰ অভাৱ কেতিয়াও নাছিল। মানুহৰ ভাব, স্বভাৱ, ধ্যান - ধাৰণা, আদৰ্শ, অভিজ্ঞতা, তিক্ততা, অভাৱ-অভিযোগ প্ৰকাশ হয় লেখনিৰ যোগেদি। কৌতূহল নিবৃত্তি কৰিবৰ কাৰণে সকলো ধৰণৰ লেখা তেখেতে নিৰলসভাৱে পঢ়িছিল। অসমীয়া, বাংলা, হিন্দী আৰু ইংৰাজীত প্ৰকাশিত সকলো বস্তু যিমান পাৰে সিমান পঢ়িছিল। তেখেতৰ অধ্যয়নৰ ব্যাপ্তিৰ ব্যৱহাৰ আপোনপেটা অসমীয়াসকলে কৰিব নোৱাৰিলে। অসমীয়া আৰু ইংৰাজী ভাষাত থকা তেখেতৰ দখল, একোটা বিষয় জনাৰ প্ৰতি তেখেতৰ আগ্ৰহ মোৰ আদৰ্শস্বৰূপ আছিল। আমি দুয়োজনেই আছিলো গুৱাহাটী জিলা পুথিভঁৰালৰ নিয়মিত পুঠুৱৈ। প্ৰতিদিনে পুথিভঁৰাল বন্ধ কৰাৰ সময়ত শেষ লাইটটো নুমুৱাই নিদিয়ালৈকে তেখেত পুথিভঁৰালৰ অধ্যয়ন কক্ষত আছিল। কেতিয়াবা আমি দুয়োজনে একেটা বিষয় সম্পৰ্কে বাতৰি কাকতত চিঠি লিখিছিলো। বাতৰি কাকতত প্ৰকাশ হ'ব লগা চিঠিত তেখেতে ৰূঢ় সত্য লিখিবলৈ বিন্দুমাত্ৰ কুণ্ঠাবোধ নকৰিছিল। এই মানুহজন আছিল স্বৰ্গীয় মুনীন বৰকটকী।

স্বৰ্গীয় চৌধুৰী আৰু স্বৰ্গীয় বৰকটকী বৰ উচ্চ মনৰ মানুহ আছিল। এই জনবহুল পৃথিৱীত দুয়োজন মানুহেই বৰ নিঃসংগ যেন মোৰ অনুমান হৈছিল।

১৯৯৩ চনৰ ৬ নবেম্বৰত বৰকটকীদেৱে শেষ নিশ্বাস পেলালে। তেখেতৰ মৃত্যুৰ পিছত তেখেতৰ সুযোগ্যা পত্নী সমাজসেৱিকা ৰেণুকা দেৱী বৰকটকী আৰু সুযোগ্যা জীয়ৰী ড° মীনাক্ষী ভট্টাচাৰ্যই সৃষ্টি কৰিলে মুনীন বৰকটকী স্মাৰক ন্যাস আৰু পাঠাগাৰ। সেই ন্যাসৰ দ্বাৰা আয়োজিত এখন ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল পণ্ডিত তীৰ্থনাথ শৰ্মা ভৱনত যোৱা ৬ নবেম্বৰত (১৯৯৮) তাৰিখে।

আজিকালি সভা-সমিতিলৈ প্ৰায়ে নাযাওঁ। সভা এখন কেনেকৈ পৰিপাটীকৈ চলাব লাগে সেই বিষয়ে প্ৰায়বোৰ অসমীয়া উদ্যোক্তাৰে এতিয়া কোনো ধ্যান-ধাৰণা নাই। সেইবোৰত দেখা যায় উদাসীনতাৰ চৰম প্ৰকাশ, নানা ধৰণৰ বিশৃংলাৰ সমাহাৰ। উদ্যোক্তাসকলৰ নিমন্ত্ৰিতসকলৰ প্ৰতি নাই কোনো দায়িত্ববোধ আৰু সন্মানবোধ; বক্তাসকলৰ নাই সময়বোধ। সেইবোৰ দেখি বিৰক্তিৰে মনটো ভৰি পৰে।

মুনীন বৰকটকীৰ প্ৰতি মোৰ অশেষ শ্ৰদ্ধা থকা কাৰণেই ৬ নবেম্বৰৰ সভাত মই উপস্থিত আছিলো। সভাখন ত্ৰুটিহীন আৰু সুৰুচিসম্পন্ন কৰিবলৈ শ্ৰীমতী বৰকটকী, শ্ৰীমতী ভট্টাচাৰ্য আৰু অধ্যাপক উপেন বৰকটকীয়ে যে চেষ্টা আৰু মনোযোগৰ কোনো ত্ৰুটি কৰা নাছিল তাৰ প্ৰমাণ পোৱা গ'ল। সময়মতেই সভা অনুষ্ঠিত হৈছিল। বিশেষভাৱে নিমন্ত্ৰিতসকলক যথাবিহিত গাম্ভীৰ্য আৰু মৰ্যাদাৰে সৈতে মঞ্চলৈ আগবঢ়াই নিয়া হৈছিল। তেখেতসকলক যথাযোগ্যভাৱে সন্মান প্ৰদৰ্শন কৰা হৈছিল। দুজন লেখকক তেখেতসকলৰ লেখনি প্ৰতিভাৰ স্বীকৃতি হিচাবে বঁটা প্ৰদান কৰা হৈছিল। 'দোৱোণ ফুল' নামৰ কবিতাৰ কিতাপখনৰ কাৰণে অনুভৱ তুলসীক ১৯৯৭ চনৰ বাবে আৰু 'আখৰাত মই আৰু অন্যান্য' নামৰ গল্প সংকলনটোৰ কাৰণে কুল শইকীয়াক ১৯৯৮ চনৰ বাবে 'মুনীন বৰকটকী বঁটা' প্ৰদান কৰা হৈছিল। পুৰস্কাৰৰ অংশ হিচাপে দিয়া হৈছিল একোখন মানপত্ৰ। মানপত্ৰ পঢ়াৰ সময়ত পুৰস্কাৰ বিজেতাজনক মঞ্চত একাষৰীয়াকৈ থিয় কৰোৱা হৈছিল। সেই সময়ত দুয়োজনৰ মনৰ প্ৰশান্ত মহাসাগৰত অজস্ৰ হৰ্ষৰ ঢৌৱে নিশ্চয় থৌকি-বাথৌ কৰি আছিল যদিও তেখেতসকলৰ থিয় হৈ থকা ভংগীটোত প্ৰকাশ পাইছিল স্বাভাৱিক গাম্ভীৰ্য। অনুভৱ তুলসীয়ে এটা কবিতা পাঠ কৰিছিল। কবিতাটো শুনি ভাবিলো যে তেখেতে তেখেতৰ অনুভৱ নামটো সাৰ্থক কৰিছে। কুল শইকীয়াই তেখেতৰ বক্তৃতাত তেখেত যে 'মানবীয় আবেদন' নামৰ শব্দাংশৰ প্ৰকৃত সংজ্ঞাৰ সন্ধানত তেখেতৰ মনোজগতত অন্তহীন যাত্ৰা কৰিছে সেই কথা উল্লেখ কৰিলে। কুল শইকীয়া আৰু অনুভৱ তুলসী এসময়ত মহাবিদ্যালয়ৰ ছাত্ৰাবাসত একে কোঠাবাসী (room mate) আছিল। কুল শইকীয়াই কবিতা লিখি অনুভৱ তুলসীক পঢ়ি শুনাইছিল। কালক্ৰমত অনুভৱ তুলসী হ'ল কবি আৰু কুল শইকীয়া হ'ল গল্পকাৰ। ন্যাসে প্ৰকাশ কৰিছিল দুখন পুথি। সেই দুখন হ'ল 'A Munin Barkataki Miscellany'আৰু আৱাহন যুগৰ সাহিত্যিক কৃষ্ণ ভূঞাৰ 'জীৱনৰ মৰীচিকা' নামৰ এখন কবিতাৰ সংকলন। সেই পুথি দুখনো উন্মোচন কৰা হৈছিল। সভাত বিশিষ্ট কবি আৰু সমালোচক জয়ন্ত মহাপাত্ৰই

কবিতাৰ বিষয়ে এটা সুচিন্তিত লিখিত ভাষণ পাঠ কৰিছিল, সেই ভাষণত প্ৰকাশ পাইছিল তেখেতৰ অধ্যয়নৰ ব্যাপকতা আৰু উপলব্ধিৰ গভীৰতা। সভাত সকলোৰে ভাষণ আছিল অতি চুটি। সভাপতি হিচাপে নলিনীধৰ ভট্টাচাৰ্যই তেখেতৰ স্বাভাৱিক গাম্ভীৰ্যৰে সভাখন পৰিচালনা কৰিছিল। সভাঘৰ আছিল জনাকীৰ্ণ, কিন্তু নাছিল শব্দৰ গুণগুণনি।

বহুদিনৰ মূৰত অসমীয়াসকলে আয়োজন কৰা এটা ভাল অনুষ্ঠান উপভোগ কৰিলো। মনটো উৰি গৈছিল ৩৫ বছৰৰ আগৰ দিনলৈ। তেতিয়া এই লেখক আছিল কটন কলেজৰ তৰ্ক শাখাৰ সম্পাদক আৰু ইতিহাসৰ অধ্যাপক ডঃ অৰুণ বৰুৱা আছিল তৰ্ক সভাৰ দায়িত্বত থকা অধ্যাপক। যিদিনা তৰ্ক সভা (তেতিয়া সন্ধ্যা অনুষ্ঠিত হৈছিল) হোৱাৰ দিন আছিল, সেইদিনা বৰুৱা ছাৰে মোক ইউনিয়ন হললৈ পুৱা ৮ বজাত মাতিছিল। ইউনিয়ন হলৰ চকিদাৰ, ডঃ বৰুৱা ছাৰ আৰু মই হলৰ চকীবোৰৰ পৰা ধূলি আঁতৰাবৰ কাৰণে কাপোৰ এখনেৰে মচিছিলো। তৰ্ক সভাৰ অধ্যক্ষক কোনে ঘৰৰ পৰা আনিব, তৰ্ক আৰম্ভ হোৱাৰ আগতে সভা ঘৰৰ কোনখন আসনত অধ্যক্ষক বহুৱাব, কাৰ্যসূচী, কলিংবেল, ঘড়ী ঠিক আছেনে নাই আদি সকলোবোৰ কথা তেখেতে পুংখানুপুংখভাৱে চাইছিল। কোনো অনুষ্ঠান আৰম্ভ হোৱাৰ আগমুহূৰ্তত কলেজৰ অধ্যক্ষ নুৰুল ইছলামে সভাঘৰটো পৰিদৰ্শন কৰি সকলো ব্যৱস্থা ঠিকমতে হৈছেনে নাই তাৰ সন্ধান কৰিছিল। সেইদৰেই তেখেতসকলে আমাক পৰিচালনা কৰিছিল। তেনে উদাহৰণ আমাৰ মনৰ মজিয়াত ফটফটীয়া হৈ আছে।

মুনীন বৰকটকী স্মাৰক ন্যাসে কেইবাখনো কিতাপ প্ৰকাশ কৰি অতি ভাল কাম কৰিছে। এনে ভাল কাম কৰা কাৰণে উক্ত ন্যাসৰ কৰ্মকৰ্তাসকল আমাৰ কৃতজ্ঞতাৰ পাত্ৰ। আশা কৰা হ'ল যে অসমত আৰু এনে বহুতো ন্যাস গঢ়ি উঠিব আৰু সাহিত্য-সংস্কৃতিৰ কামত সেই ন্যাসবোৰ জড়িত হৈ বৌদ্ধিক জগতলৈ বৰঙণি আগবঢ়াব।◆

# মুকলি চিন্তা/যোগেশ দাস
## মুনীন বৰকটকীৰ স্মৃতিত

মুনীন বৰকটকী বঁটা ১৯৯৬ আৰু গ্ৰন্থ উন্মোচনৰ অনুষ্ঠান যোৱা ১৫/২/৯৭ তাৰিখে সাহিত্য সভাৰ সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা সদনত হৈ যায়। সভাপতি ৰূপে আমাক আৰু গ্ৰন্থ-উন্মোচক ৰূপে ৰেৱতীমোহন দত্তচৌধুৰীক (শীলভদ্ৰ) লৈ যাওঁতে ৰবীন্দ্ৰ ভৱনৰ সমুখত ইমান গাড়ী আৰু মানুহৰ ভিৰ (অন্য এখন সভাৰ) দেখিলোঁ— আমাৰ গাড়ী পাৰ হৈ যোৱাই টান হৈছিল-যে আমাৰ সভাত মানুহ নহ'বই বুলি ভয় খাইছিলোঁ। পিছে গৈ দেখিলোঁ যে সদন ৰাইজেৰে ঠাহ খাই আছে। বৰকটকীদেৱৰ তৃতীয় স্মৃতি-বাৰ্ষিকীৰ সময়তে সভাখন পতাত অনুভৱ কৰিলোঁ যে তেখেতৰ গুণমুগ্ধৰ অভাৱ হোৱা নাই আৰু তেখেতৰ স্মৃতি সভাত উপস্থিত থাকিবলৈ ৰাইজে বিশেষ আগ্ৰহেই প্ৰকাশ কৰিছে। কাৰ্যসূচী নিৰ্দিষ্ট থকাত, আৰু উদ্যোক্তাসকলৰ ইচ্ছামতে নিৰ্দিষ্ট বক্তাসকলকো সভাপতিৰূপে আমি বক্তৃতা চমু কৰিবলৈ কোৱা কাৰণে বহুতো গুণী-জ্ঞানী সাহিত্যিকেও কেৱল শ্ৰোতাৰ ভূমিকা ল'ব লগা হোৱাত বেয়াই লাগিছিল। ৰবীন্দ্ৰ ভৱনৰ সভাত নিৰ্বাচনী আয়ুক্ত জি-ভি-জি কৃষ্ণমূৰ্তিৰ ভাষণ থকাত আমাৰ অনুষ্ঠানৰ পৰা দুই-চাৰিজন তালৈ নগ'ল এনেও নহয়; তথাপি সভাৰ শেষলৈকে লক্ষ্মীৰাম বৰুৱা সদনটো ভৰি থকা দেখি-অতিৰিক্ত আসনো দিব লগা হৈছিল— সহজেই বুজিব পাৰি যে এইসকল বছা বছা ৰাইজ মুনীন বৰকটকীৰ পাণ্ডিত্য আৰু বৰ্ণাঢ্য ব্যক্তিত্বৰ কাৰণেই তালৈ গৈ তেখেতৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিছিল। সাহিত্য বিষয়ক এনেকুৱা অনুষ্ঠান বৰ বেছি আমাৰ প্ৰত্যক্ষ হোৱা নাই।

সুসজ্জিত সভাঘৰত ঠিক সময়মতেই অনুষ্ঠান আৰম্ভ হয়। মুনীন বৰকটকী স্মাৰক ন্যাসৰ হৈ প্ৰথমে সম্পাদক উপেন্দ্ৰ বৰকটকী (সম্বন্ধত মুনীন বৰকটকীৰ একো নেলাগে বুলি তেৱেঁই জনালে) আৰু ৰেণুকা দেৱী বৰকটকীয়ে অতিথিবৃন্দক আদৰণি জনালে আৰু সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। শীলভদ্ৰই তেওঁৰ স্বাভাৱিক ৰসাল, লিখিত ভাষণ এটিৰে বৰকটকীদেৱৰ দুখনি গ্ৰন্থ উন্মোচন কৰে ঃ "প্ৰসংগ

সমালোচনা” আৰু “সৃষ্টি ত্ৰিবিধা”। সকলোৱে জানে যে মুনীন বৰকটকীৰ জীৱনকালত “বিস্মৃত ব্যতিক্ৰম” নামে এখনেই গ্ৰন্থ প্ৰকাশিত হৈছিল, যিখনেই কিন্তু বিদ্বৎ সমাজৰ মনোযোগ তৎক্ষণাৎ আকৰ্ষণ কৰে। এইটোও জনা কথা যে তেখেতে যিমান বিস্তৃত অধ্যয়ন কৰিছিল আৰু আৱাহন যুগৰ পৰা বৰ্তমান সময়লৈকে যিমান লিখা-মেলা কৰিলে তাৰ বিপৰীতে গ্ৰন্থ প্ৰকাশ প্ৰায় নকৰিলেই বুলিব পাৰি। ১৯৯৫ চনত ডঃ শিৱনাথ বৰ্মন সম্পাদিত তেখেতৰ “ব্যতিক্ৰম” ধৰ্মী জীৱনীমূলক প্ৰবন্ধ সংকলন “বন্দিত বৰেণ্য” লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। এতিয়া এয়া নলিনীধৰ ভট্টাচাৰ্য সম্পাদিত “সমালোচনা” মূলক প্ৰবন্ধ-পুথি আৰু যোগেন্দ্ৰ নাৰায়ণ ভূঞা সম্পাদিত গল্প-কবিতা এখন একাংক নাটৰ সমষ্টি “সৃষ্টি ত্ৰিবিধা” এই অনুষ্ঠানতে উন্মোচন কৰা হয়। এনে গ্ৰন্থ আৰু দুখন সংকলিত– সম্পাদিত হৈ আছে বুলি সভাত জনোৱা হ'ল– সম্পাদকদ্বয় হ'ল ডঃ হীৰেন গোহাঁই আৰু অধ্যাপক ৰঞ্জিৎ দেৱগোস্বামী। অধ্যাপক নলিনী ভট্টাচাৰ্যই বৰকটকীৰ তীক্ষ্ণ মেধা সত্বেও লেখা আৰু প্ৰকাশত অনীহাৰ বাবে দুখ প্ৰকাশ কৰি ভূমিকাত লিখিছে যে “অথচ এইজন মানুহেই যৌৱনত অসমীয়া সাহিত্যৰ নতুন দিগন্ত, নতুন প্ৰাণৰ স্বপ্ন দেখিছিল, আধুনিক পাশ্চাত্য সাহিত্যৰ তত্ত্ব, পশ্চিমীয়া দাৰ্শনিক মাৰ্ক্স-ফ্ৰয়েজৰ যুগান্তকাৰী বিচাৰধাৰা আত্মসাৎ কৰি আনকো তাৰ মৰ্মত প্ৰবেশ কৰিবলৈ উদগনি দিছিল।” অধ্যাপক যোগেন ভূঞাই তেওঁৰ নিৰ্ভুল, বিস্তাৰিত অন্বেষণ-ধাৰা ইয়াতো অটুট ৰাখি বৰকটকীৰ গল্প-কবিতা-নাটকৰ আগ-পিছ আৰু হ'ব পৰা প্ৰভাৱৰ কথা নিৰ্ণয় কৰি তেওঁৰ ত্ৰিবিধাৰ ভূমিকাত আলোচনা কৰিছে। তেওঁ বিশেষকৈ আৱাহনৰ শ্ৰেষ্ঠ কবি বুলি দেৱকান্ত বৰুৱাক অভিহিত কৰি কবি বৰকটকীৰ লগত ৰিজনি দিয়ে– যিসকলে বৰকটকীৰ কবিতাখিনি পঢ়িব তেওঁলোকে কথাটোৰ সাৰবত্তা উপলব্ধি কৰিব। সম্পাদকদ্বয়ৰ ভাষণত এইবিলাক কথাই মোটামুটিভাৱে ওলায়।

স্মাৰক ন্যাসে বৰকটকীৰ নামে বছৰি সাহিত্য-বঁটা দিয়াৰ ব্যৱস্থা কৰিছে। নতুন লিখক-লিখিকাৰ বাবে দিয়া এইবাৰৰ বঁটা লাভ কৰে লুটফা হানুম ছেলিমা বেগমে তেওঁৰ কবিতাৰ পুথি “সেউজীয়া বাট এটা বিচাৰিছে সৰাপাতবোৰে”খনৰ বাবে আৰু ডাঃ ভৃংগেশ্বৰ শৰ্মাই তেওঁৰ চুটিগল্পৰ পাণ্ডুলিপি “কামাখ্যা ফাৰ্মাছিত চাৰিজন বন্ধু”খনৰ বাবে। ব্যক্তিগত অসুবিধাত অধ্যাপিকা ছেলিমা বেগম আহিব নোৱাৰাত তেওঁৰ হৈ বঁটা গ্ৰহণ কৰে উত্তৰ লক্ষীমপুৰৰ পৰা অহা তেওঁৰ পিতৃ জালালুদ্দিন আহমদ চাহাবে- অৱসৰপ্ৰাপ্ত বিষয়া গৰাকীৰ পৰা জানিব পাৰিলোঁ যে

ছেলিমা বেগমক পিতৃয়েই সাহিত্য চৰ্চাত সক্ৰিয়ভাৱে প্ৰেৰণা যোগাইছিল। ডাঃ শৰ্মাই আক্ষেপ কৰে যে বৰ্ষীয়ান লেখকসকলে কনিষ্ঠ লেখকসকলৰ প্ৰতি কমেইহে মনোযোগ দিয়ে- কিতাপ পঠিয়ালে প্ৰাপ্তি স্বীকাৰকে নকৰে। বঁটা দুটা প্ৰদান কৰি বিশিষ্ট অতিথি, প্ৰসিদ্ধ প্ৰবীণ সাহিত্যিক উমাকান্ত শৰ্মাই কলিকতাত স্নাতকোত্তৰ মহলাত পঢ়ি থকা অৱস্থাত মুনীন বৰকটকীৰ সৈতে হোৱা পৰিচয় তথা তেখেতৰ পাণ্ডিত্যৰ প্ৰশংসা কৰি ভাষণ দিয়ে। সভাপতিৰ আসনৰ পৰা আমি চমুকৈ মন্তব্য কৰোঁ যে বৰকটকীদেৱৰ বৈশিষ্ট্য স্মৰণযোগ্য— অসমীয়া গল্পই যি আৱাহন যুগত যৌৱন লাভ কৰে সেই সময়তে মুনীন বৰকটকীয়ে কৃষ্ণ ভূঞাৰ লগ লাগি এটা পৃথক ধাৰাৰ সৃষ্টি কৰিছিল; দ্বিতীয়তে "কনফেছ্নছ"ৰ নিচিনা ৰচনা লেখি তেখেতে সেই যুগতে বেলে-লেটাৰৰ আৰ্হি দাঙি ধৰিছিল।

মনোজ্ঞ সফল অনুষ্ঠানটি যে মুনীন বৰকটকী স্মাৰক ন্যাসৰ আশাশুধীয়া আঁচনি আৰু পৰিশ্ৰমৰ ফল আছিল এই বিষয়ে সন্দেহ নাই। সকলোৰে আঁৰত যে বৰকটকী দেৱৰ সুযোগ্য কন্যা অধ্যাপিকা ডঃ মীনাক্ষী ভট্টাচাৰ্য সকলো সময়তে আছিল এই কথা আমি ব্যক্তিগতভাৱে জানো।◆◆

## প্ৰথম ডক্টৰেট প্ৰসংগ

# মুনীন বৰকটকীৰ চিঠিৰ উদ্ধৃতিৰে নতুন তথ্য উদ্‌ঘাটন

শিৱসাগৰ ঃ নিজা বাতৰি দিওঁতা, ১০মাৰ্চ ঃ অসম নাট্য সন্মিলনৰ প্ৰাক্তন সভাপতি বিশিষ্ট সাহিত্যিক অধ্যাপক যোগেন চেতিয়াই প্ৰথম ডক্টৰেট প্ৰসংগত এই সংবাদদাতাক কয় যে ৰাধিকাৰাম ঢেকিয়াল ফুকনে প্ৰকৃততে কি বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল, তাৰ কোনো গ্ৰহণযোগ্য তথ্য এতিয়াও প্ৰকাশ হোৱা নাই। ময়িদুল ইছলাম বড়াৰ দৰে পদ্ধতিগতভাৱে ঢেকিয়াল ফুকনে গৱেষণা কৰা নাছিল। গৱেষণা নকৰাকৈ কোনোৱে ডক্টৰেট লাভ কৰিলে গ্ৰহণযোগ্য হয় নে নহয় সিও এক বিচাৰ্যৰ বিষয়। এই প্ৰসংগতে অধ্যাপক চেতিয়াই ১৪শ বছৰ ঃ দ্বিতীয় সংখ্যা ১৮৯১ শকৰ আৱাহনত প্ৰকাশ পোৱা প্ৰয়াত মুনীন বৰকটকীৰ 'অসমৰ প্ৰথম (?) ডক্টৰ আৰু প্ৰমুখ সঙ্গীতজ্ঞ' শিৰোনামাৰে সম্পাদকৰ চিঠিৰ শিতানত প্ৰকাশ পোৱা এখন মূল্যবান চিঠিৰ কথা উল্লেখ কৰি কয় যে উক্ত চিঠিত প্ৰয়াত

বৰকটকীয়ে স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাই ডক্টৰ ৰাধিকাৰাম ঢেকিয়াল ফুকন সম্পৰ্কে লিখা পৰিচয়মূলক টোকাত ডক্টৰ ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ শিক্ষালাভৰ সম্পৰ্কে বিশদ বৰ্ণনা উত্থাপন কৰিছিল। লগতে অধ্যাপক চেতিয়াই প্ৰয়াত বৰকটকীৰ চিঠিখন প্ৰুফ কৰিবলৈ অসমৰ সংবাদ পত্ৰসমূহক আবেদন জনায়। আনহাতে প্ৰয়াত বৰকটকীৰ প্ৰবন্ধৰ কথা উল্লেখ কৰি ময়িদুল ইছলাম বড়াৰ একমাত্ৰ জীৱিত পুত্ৰ মুজাফাৰুল ইছলাম বড়াই কয় যে আৱাহনত প্ৰকাশিত প্ৰয়াত মুনীন বৰকটকীৰ উল্লেখ আছে যে, 'ৰাধিকাৰাম ইংলণ্ডলৈ ব্যৱস্থাশাস্ত্ৰ শিকিবলৈ যায়। কিন্তু দেশলৈ উভতি আহোতে তেওঁ ব্যাৰিষ্টাৰ হৈ অহা নাছিল। আহিছিল হাইডেলবাৰ্গৰ ডি-এছ্-ছি (D Sc)হৈ। জাৰ্মানী বিজ্ঞান চৰ্চাৰ ঠাই। সেই ঠাইৰ বিজ্ঞানৰ উপাধি মানুহৰ এটা বিশেষ সম্পত্তি। কিন্তু এই বিজ্ঞানৰ জ্ঞান ব্যৱহাৰ কৰি অৰ্থ উপাৰ্জন কৰিছিল, কি কৰিবলৈ পাৰিছিল ক'ব নোৱাৰো।' এইখিনিতে উল্লেখ কৰিব পাৰি যে প্ৰয়াত বৰকটকীয়ে ৰাধিকাৰাম ঢেকিয়াল ফুকনক ডি-এছ্-ছি ডিগ্ৰীধাৰী বুলিহে উল্লেখ কৰিছে, এনে ক্ষেত্ৰত কি তথ্যৰ ওপৰত ভিত্তি কৰি ড° জীতেন দাসে তেওঁ প্ৰথম ডক্টৰেট বুলি ঘোষণা কৰিলে, এই সম্পৰ্কে সবিশেষ অসমবাসীক জনোৱা প্ৰয়োজন, যাতে এহ ১১ মাৰ্চ ২০০১) ◆◆

## ৰাইজৰ চিঠি

### সভা-সমিতি আৰু সময়ৰ মূল্যবোধ

**সম্পাদক ডাঙৰীয়া,**

আজি-কালি সভা সমিতি বা বক্তৃতা অনুষ্ঠানবিলাকলৈ মাতিলেও যাবলৈ টান পাওঁ। এনেবোৰ সভা, বক্তৃতা অনুষ্ঠান প্ৰায়বোৰতে সময়ৰ ওপৰত একেবাৰে গুৰুত্ব দিয়া নহয়। ফলত ৩ বজাৰ সভা আৰম্ভ হয় ৪ বা ৫ বজাত। সময়ৰ মূল্য নুবুজা এই ৰোগটো প্ৰায় অনুষ্ঠানতে দেখা যায়। এখন আলোচনা সভা এবাৰ ২ বজাৰ পৰিবৰ্তে আৰম্ভ হওঁতে প্ৰায় ৫ বাজিছিল। আনত নহ'লেও আমাৰ লংকাতে এনে উদাহৰণ অলেখ।

আমাৰ দেশৰ মানুহৰ এনে সময়ৰ মূল্য নুবুজা, সময়ৰ প্ৰতি চূড়ান্ত অৱহেলাই আমাৰ দৰে বহুতো শ্ৰোতা দৰ্শকক এনে অনুষ্ঠানে আহ্লাদ দিয়াতকৈ আমনিহে দিয়ে। কিন্তু তাৰ মাজতে যোৱা ১৫ ফেব্ৰুৱাৰীত গুৱাহাটী নহানগৰীত এখন অনন্য সুন্দৰ সভা, নিয়ম-শৃঙ্খলাৰ মাজত অনুষ্ঠিত হোৱা পালোঁ— যিখন যোৱা ১০/১৫ বছৰৰ ভিতৰত শৃংখলাবদ্ধ সভাৰ ভিতৰতে এক অনন্য অনুষ্ঠান বুলি আমাৰ মনে ধৰে। "মুনিন বৰকটকী সাহিত্য ন্যাসে" গুৱাহাটীৰ লক্ষ্মীৰাম বৰুৱা সদনত যোৱা ১৫ ফেব্ৰুৱাৰীত আয়োজন কৰা "মুনীন বৰকটকী ১৯৯৬ বঁটা বিতৰণী সভালৈ" নিমন্ত্ৰণ পোৱাৰ আমাৰ সৌভাগ্য ঘটিছিল। উক্ত ন্যাসৰ সম্পাদক, নিষ্ঠাবান সাহিত্য কৰ্মী শ্ৰীউপেন্দ্ৰ বৰকটকীৰ একান্ত অনুৰোধত লংকাৰ পৰা প্ৰায় ২০০ কিঃ মিঃ বাটকুৰি বাই গৈ সেইদিনা ৩-১০ মিনিটত সভাথলীত উপস্থিত হৈছিলোঁ।

সভাৰ সঠিক সময়তেই ৩-৩০ বজাত সভাৰ আৰম্ভণী ন্যাসৰ সম্পাদক শ্ৰীউপেন্দ্ৰ বৰকটকীয়ে ঘোষণা কৰাৰ লগে লগে মঙ্গলাচৰণেৰে অনুষ্ঠান আৰম্ভ হয়। আমি আশা কৰো এই অনুষ্ঠানটো যেন ভৱিষ্যতে অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিৰ অনুষ্ঠান সমূহৰ বাবে বাটকটীয়া ৰূপে সুন্দৰ নজিৰ হৈ ৰয়।

৯ মাৰ্চ ১৯৯৭

তোষেশ্বৰ তামুলী ফুকন

লংকা

## মুনীন বৰকটকীৰ সোঁৱৰণী সভা

**সম্পাদক ডাঙৰীয়া**

যোৱা ৯ নৱেম্বৰ তাৰিখে "আজিৰ অসম" কাকতত স্বৰ্গীয় মুনীন বৰকটকী সোঁৱৰণী সভাৰ সন্দৰ্ভত প্ৰকাশ পোৱা ডঃ হীৰেন গোহাঁইৰ লিখনি আৰু শ্ৰীসুনীল শৰ্মাৰ চিঠিখন আমি মনোযোগেৰে পঢ়িলোঁ আৰু বিজ্ঞ ব্যক্তিগৰাকীৰ প্ৰতি শ্ৰদ্ধা জনাই আমিও দুই-এটি কথা ব্যক্ত কৰিবলৈ মন মেলিলো।

যোৱা ৬ নৱেম্বৰৰ উক্ত সোঁৱৰণী-সভালৈ নিমন্ত্ৰণ পাই আমিও উপস্থিত থাকিব পৰাত নিজকে ধন্য মানিছোঁ, কাৰণ এনে ধৰণৰ গাম্ভীৰ্য্যপূৰ্ণ সভা গুৱাহাটী মহানগৰীত সততে আমি দেখিবলৈ পোৱা নাই— য'ত অসমৰ বৌদ্ধিক সমাজৰ

ভালেসংখ্যক নিৰপেক্ষ বুদ্ধিজীৱী, বিশিষ্ট সাহিত্যিক, শিক্ষাবিদ, সাংবাদিক, শিল্পী, ৰাজনৈতিক-অৰাজনৈতিক বিশিষ্ট ব্যক্তি, শ্ৰমিক, কৰ্মচাৰী, পুৰুষ-মহিলা সমাজৰ বৰেণ্য ব্যক্তিসকলৰ উপস্থিতিয়ে স্বৰ্গীয় বৰকটকীৰ প্ৰতি দেখুওৱা শ্ৰদ্ধাঞ্জলিৰ এক অপূৰ্ব নিদৰ্শণ দাঙি ধৰিলে। ইয়াৰ বাবে পৰিয়ালৰ সদস্য আৰু উদ্যোক্তাসকল ধন্যবাদৰ পাত্ৰ। বিশেষকৈ সোঁৱৰণী সভাৰ লগত ৰজিতা খুৱাই "মুনীন বৰকটকী স্মাৰক ন্যাসৰ' জৰিয়তে প্ৰকাশ কৰা "বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী" গ্ৰন্থখনি অসমীয়া সাহিত্যত অমূল্য সম্পদ হৈ ৰ'ব। বৰকটকীদেৱৰ কৰ্মৰাজিৰ বাকীবোৰ দিশো ভৱিষ্যতে প্ৰকাশ পালে স্মাৰক ন্যাসৰ কষ্ট আৰু উদ্দেশ্য সফল হ'ব; এই ক্ষেত্ৰত গ্ৰন্থখনিৰ সম্পাদক অধ্যাপক উপেন্দ্ৰ বৰকটকীও শলাগৰ পাত্ৰ, আনহাতে গুৰু দায়িত্বও নিশ্চয় থাকিব। ডঃ হীৰেন গোহাঁইৰ লিখনিত প্ৰকাশ পোৱাৰ দৰে বৰকটকী আছিল সঁচাকৈয়ে আধুনিক সাহিত্যৰ উৎসাহী গুণগ্ৰাহী আৰু প্ৰচাৰক। বৰকটকীৰ বৌদ্ধিক চিন্তা-চৰ্চা আৰু দৃঢ় ব্যক্তিত্বৰ কথা কওঁতে পণ্ডিত বাণীকান্ত কাকতি, শ্বে'ক্সপীয়েৰ, টলষ্টয় আদি মনিষীসকলৰ ব্যাখ্যা দাঙি ধৰাটো নিশ্চয় তাৎপৰ্যপূৰ্ণ।

বৰকটকী প্ৰচাৰ বিমুখ আছিল যদিও ভালেমান জাতীয় সংস্কৃতিসম্পন্ন সংগঠনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। উদাহৰণ স্বৰূপে অসমৰ প্ৰখ্যাত সাহিত্য অনুষ্ঠান গুৱাহাটী সাহিত্য কাননৰ প্ৰতিষ্ঠাপক সভাপতি নাট্যকাৰ শিল্পী স্বৰ্গীয় যুগল দাসৰ পিছত দ্বিতীয় গৰাকী সভাপতি আছিল স্বৰ্গীয় মুনীন বৰকটকীদেৱ। এই তথ্যবোৰো ভৱিষ্যতে লিপিবদ্ধ কৰাৰ প্ৰয়োজন আছে। বৰকটকীদেৱৰ সোঁৱৰণী সভাত এটা কথা বৰকৈ উপলব্ধি কৰিছোঁ কোনো ধৰণৰ প্ৰচাৰ নিবিচাৰি যিদৰে সাহিত্যিক-সমালোচক মুনীন বৰকটকী আমাৰ মাজৰ পৰা গুচি গ'ল। ঠিক তেনেদৰে নাট্যকাৰ শিল্পী ভাস্কৰ যুগল দাস, অসমপ্ৰাণ বিশিষ্ট শিল্পী সুৰকাৰ পুৰুষোত্তম দাস, ডʻ লীলা গগৈ আদিও একেদৰে গুচি গ'ল। এইসকল অসমৰ সুযোগ্য সন্তানে অসম আৰু অসমীয়া জাতিক বহুতো দি গ'ল, আমিহে জীৱিত কালত যোগ্য সন্মান যাচিব নোৱাৰিলো। গতিকে পলমকৈ হ'লেও যাতে গুণী-জ্ঞানী লোকৰ স্মৃতি ৰক্ষা কৰি উত্তৰপুৰুষৰ বাবে সৎ আদৰ্শৰ নিদৰ্শণ হৈ ৰয়, এই প্ৰচেষ্টা আমি সকলোৱে নিষ্ঠা সহকাৰে লোৱা উচিত বুলিহে মনৰ কথাখিনি দাঙি ধৰিলো।

খনীন্দ্ৰ চন্দ্ৰ দাস

চেনিকুঠী, গুৱাহাটী- ৩

# মুনীন বৰকটকী স্মাৰকন্যাসৰ বিষয়ে

প্ৰথিতযশা সাহিত্যিক-সমালোচক আৰু চিন্তাবিদ মুনীন বৰকটকীৰ (১৯১৫-১৯৯৩) স্মৃতিত তেখেতৰ পৰিয়ালে ৪০ বছৰৰ অনুৰ্ধৰ সৃষ্টিধৰ্মী আৰু সাহিত্য-সমালোচনামূলক লেখক-লেখিকাক প্ৰেৰণা যোগোৱাৰ উদ্দেশ্যে ২৫ হাজাৰ টকাৰ বঁটা প্ৰদান কৰাৰ ব্যৱস্থা কৰে। বঁটাৰ লগত এখন প্ৰশস্তি-পত্ৰ আৰু ফলক দিয়া হয়। ১৯৯৫ চনৰ পৰা প্ৰৱৰ্তন কৰা মুনীন বৰকটকী বঁটা প্ৰাপ্তকসকল হ'ল–

১৯৯৫– শিৱানন্দ কাকতি, অপাৰ্থিব-পাৰ্থিব

ড° ৰবীন শৰ্মা ঃ পাঞ্চাৰ পাচালি

১৯৯৬– লুট্‌ফা হানুম ছেলিমা বেগম- 'সেউজীয়া বাট এটা বিচাৰিছে সৰা পাতবোৰে' (কবিতা পুথি)

ড° ভৃংগেশ্বৰ শৰ্মা - কামাখ্যা ফাৰ্মাছিত চাৰিজন বন্ধু (গল্প সংকলনৰ পাণ্ডুলিপি)

১৯৯৭– অনুভৱ তুলসী- 'দোৰোণ ফুল' (কবিতা পুথি)

১৯৯৮– কুল শইকীয়া- 'আখৰাত মই আৰু অন্যান্য' (গল্প সকলন)

১৯৯৯– ৰাজীৱ বৰুৱা- 'পানীৰ ঘৰ' (কবিতা পুথি

বিতোপন বৰবৰা- 'মোৰো এটা সপোন আছিল' (গল্প সংকলন)

২০০০– মৌচুমী কন্দলী- 'লামবাদা নাচৰ শেষত' (গল্প সংকলন)

দীপক গগৈ আৰু পংকজজ্যোতি ভূএল- ইষ্টান্তিক নাট্য সংকলন

২০০১– নৱনীতা গগৈ- ছাঁ পোহৰত অকলে (গল্প সংকলন)

মুনীন বায়ন- কিতাপ আৰু সংলাপ (সাহিত্য-সমালোচনা)

২০০২– হেমাংগ কুমাৰ দত্ত- অথবা (কবিতা পুথি)

গংগামোহন মিলি- নদী মানুহৰ ঠিকনা (কবিতা পুথি)

২০০৩- মনোজ বৰপূজাৰী- আমলখি গছৰ সুহুৰি

কুশল দত্ত- ইলেক্টনিক চৰাই (কবিতা পুথি)

২০০৪– মণিকুন্তলা ভট্টাচাৰ্য- প্ৰস্তৰ কন্যা

মনালিছা শইকীয়া- পুনৰ জনম লৈ তেজীমলাই

## মুনীন বৰকটকীৰ প্ৰকাশিত গ্ৰন্থ কেইখন

১। বিস্তৃত ব্যতিক্ৰম ঃ প্ৰথম প্ৰকাশ ১৯৮১
দ্বিতীয় প্ৰকাশ ১৯৮৯

২। বন্দিত বৰেণ্য ঃ সম্পাদনা ঃ ড° শিৱনাথ বৰ্মন
প্ৰথম প্ৰকাশ ঃ ১৯৯৫

৩। প্ৰসংগ ঃ সমালোচনা ঃ সম্পাদনা ঃ শ্ৰীনলিনীধৰ ভট্টাচাৰ্য
প্ৰথম প্ৰকাশ ঃ ১৯৯৬

৪। সৃষ্টি ত্ৰিবিধা ঃ সম্পাদনা ঃ ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
প্ৰথম প্ৰকাশ ঃ ১৯৯৬

৫। অন্তৰ আৰু অন্তৰীক্ষ ঃ সম্পাদনা ঃ ড° হীৰেন গোহাঁই
প্ৰথম প্ৰকাশ ঃ ১৯৯৮

৬। *A Munin Barkotoki Miscellany* edited by
Ranjit Kumar Dev Goswami, 1998

## প্ৰাসংগিক গ্ৰন্থ

৭। বিভিন্নজনৰ দৃষ্টিত মুনীন বৰকটকী ঃ সম্পাদনা ঃ উপেন্দ্ৰ বৰকটকী
মুনীন বৰকটকী স্মাৰক ন্যাস, ১৯৯৪

৮। প্ৰসংগ ঃ মুনীন বৰকটকী সম্পাদনা ঃ উপেন্দ্ৰ বৰকটকী
নতুন অসম, উদ্যোপাম গুৱাহাটী ২০০৭

# আমাৰ লেখক-লেখিকাসকল

**নলিনীধৰ ভট্টাচাৰ্য ঃ** কবি, সাহিত্যিক, সমালোচক, নিবন্ধকাৰ, অনুবাদক নলিনীধৰ ভট্টাচাৰ্যই তেখেতৰ 'মহৎ ঐতিহ্য' প্ৰবন্ধ সংকলন গ্ৰন্থখনৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰে। প্ৰকাশিত পুথি 'এই কুঁৱলীতে', 'চেৰাশালিৰ মালিতা', 'আহত সপোন', 'দুই পুৰুষ' (আটাইকেইখন কবিতা) আদি। আৰ্য বিদ্যাপীঠ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক পদৰ পৰা অৱসৰ গ্ৰহণ কৰা ভট্টাচাৰ্যৰ জন্ম ১৯২১ চনত যোৰহাটৰ চেলেং কাঠগাঁৱত।

**উপেন্দ্ৰনাথ শৰ্মা ঃ** ইংৰাজী সাহিত্যৰ এগৰাকী 'কৃতবিদ্য পণ্ডিত', কটন কলেজৰ প্ৰাক্তন অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা এগৰাকী সাহিত্য সমালোচক আৰু অনুবাদক। তেখেতৰ প্ৰকাশিত গ্ৰন্থ– বিংশ শতাব্দীৰ অসমীয়া সাহিত্য বিবিধ প্ৰবন্ধ, দেশ-বিদেশৰ সাহিত্য আদি। জন্ম– ১৯২৯ চনত, নলবাৰী।

**প্ৰীতি বৰুৱা ঃ** সুলেখিকা প্ৰীতি বৰুৱা ঘাইকৈ অনুবাদ কৰ্মৰ লগত জড়িত। ৰথচক্ৰ, অঘৰী নদীৰ সোঁত, উৰ্দু চুটি গল্প, সেতু আদি নেচনেল বুক ট্ৰাষ্টৰ ভালেকেইখন ইংৰাজী আৰু হিন্দী গ্ৰন্থ তেখেতে অসমীয়ালৈ অনুবাদ কৰিছে। 'সংকীৰ্ণ তোৰণ' আৰু 'সংস্কাৰ' তেখেতৰ আন দুখন উল্লেখযোগ্য অনূদিত গ্ৰন্থ। অসম লেখিকা সংস্থাৰ প্ৰতিষ্ঠাপক সম্পাদিকা প্ৰীতি বৰুৱাই অনুষ্ঠানটোৰ সভানেত্ৰীৰ দায়িত্বও বহন কৰিছিল। শিশু সাহিত্যৰ সংকলন 'আকাশ', 'লেখিকাৰ গল্প', 'আকাশৰ গদ্য আৰু পদ্য', তেখেতৰ সম্পাদিত গ্ৰন্থ। 'লেখিকাৰ গল্প' অসমীয়া ভাষাত প্ৰকাশ পোৱা লেখিকাৰ প্ৰথম গল্প সংকলন।

১৯৩০ চনত যোৰহাটত জন্মগ্ৰহণ কৰা প্ৰীতি বৰুৱাই সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অধ্যাপিকা হিচাপে কাৰ্য নিৰ্বাহ কৰি অৱসৰ লয়।

**অৰুণ শৰ্মা ঃ** সু-প্ৰতিষ্ঠিত নাট্যকাৰ অৰুণ শৰ্মাক অসম সাহিত্য সভাই শ্ৰেষ্ঠ নাট্যকাৰ হিচাপে স্বীকৃতি দিয়াৰ উপৰিও 'আশীৰ্বাদৰ ৰং' উপন্যাসখনৰ বাবে সাহিত্য অকাডেমীয়ে ১৯৯৮ চনত পুৰস্কাৰ আগবঢ়ায়। ২০০৩ চনত তেখেতে লাভ কৰে সংগীত নাটক অকাডেমী বঁটা। 'নিবাৰণ ভট্টাচাৰ্য', 'পুৰুষ', 'আহাৰ', 'অন্য এক অধ্যায়', 'পৰশুৰাম', 'চিঞৰ' সৃষ্টি কৰা শৰ্মাৰ প্ৰায় আঢ়ৈ কুৰিৰো অধিক অনাতাঁৰ নাটে জনপ্ৰিয়তা অৰ্জন কৰিছে। কবি প্ৰবন্ধকাৰ হিচাপেও

খ্যাতি থকা শৰ্মাই মাজতে 'পূৰ্বাঞ্চল' নামৰ সাপ্তাহিক কাকত এখন সম্পাদনা কৰিছিল। আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰ আৰু পিছত আকাশবাণী উঃ পূঃ অঞ্চল সেৱাৰ সঞ্চালক হিচাপে অৱসৰ লোৱা শৰ্মাৰ জন্ম ১৯৩১ চনত ডিব্ৰুগড়ত। ঘাই ঘৰ শোণিতপুৰ জিলাৰ হেলেমত। বৰ্তমান তেখেতে দুটা কাৰ্যকালৰ বাবে অসম নাট্য সন্মিলনৰ সভাপতি হিচাপে দায়িত্ব বহন কৰি আছে।

**প্ৰদীপ শইকীয়া ঃ** 'ওমৰ খায়াম', 'নাৰী যুগে যুগে', 'মাটিৰ মৰম', 'অভিজ্ঞানম', 'জাহানাৰা', 'মন্দিৰত জুই' আদি ভিন্নধৰ্মী কেবাখনো গ্ৰন্থৰ ৰচক প্ৰদীপ শইকীয়াই প্ৰথমে শিৱসাগৰ কলেজৰ প্ৰৱক্তা, পিছত ধিং মহাবিদ্যালয়ৰ অধ্যক্ষ আৰু শেষত নগাঁও মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে অৱসৰ লয়। বিভিন্ন বাতৰি-কাকত আৰু আলোচনীত তেওঁৰ ইংৰাজী আৰু অসমীয়া এই দুয়োটা ভাষাত ভালেসংখ্যক প্ৰবন্ধ, গল্প, কবিতা আদি প্ৰকাশ পাইছে। জন্ম– ১৯৩৬ চনত টীয়কত।

**হীৰেন্দ্ৰনাথ দত্ত ঃ** যশস্বী কবি আৰু সমালোচক, ২০০৪ চনৰ সাহিত্য অকাডেমী বঁটা ('মানুহ অনুকূলে' কবিতা পুথিৰ বাবে) বিজয়ী হীৰেন্দ্ৰনাথ দত্তৰ জন্ম ১৯৩৭ চনত তিতাবৰত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ ৰীডাৰ হিচাপে অৱসৰ লোৱা দত্তৰ প্ৰকাশিত আন দুখন গ্ৰন্থ হ'ল– 'সোমধিৰিৰ সোঁৱৰণি' (কবিতা ১৯৮১) আৰু 'কিতাপৰ ভৱিষ্যৎ' সাহিত্য বিষয়ক প্ৰবন্ধৰ সংকলন (১৯৯০)।

**ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা ঃ** ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ 'মহাফেজখানাৰ খিড়িকীয়েদি', 'ঊনবিংশ শতিকাৰ অসম সংবাদ', 'উৰলি যোৱা নথিৰ পৰা', 'সদাগৰ ভোলানাথ বৰুৱা' আদি কেবাখনো অসমীয়া সাহিত্যৰ মূল্যবান গ্ৰন্থ। 'গুণাভিৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ সমীক্ষাত্মক অধ্যয়ন' শীৰ্ষক বিষয়ত গৱেষণা কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট পায়। ভূঞাই ১৯৬০-৬২ চনত 'আকাশী গংগা' নামৰ এখন আলোচনী আৰু পিছত 'অসম সাহিত্য সভা পত্ৰিকা' সম্পাদনা কৰিছিল। জন্ম– নগাঁৱৰ শিঙিয়াপোতনি মৌজাৰ তেলিয়াগাঁৱত ১৯৩৯ চনত।

**অপূৰ্ব শৰ্মা ঃ** শোণিতপুৰ জিলাৰ হেলেমত ১৯৪৩ চনত জন্মগ্ৰহণ কৰা অপূৰ্ব শৰ্মা গল্পকাৰ আৰু চলচ্চিত্ৰ সমালোচক। 'বন্ধুৰ পথত কেইজনমান ডেকা মানুহ' 'শুভবাৰ্তা', 'বাঘে টাপুৰ ৰাতি' আৰু 'বিপুলৰ যুদ্ধ সজ্জা' তেওঁৰ প্ৰকাশিত গল্প সংকলন। 'বাঘে টাপুৰ ৰাতি' গল্প সংকলনৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰা অপূৰ্ব শৰ্মাই তেওঁৰ একমাত্ৰ চলচ্চিত্ৰ সমালোচনাৰ গ্ৰন্থ শিতানত 'অসমীয়া চলচ্চিত্ৰৰ ছাঁ পোহৰৰ' বাবে শ্ৰেষ্ঠ চলচ্চিত্ৰ সমালোচনা গ্ৰন্থৰ ৰাষ্ট্ৰীয় ৰজত কমল

বঁটা লাভ কৰিছিল। নগাঁও ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষ পদৰ পৰা অৱসৰ লৈ এতিয়া 'আজিৰ অসম' কাকতৰ নিবন্ধ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে।

**প্ৰভাত বৰা ঃ** সংখ্যাৰ লেখেৰে কম হ'লেও সৌৰভ চলিহাৰ গল্প, মহিম বৰাৰ কবিতা, নিৰ্মল প্ৰভা বৰদলৈৰ কবিতা, অপূৰ্ব শৰ্মাৰ গল্প, বন্ধুৰ পথত কেইজনমান ডেকা মানুহ, এখন প্ৰেমৰ উপন্যাস, Introduction to H.K. Deka's poems seascare আদি মননশীল প্ৰবন্ধৰে সমালোচনা সাহিত্যত এখন বিশিষ্ট স্থান অধিকাৰ কৰা প্ৰভাত বৰা নগাঁও ছোৱালী মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক। জন্ম ১৯৪৯ চনত শিৱসাগৰৰ ঢুলীয়াপাৰত।

**ড° দীপ্তি ফুকন পাটগিৰী ঃ** 'ভাষাতত্ত্ব', 'অসমীয়া, বাংলা, উড়িয়া ভাষাৰ তুলনামূলক অধ্যয়ন', 'মধ্যযুগৰ অসমীয়া ভাষা-সাহিত্যৰ ৰেঙণি' আদি ভাষা-বিজ্ঞান সম্পৰ্কীয় গ্ৰন্থৰ লেখিকা ড° পাটগিৰী গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপিকা। জন্ম চন ১৯৫৬।

**জয়ন্ত-মাধৱ বৰা ঃ** ৰহস্য কাহিনী আৰু গল্পকাৰ হিচাপে জনপ্ৰিয়তা অৰ্জন কৰা জয়ন্ত-মাধৱ বৰাৰ কেইখনমান উল্লেখযোগ্য গ্ৰন্থ হ'ল– 'অমৃত' (অসম সাহিত্য সভাৰ গিৰিধৰ শৰ্মা বঁটাপ্ৰাপ্ত উপন্যাস), ৰত্নদীপ (শিশু উপন্যাস), 'অজগৰ' (দৈনিক অসমৰ উপন্যাস প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ প্ৰাপ্ত), গল্প পুথি- 'বৰ ভয় লাগিছে', 'যুদ্ধভূমি'। এসময়ত সাংবাদিকতা আৰু শিক্ষকতা হিচাপে কাৰ্যনিৰ্বাহ কৰা বৰা বৰ্তমান সৰ্বশিক্ষা অভিযান মিছনৰ ৰাজ্যিক প্ৰচাৰ বিষয়া । জন্ম, ১৯৬০ চনত, জন্মস্থান– দেৰগাঁও।

**ড° মীনাক্ষী বৰকটকী ঃ** ইউৰোপ আৰু এছিয়া মহাদেশৰ বহুতো বিশ্ববিদ্যালয়ত অতিথি অধ্যাপিকা হিচাপে বিশেষ বক্তৃতা প্ৰদান কৰি সুখ্যাতি অৰ্জন কৰা মীনাক্ষী বৰকটকীয়ে গুৱাহাটী আই আই টিত গণিত বিভাগৰ সহযোগী অধ্যাপিকা হিচাপে ২০০৪ চনলৈ কাৰ্যনিৰ্বাহ কৰিছিল। বৰ্তমান তেওঁ জাৰ্মানীৰ WUERZBURG বিশ্ববিদ্যালয়ত গৱেষণা কৰি আছে।

তেওঁৰ গল্প আৰু বিভিন্ন দেশ ভ্ৰমণৰ অভিজ্ঞতা আগশাৰীৰ ইংৰাজী কাকত-আলোচনীত প্ৰকাশ পাইছে। মাজে-সময়ে অসমীয়া গল্পও তেওঁ ইংৰাজীলৈ অনুবাদ কৰিছে। সু-সাহিত্যিক-সমালোচক ড° প্ৰফুল্ল কটকীয়ে মীনাক্ষীয়ে ইংৰাজীত ৰচনা কৰা দেশ ভ্ৰমণৰ কিছুমান কাহিনী– 'অক্সফৰ্ডৰ সোঁৱৰণি আৰু দেশান্তৰৰ দস্তাবেজ' (২০০৪) নাম দি অনুবাদ কৰিছে। ১৯৬৫ চনত গুৱাহাটীত তেওঁৰ জন্ম।

**মুনীন বায়ন ঃ** 'কিতাপ আৰু সংলাপ' নামৰ সমালোচনামূলক গ্ৰন্থখনৰ বাবে ২০০১ চনত মুনীন বৰকটকী বঁটাৰে সন্মানিত মুনীন বায়ন এগৰাকী বিশিষ্ট প্ৰবন্ধকাৰ। সাহিত্য-সমালোচনা বিষয়ক প্ৰবন্ধৰ উপৰি বায়নৰ ৰাজনীতি-চলচ্চিত্ৰ সম্পৰ্কীয় প্ৰবন্ধ ভালেমান প্ৰকাশ পাইছে। ১৯৮৫ চনৰ পৰা সাংবাদিকতা বৃত্তিৰ লগত জড়িত হোৱা বায়নে সম্প্ৰতি দৈনিক অসম কাকতৰ সহ-সম্পাদক (১৯৯৭) হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। প্ৰখ্যাত কথাশিল্পী শীলভদ্ৰৰ জীৱন আৰু কৰ্মৰ আধাৰত বায়নে সম্পাদনা কৰা 'মধুপুৰৰ মধুকৰ' এখন উল্লেখযোগ্য গ্ৰন্থ।১৯৬১ চনত বৰপেটাত তেওঁৰ জন্ম।

**কুমুদ গোস্বামী**

**জন্ম ঃ** পলাশবাৰী (মাজিৰগাঁও); ২ মে' ১৯৪৮ চন। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানৰ মাষ্টাৰ ডিগ্ৰী লৈ অসম প্ৰকাশন পৰিষদত অসমীয়া বিশ্বকোষ আঁচনিৰ বিজ্ঞান শাখাৰ সহকাৰী সম্পাদকৰূপে কৰ্মজীৱনৰ আৰম্ভণি। পৰৱৰ্তী কালত পৰিষদৰ সচিব আৰু সম্পাদক হয়। ৬০ৰ দশকতে গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰা গোস্বামীৰ প্ৰকাশিত গল্প সংকলন হ'ল দুৱাৰ, ঘনচিৰিকাৰ বাহ, প্ৰাৰ্থনা আৰু ৰাতিৰ চৰাই। উপন্যাস পান্থশালা আৰু অনিৰুদ্ধ। বৰ্তমান 'অসমীয়া প্ৰতিদিন' কাকতৰ বিষয়-সম্পাদক হিচাপে কাৰ্য্যনিৰ্বাহ কৰি আছে।

